# অসমীয়া ৰোমাণ্টিক কবিতা

(লোকসাংস্কৃতিক অধ্যয়ন)

ড° প্ৰকাশ গোস্বামী



বুক হাইভ্

**'ASAMIYA ROMANTIC KAVITA':** *a critical study on Assamese Romantic Poetry by Dr. Prakash Goswami, Lecturer, Jorhat College, Jorhat-785001, Assam, and published by Sri Bijoy Kr. Dutta, Book Hive, Panbazar, Guwahati-1, Price : Rupees Fifty only.*

অসমীয়া ৰোমাণ্টিক কবিতা

প্ৰকাশক ঃ
শ্ৰীবিজয় কুমাৰ দত্ত
বুক হাইভ্
জি. এন. বৰদলৈ ৰোড, পানবজাৰ
গুৱাহাটী-৭৮১০০১

বেটুপাত ঃ
সুব্ৰত চৌধুৰী

প্ৰথম প্ৰকাশ ঃ
আগষ্ট, ১৯৯৯

মূল্য ঃ ৫০.০০ টকা

ছপা ঃ
ৰয়েল হাফটোন কোং
৪, চৰকাৰ বাই লেন
কলিকতা - ৭০০ ০০৭

## ব্যক্তিগত একাষাৰ

অসমীয়া ৰোমাণ্টিক কবিতাৰ বিষয়ে বিস্তৃত অধ্যয়ন এটি কৰাৰ হেঁপাহ বহুদিনৰে পৰা আছিল। বিশেষকৈ মহাবিদ্যালয় স্তৰত অসমীয়া ৰোমাণ্টিক কবিতাৰ বিষয়ে শিক্ষাদান কৰোঁতে অনুভৱ কৰিছিলো যে অসমীয়া ৰোমাণ্টিক কবিতাৰ জন্ম, গঠন আৰু বিকাশৰ বিভিন্ন দিশত আমাৰ কেবাজনো পণ্ডিত-গৱেষকে আলোকপাত কৰিছে যদিও ৰোমাণ্টিক কবিতাত অসমৰ লোকজীৱন বা লোক-সংস্কৃতিৰ প্ৰতিফলন সম্পৰ্কে পদ্ধতিগত স্বয়ংসম্পূৰ্ণ আলোচনা প্ৰায় হোৱাই নাই বুলিব পাৰি আৰু সেয়ে অসমীয়া ৰোমাণ্টিক কবিতাত লোকসংস্কৃতিৰ প্ৰতিফলনৰ দিশটো প্ৰায় অনুচ্চাৰিত হৈয়েই আছে। মোৰ ধাৰণাত অসমীয়া ৰোমাণ্টিক কবিতা পাশ্চাত্য ৰোমাণ্টিক কবিতাৰ প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰভাৱৰ ফল যদিও ইয়াৰ গঠন আৰু বিকাশত অসমৰ লোকজীৱন আৰু লোকসাংস্কৃতিক উপাদানসমূহেও গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি গৈছে। সেয়ে অসমীয়া ৰোমাণ্টিক কবিতাৰ বিষয়ে পদ্ধতিগত এক আলোচনা কৰিবলৈ যাওঁতে, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাধ্যাপক ডক্টৰ নগেন শইকীয়াদেৱৰ পৰামৰ্শ মতে গৱেষণাৰ বাবে মই এই বিষয়টোকে বাছি ল'লো। ডক্টৰ শইকীয়াদেৱৰ উৎসাহ, পৰামৰ্শ আৰু তত্ত্বাৱধানত পাঁচ বছৰৰ পৰিশ্ৰমৰ অন্তত *আধুনিক অসমীয়া কবিতাত লোকসংস্কৃতিৰ প্ৰতিফলন* শীৰ্ষক মোৰ গৱেষণা-পত্ৰ দাখিল কৰিলো। ১৯৯৬ চনৰ ২৯ ফেব্ৰুৱাৰী তাৰিখে ডিব্ৰুগড় বিশ্ববিদ্যালয়ে মোক তাৰ বাবে পি. এইচ. ডি. ডিগ্ৰী প্ৰদান কৰিলে। এই গ্ৰন্থখনি উক্ত গৱেষণা-পত্ৰৰে কিছু সংক্ষিপ্ত আৰু সম্পাদিত ৰূপ।

অশেষ ব্যস্ততাৰ মাজতো ডক্টৰ শইকীয়াদেৱে গৱেষণা-কৰ্মৰ প্ৰতিটো খুটি-নাটিত আন্তৰিক সহায়-সহযোগ আৰু দিহা-পৰামৰ্শৰে অনুগৃহীত কৰিছিল, গ্ৰন্থ-প্ৰকাশৰ এই শুভ মুহূৰ্তত সেয়ে তেখেতৰ প্ৰতি আন্তৰিক কৃতজ্ঞতা নিবেদন কৰিলো। মোৰ বন্ধু-বান্ধৱ আৰু শুভানুধ্যায়ীসকলেও গৱেষণা-পত্ৰখনি প্ৰকাশৰ ব্যৱস্থা কৰিবলৈ বাৰম্বাৰ তাগাদা দি আছিল, সেইসকলকো আজি মই শ্ৰদ্ধাৰে স্মৰণ কৰিছো। পত্নী শ্ৰীমতী অদিতি গোস্বামীৰ নীৰৱ আৰু নিৰৱচ্ছিন্ন সহযোগিতা অবিহনে মোৰ গৱেষণা-কৰ্ম সম্পূৰ্ণ হৈ *নুঠিলহেঁতেন*, সেয়ে তেওঁৰ সহযোগিতাও কৃতজ্ঞচিত্তে স্মৰণ কৰিছো। মোৰ ব্যস্ততাৰ মাজত, মোক আমনি নিদিবলৈ বুলিয়েই, কৰিব লগা সৰু-সুৰা কামবোৰ আৰু মোৰ কিছু প্ৰয়োজনৰ আউল মাৰি দিছিল আমাৰ তিনি কন্যা ঋতুপৰ্ণা, মৃদুপৰ্ণা আৰু মণিপৰ্ণাই – *তেওঁলোকলৈ ৰ'ল* স্নেহাশীৰ্বাদ।

গ্ৰন্থখনি প্ৰকাশ কৰিবলৈ আগবাঢ়ি আহিছে বুক হাইভৰ স্বত্বাধিকাৰী শ্ৰীবিজয় দত্তই। দত্তলৈ আন্তৰিক শুভেচ্ছা জনাইছো। গ্ৰন্থখনিয়ে ছাত্ৰ-ছাত্ৰী তথা সুধী পাঠক-সমাজৰ সমাদৰ লভিবলৈ সমৰ্থ হ'লেই আমাৰ শ্ৰমৰ সাৰ্থকতা।

যোৰহাট কলেজ,
১ আহাৰ, ১৯৯৯

প্ৰকাশ গোস্বামী

# সূচীপত্ৰ

# উপক্ৰমণিকা

## ০.০১ বিষয়ৰ প্ৰকৃতি আৰু পৰিধি

প্ৰতিজন লেখকৰ ৰচনাৰ আঁৰত তেওঁৰ সমাজ আৰু সময় জড়িত হৈ থাকে। যিটো পৰিবেশত লেখকজন ডাঙৰ-দীঘল হৈ আছে তাৰ প্ৰভাৱ তেওঁৰ চেতন আৰু অৱচেতন দুয়োটাতে পৰে। গতিকে তেওঁৰ সাহিত্যিক-ব্যক্তিত্ব গঢ় লৈ উঠাত পৰিপাৰ্শ্বৰ এক ডাঙৰ ভূমিকা থাকে।

সাহিত্যৰ অন্যান্য অংগৰ দৰে কবিতাৰ ক্ষেত্ৰতো লেখকৰ ভাৱজগত আৰু মনোজগতত ক্ৰিয়া-প্ৰতিক্ৰিয়াই সৃষ্টি কৰা বিভিন্ন সৰু-বৰ বিষয়ৰ প্ৰভাৱ থাকে। তাৰ উপৰি, যিটো ভাষাত এজন কবিয়ে কবিতা ৰচনা কৰে সেই ভাষাটোৰ নিজা ঠাঁচ, তাৰ শব্দ আৰু ধ্বনি-বৈচিত্ৰ্য আদিয়ে তেওঁৰ কবিতাত সদায়েই ক্ৰিয়া কৰে। এই বিশেষ কাৰণতে সেয়ে বহু সময়ত একোটা কবিতাৰ অনুবাদ কৰাতো টান হৈ পৰে। একোজন কবিয়ে তেওঁৰ অন্তৰত সৃষ্টি হোৱা আনুভূতিক আলোড়ন প্ৰকাশ কৰিবৰ নিমিত্তে ব্যৱহাৰ কৰা সমলবোৰ হ'ল — তেওঁৰ কবিতাৰ ৰূপকল্প, তেওঁৰ উপমাদি অলংকাৰসমূহ আৰু তেওঁ ব্যৱহাৰ কৰা ভাষাৰ ধ্বনিগত আৰু ৰূপগত বিশেষত্বসমূহ। কবিতা সৃষ্টিৰ সময়ৰে পৰাই কবিৰ ব্যক্তিগত জীৱনৰ উপৰিও তেওঁৰ চাৰিওকাষৰ সামূহিক জীৱনেও কবিতাৰ ভাব, বিষয় আৰু ৰূপ-নিৰ্মাণত সহায় কৰি আহিছে। জীৱনক বাদ দি কবিতা হ'ব নোৱাৰে। সেয়ে কোনো কোনো সমালোচকে কবিতাৰ সংজ্ঞা প্ৰসংগত মত প্ৰকাশ কৰি ক'ব খোজে 'জীৱনৰ অভিজ্ঞতাৰ সমালোচনাই কবিতা।'[১] তাৰ উপৰি সমাজ-জীৱন-বৃত্তৰ পৰাও কবিতাক পৃথক কৰি চাব নোৱাৰি, ই সমাজৰ লগত অংগাংগীভাৱে জড়িত।[২] কাৰণ, কবিতা আপোনাতে আপুনি বিকশি নুঠে, তাৰ এখন উৎসভূমিৰ প্ৰয়োজন। সেয়ে জাতীয় জীৱন-ধাৰা, ঐতিহ্য, কৃষ্টি, পাৰিপাৰ্শ্বিকতা — এইবোৰৰ কোনো এটিকো কবিয়ে অস্বীকাৰ কৰিব নোৱাৰে।[৩]

একোটা জাতিৰ জনমানসৰ ঐতিহ্য, সামাজিক ৰীতি-নীতি আৰু বিশ্বাসৰ অভিব্যক্তি ধৰা পৰে জাতিটোৰ লোকসংস্কৃতিত। লোকসংস্কৃতিৰ মৌলিক আৰু সবাতোকৈ গুৰুত্বপূৰ্ণ উপাদানবিলাকৰ ভিতৰত আছে ভাষা আৰু সাহিত্য। সাহিত্যত অংকিত হয় একোটা সংস্কৃতিৰ ধ্যান-ধাৰণা আৰু চিন্তা-কল্পনাৰ স্বাক্ষৰ।[৪] ৰবীন্দ্ৰনাথ ঠাকুৰে যথাৰ্থভাৱেই কৈছে যে এই লোকসাহিত্যই শিষ্ট সাহিত্যক অন্নৰ যোগান ধৰে, জাতীয় মন তৈয়াৰ কৰে।[৫] লোকসংস্কৃতিৰ বাক্‌কেন্দ্ৰিক উপাদানসমূহৰ বিশিষ্ট ৰূপ লোক কবিতা। এই লোককাব্যৰ পৰা

আৰম্ভ কৰি আধুনিক কাললৈকে কবিতাৰ ৰূপান্তৰৰ বিভিন্ন স্তৰত লোকসংস্কৃতিৰ প্ৰভাৱ স্বাভাৱিকভাৱেই পৰিছে। কাৰণ, যিকোনো এজন কবিৰ কাব্য-কৃতিৰ মূল্যায়ন আমি অকলশৰীয়া বা এককভাৱে কৰিব নোৱাৰোঁ, তেওঁৰ পূৰ্বৰ কবিসকল আৰু তেওঁলোকৰ কাব্যসৃষ্টিৰ পৰম্পৰা তথা সমাজৰ প্ৰভাৱে তেওঁৰ ওপৰত স্বাভাৱিকভাৱেই ক্ৰিয়া কৰে।[৬] বিশেষকৈ কবিতাৰ ভাববস্তু গ্ৰহণত, বিষয়বস্তু নিৰ্বাচনত, কবিতাৰ আংগিক নিৰ্মাণত তথা ৰূপকল্প গঠনত লোকসংস্কৃতিয়ে প্ৰত্যক্ষভাৱে বা কেতিয়াবা পৰোক্ষভাৱে প্ৰভাৱ বিস্তাৰ কৰে। সেইবাবে কোনো নিৰ্দিষ্ট ভাষাৰ, নিৰ্দিষ্ট সময়ৰ কবিতাৰ আলোচনাৰ সময়ত সেই ঠাইৰ লোকসংস্কৃতিৰ ভাবশক্তি (spirit) বুজি পালেহে কবিতাৰ যথাৰ্থ অনুসন্ধান সম্ভৱ হ'ব পাৰে।

ৰোমাণ্টিক যুগৰ কবিতাত লোক জীৱনৰ প্ৰতি এক গভীৰ আকৰ্ষণ আৰু মমত্ববোধ প্ৰকাশিত হৈছিল। অতীত-প্ৰীতি অথবা মধ্যযুগপ্ৰীতি ৰোমাণ্টিক কবিতাৰ এক বিশেষ লক্ষণ ৰূপেই পৰিগণিত হৈছিল। পুৰুষানুক্ৰমে মুখ বাগৰি অহা একোটা ৰমণীয় কাহিনী, পুৰণিকলীয়া কোনো ব্যৱহাৰ্য সামগ্ৰী আদি অতীত-দিনৰ সোঁৱৰণী-সনা একো একোটি বস্তুৱে ৰোমাণ্টিক কবিৰ কল্পনাক সহজে দোলা দি গৈছিল। ৰোমাণ্টিক কবিসকলে চহা বা আদিম জীৱন-ধাৰাৰ প্ৰতি গভীৰ অনুৰক্তি প্ৰদৰ্শন কৰি সমকালীন কৃত্ৰিম নাগৰিক জীৱনচৰ্যাৰ প্ৰতি তীব্ৰ অনীহা প্ৰদৰ্শন কৰিছিল। তেওঁলোকে অনুভৱ কৰিছিল, মানুহে যদি প্ৰাকৃতিক পৰিৱেষ্টনীৰ আদিম সৰল জীৱনলৈ উলটি যাব পাৰে তেনেহ'লে অমেয় শান্তিৰ আস্বাদ লাভ কৰিব পাৰিব।[৭] সেইবাবেই ৰোমাণ্টিক কবিসকলে সহজ-সৰল স্বাভাৱিক জীৱন অতিবাহিত কৰা গ্ৰাম্য জীৱনলৈ সৌন্দৰ্য পিয়াসী দৃষ্টিৰে অৱলোকন কৰিছিল। কাৰণ, কৃষিভিত্তিক গ্ৰাম্য সমাজখনেই আছিল লোকসংস্কৃতিৰ প্ৰধান ধাৰক আৰু বাহক। ৰোমাণ্টিক কাব্যধাৰাৰ অন্যতম প্ৰধান ব্যক্তি উইলিয়াম ৱৰ্ডছৱৰ্থে কবিতাৰ বিষয়বস্তু সম্পৰ্কত চহা-জীৱনৰ পৰা বুটলি লোৱা চৰিত্ৰ আৰু ঘটনাৰ ওপৰত গুৰুত্ব দিছিল।[৮] সেয়ে প্ৰায় সকলো দেশৰে ৰোমাণ্টিক কবিতাৰ মাজত লোকজীৱন তথা লোকসংস্কৃতিয়ে ঠাই উলিয়াই লোৱা লক্ষ্য কৰা যায়।

অসমীয়া ৰোমাণ্টিক কবিতাৰ আনুষ্ঠানিক জন্মলগ্ন ১৮৮৯ খ্ৰীষ্টাব্দ বুলি নিৰ্দেশ কৰা হয়। কলিকতা-প্ৰবাসী অসমীয়া ছাত্ৰসকলৰ উদ্যোগত প্ৰতিষ্ঠিত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ (অ.ভা.উ.সা.১৮৮৮) মুখপত্ৰ স্বৰূপে প্ৰকাশিত 'জোনাকী' (১৮৮৯) কাকতেই অসমীয়া সাহিত্যত ৰোমাণ্টিক কবিতাৰ শুভাৰম্ভ কৰিলে। 'জোনাকী'ত জন্ম লাভ কৰা কবিতাৰ এই সুঁতিটো ৰোমাণ্টিক ভাৱধাৰাৰে পুষ্ট হৈ বিকশিত হৈছিল আৰু দ্বিতীয় মহাযুদ্ধৰ সময়লৈকে কবিতাৰ এই ধাৰাটোৱেই অসমীয়া সাহিত্য টোকাই আছিল। গতিকে ১৮৮৯-৯০ খ্ৰীষ্টাব্দৰ পৰা ১৯৪০ খ্ৰীষ্টাব্দলৈকে এই আঢ়েকুৰি বছৰক অসমীয়া ৰোমাণ্টিক কবিতা তথা আধুনিক অসমীয়া কবিতাৰ জন্ম, বিকাশ আৰু পূৰ্ণতাপ্ৰাপ্তিৰ সময় বুলি চিহ্নিত কৰিব পাৰি। এই সময়ছোৱাৰ অসমীয়া কবিতাত যিদৰে পাশ্চাত্য ৰোমাণ্টিক কবিতাৰ প্ৰত্যক্ষ বা পৰোক্ষ প্ৰভাৱ পৰিছেহি ঠিক সেইদৰে অসমৰ লোকজীৱন আৰু লোকসংস্কৃতিৰ

উপাদানসমূহেও ইয়াৰ গঠনত বিশেষ ভূমিকা গ্ৰহণ কৰিছে। বিশেষকৈ বিষয়বস্তুৰ নিৰ্বাচন, প্ৰকাশভংগী, উপমাদি অলংকাৰ আৰু ৰূপকল্পত অসমীয়া লোকসংস্কৃতিৰ উপাদানসমূহৰ গুৰুত্ব উলাই কৰিব নোৱাৰি।

অসমীয়া ৰোমাণ্টিক কবিতাৰ ইতিহাস বিচাৰ-প্ৰসংগত বিভিন্ন পণ্ডিত আৰু গৱেষকে অসমীয়া কবিতাৰ জন্ম, গঠন আৰু বিকাশৰ বিভিন্ন দিশত আলোকপাত কৰিছে। কিন্তু অসমীয়া কবিতাত লোকজীৱন বা লোকসংস্কৃতিৰ প্ৰতিফলন সম্পৰ্কত পদ্ধতিগত কোনো স্বয়ংসম্পূৰ্ণ আলোচনা এই পৰ্যন্ত হোৱা নাই। কোনো কোনো কবিৰ ৰচনাত লৌকিক উপাদানৰ অৱস্থিতি সম্পৰ্কে অৱশ্যে দুই-এজনে সাময়িক পত্ৰিকাত ছেগা-চোৰোকাকৈ কৰা আলোচনা চকুত পৰে। অৱশ্যে, কাব্য-সাহিত্যত লোকসংস্কৃতিৰ প্ৰভাৱৰ বিষয়ৰ আলোচনা অন্যান্য আধুনিক ভাৰতীয় ভাষাসমূহতো অপ্ৰতুল। যি প্ৰসাৰিত দৃষ্টিভংগী, বৈজ্ঞানিক মান, তত্ত্বীয় ব্যাখ্যা আৰু পদ্ধতিগত আলোচনাৰে পাশ্চাত্য কাব্য-সাহিত্যত লোকসংস্কৃতিৰ প্ৰভাৱৰ বিষয়ে আলোচনা কৰা হৈছে, তেনে আলোচনা ভাৰতীয় সাহিত্যতো বৰ্তমানে কিছু পৰিমাণে আৰম্ভ হৈছে। ঊনবিংশ শতিকাৰ শেষাৰ্ধৰ পৰা আৰম্ভ হোৱা লোকসংস্কৃতি বিষয়ক গৱেষণা আৰু চৰ্চাই কুৰি শতিকাৰ এই শেষৰ দশকটোত বিভিন্ন ভাৰতীয় ভাষাত এক বিশেষ গতিময়তা লাভ কৰিছে। লোকসংস্কৃতিৰ অধ্যয়ন আৰু গৱেষণা অসমীয়া ভাষাত স্বাধীনোত্তৰ কালত কিছু নোহোৱা নহয়, কিন্তু সেয়া লোকসংস্কৃতিৰ উপাদান-উপকৰণ সংগ্ৰহ আৰু শ্ৰেণী-চিহ্নিতকৰণৰ পৰিসীমাতে আবদ্ধ, বিশ্লেষণ অথবা ব্যাখ্যা বা তত্ত্বগত কাম বিশেষভাৱে কৰা হৈছে বুলি ক'ব পৰা নাযায়।

আমাৰ এই অধ্যয়ন লোকসংস্কৃতিৰ অধ্যয়ন, অনুসন্ধান, ব্যাখ্যা বা বিশ্লেষণাত্মক কৰ্ম নহয়; অসমীয়া ৰোমাণ্টিক কবিতাত লোকসংস্কৃতিৰ প্ৰভাৱ তথা প্ৰতিফলন — এই গুৰুত্বপূৰ্ণ দিশটোহে এই আলোচনাত অনুসন্ধান কৰিবৰ প্ৰয়াস কৰা হৈছে। আনহাতে এই আলোচনা অসমীয়া ৰোমাণ্টিক কবিতাৰ ঐতিহাসিক বিশ্লেষণো নহয় বা ই কবিতাৰ ব্যাখ্যাত্মক সমালোচনাও নহয়, অথবা ই অসমীয়া কবিতাৰ নন্দনতাত্ত্বিক ব্যাখ্যাও নহয়। ই অসমীয়া কবিতাত লোকসংস্কৃতিৰ প্ৰতিফলনৰ এক বিশ্লেষণাত্মক অধ্যয়নহে। এই উদ্দেশ্য আগত ৰাখি বিষয়-বিন্যাস কৰি লোৱা হৈছে আৰু প্ৰথমতে লোকজীৱন আৰু লোকসংস্কৃতিৰ পৰিচয়ৰ লগত আধুনিক অসমীয়া কবিতা তথা অসমীয়া ৰোমাণ্টিক কবিতাৰ বিৱৰ্তনৰ চমু পৰিচয়েৰে বিষয়ৰ আৰম্ভণি কৰি কবিতাৰ লগত সমাজৰ সম্পৰ্ক বিচাৰ কৰিবলৈ আৰু নিৰ্দিষ্ট সময়সীমাৰ মাজৰ অসমৰ লোকজীৱনৰ আভাস দিবলৈ যত্ন কৰা হৈছে। ইয়াৰ পিছতে লোকমন আৰু লোকবিশ্বাসৰ আৰু অসমীয়া ৰোমাণ্টিক কবিতাত ইয়াৰ প্ৰভাৱৰ অধ্যয়ন সামৰি অসমীয়া কবিতাৰ ভাৱশক্তি গঠনত, বিষয়বস্তু নিৰ্বাচনত, ছন্দ সজ্জাত, আংগিকত, অলংকাৰত আৰু শেষত ৰসনিষ্পত্তিত লোকমনৰ প্ৰভাৱৰ অনুসন্ধানৰ প্ৰয়াস কৰা হৈছে।

এই অধ্যয়নে অসমীয়া ৰোমাণ্টিক কবিতাৰ প্ৰকৃত স্বৰূপ আৱিষ্কাৰ আৰু ৰস আস্বাদন কৰাৰ বাট কাটিব বুলি আশা কৰা হৈছে। কাৰণ, কবিতাৰ বিষয়, শব্দ, অলংকাৰ, ছন্দ

আৰু ৰসৰ মাজেদিয়েই একো একোটি জাতীয় জীবনৰ নান্দনিক মূল্যবোধ আৰু ভাষাৰ মহিমাই প্ৰকাশ লাভ কৰে। একো একোটা শব্দই কঢ়িয়াই লৈ অহা ব্যঞ্জনাৰ মাজত শ শ বছৰৰ অভিজ্ঞতা, উপলব্ধি, সংস্কাৰ আৰু অভ্যাসৰ ইতিহাস সোমাই থাকিব পাৰে। আনকি আধুনিক মনৰ মাজতো মানুহৰ আদিম স্বপ্ন লুকাই থাকিব পাৰে বা প্ৰকাশিত হ'ব পাৰে।

আমাৰ অনুসন্ধানৰ সুবিধাৰ বাবে ১৮৮৯-৯০ খ্ৰীষ্টাব্দৰপৰা ১৯৪০ খ্ৰীষ্টাব্দলৈকে এই পঞ্চাছ বছৰৰ সীমাৰেখা ধাৰ্য কৰি লৈ এই সময়ছোৱাৰ অসমীয়া কবিতাৰ মূল সুঁতিকেইটি আৰু প্ৰধান কবিসকলক আলোচনাৰ ভিতৰলৈ অনা হৈছে। এই আঢ়েকুৰি বছৰৰ কবিতাৰ ইতিহাসৰ প্ৰতিনিধিস্থানীয় দহজন কবি আমি বাছি লৈছোঁ। সেই কবিসকল হ'ল ঃ

১। চন্দ্ৰকুমাৰ আগৰৱালা (১৮৬৭—১৯৩৮)
২। লক্ষ্মীনাথ বেজবৰুৱা (১৮৬৪—১৯৩৮)
৩। আনন্দচন্দ্ৰ আগৰৱালা (১৮৭৪—১৯৩৯)
৪। মফিজুদ্দিন আহমদ হাজৰিকা (১৮৭০—১৯৫৮)
৫। ৰঘুনাথ চৌধাৰী (১৮৯০—১৯৬৭)
৬। ডিম্বেশ্বৰ নেওগ (১৯০০—১৯৬৬)
৭। জ্যোতিপ্ৰসাদ আগৰৱালা (১৯০৩—১৯৫১)
৮। পাৰ্বতিপ্ৰসাদ বৰুৱা (১৯০৪—১৯৬৪)
৯। বিনন্দচন্দ্ৰ বৰুৱা (১৯০৫—১৯৯৪)
১০। আনন্দচন্দ্ৰ বৰুৱা (১৯০৭—১৯৮৩)।

অৱশ্যে প্ৰতিনিধিস্থানীয় এইসকল কবিৰ উপৰিও প্ৰসংগক্ৰমে সমসাময়িক অন্যান্য কবিসকলৰ কবিতাতো লোকসাংস্কৃতিক উপাদান বিচৰাৰ প্ৰয়াসৰ প্ৰচেষ্টা থাকিব। এই অনুসন্ধানে অসমীয়া কবিতাৰ অনালোচিত অথচ গুৰুত্বপূৰ্ণ এই দিশ সম্পৰ্কে ভৱিষ্যত আলোচনাৰ বাট মুকলি কৰিব বুলি আশা কৰা হৈছে।

## ০.০২ লোকসংস্কৃতিৰ সংজ্ঞা নিৰ্ণয় আৰু পৰিচয়

লোকসংস্কৃতি শব্দটো অসমীয়াত ইংৰাজী 'ফ'কলʼৰ' (Folklore) শব্দৰ পৰিভাষা হিচাপে সচৰাচৰ ব্যৱহৃত হয়। মূল ইংৰাজী শব্দটোৰ উদ্ভৱকাল বৰ বেছি প্ৰাচীন নহয়। ঊনবিংশ শতিকাৰ মাজভাগত (১৮৪৬ খ্ৰী.) জ্ঞানানুশীলনৰ ক্ষেত্ৰত সমগ্ৰ বিশ্বতে এই শব্দটিক লৈ এক বিশেষ আলোড়নৰ সৃষ্টি হৈছিল। শব্দটোৰ উদ্ভাৱক আছিল ইংৰাজ লোকসংস্কৃতিবিদ উইলিয়াম জোন টমছ (১৮০৩—১৮৮৫ খ্ৰী.)। তেওঁ শব্দটোক 'জনপ্ৰিয় পুৰাতত্ত্ব' (Popular Antiquities) বা জনপ্ৰিয় সাহিত্যৰ প্ৰতিশব্দ হিচাপেহে ব্যৱহাৰ কৰিছিল। এমব্ৰছ মেৰটন -- এই ছদ্ম নামত লণ্ডনৰ 'এথেনিয়াম' পত্ৰিকাত লিখা এখন চিঠিত তেওঁ শব্দটো প্ৰথমে চয়ন কৰিছিল।[৯] উইলিয়াম জোন টমছ প্ৰবৰ্তিত এই শব্দটোৰ আদৰ্শ আছিল জাৰ্মান ভাষাৰ 'Volkskunde' শব্দটো।[১০] জাৰ্মান ভাষাত এই শব্দটিয়ে

১৮০৬—১৮০৮ খ্ৰীষ্টাব্দৰ ভিতৰত এক সুনির্দিষ্ট ৰূপ লাভ কৰে ব্ৰেণ্টানো আৰু যন আর্নিম নামৰ দুজন লোকসংগীত সংগ্ৰহকাৰীয়ে প্ৰকাশ কৰা লোকগীতৰ সংকলনৰ পৰা। ১৮১২ খ্ৰীষ্টাব্দত গ্ৰিম ভাতৃদ্বয়ে (জেকব গ্ৰিম আৰু উইলিয়াম জেকব) জার্মানি ভাষাৰ পৰম্পৰাগত লোক কথাৰ এটা সংগ্ৰহ প্ৰকাশ কৰি সেইবোৰ বুজাবলৈ এই শব্দটোকে ব্যৱহাৰ কৰিছিল। ডেৰকুৰিমান বছৰ এই শব্দটি চলাৰ পাছতহে সমগ্ৰ বিশ্বতে শব্দটিয়ে ব্যাপ্তি লাভ কৰে। পৰৱৰ্তী কালত উইলিয়াম জোন টমছে ফ'কল'ৰ সম্পৰ্কত দিয়া ব্যাখ্যাটো ঊনবিংশ শতিকাৰ ৰোমাণ্টিচিজিম আৰু জাতীয়তাবাদৰ সৈতে সম্পৃক্ত বৌদ্ধিক চিন্তাধাৰাৰ লগত ঘনিষ্ঠভাৱে জড়িত হৈ পৰিল।[১০]

বিদ্যায়তনিক অনুশীলনৰ বিষয় হিচাপে ঊনবিংশ শতিকাৰ আৰম্ভণিৰ পৰাই লোকসংস্কৃতিৰ অধ্যয়ন আৰম্ভ হয়। আৰু তাৰ লগে লগে লোকসংস্কৃতি চৰ্চাৰ পৰিধি বাঢ়ি যোৱাত জোন টমছে দিয়া অৰ্থৰ চৰিত্ৰও পৰিবৰ্তিত হ'বলৈ ধৰে। অৰ্থৰ প্ৰসাৰৰ ফলত ঐতিহ্য, লোকশ্ৰুতি, কিম্বদন্তী, সাধুকথা, প্ৰবাদ-প্ৰবচন-খণ্ডবাক্য, সাঁথৰ, নিচুকনি গীত, ওমলা গীত, লোকবিশ্বাস, লোকসংস্কাৰ, লোকাচাৰ, লোকনাট্য, লোকগীত, লোক নৃত্য, লৌকিক চিত্ৰকলা, শিল্প-স্থাপত্য-ভাস্কৰ্য, লৌকিক উৎসৱ-অনুষ্ঠান, ধৰ্ম আদি বিভিন্ন বিষয় ফ'কল'ৰ অন্তৰ্ভুক্ত হ'বলৈ ধৰে। ১৮৭৭ খ্ৰীষ্টাব্দত লণ্ডনত আৰু তাৰ পাছত পৃথিৱীৰ বিভিন্ন প্ৰান্তত 'ফ'কল'ৰ ছ'চাইটি' প্ৰতিষ্ঠিত হোৱাৰ পাছত শব্দটোৱে এক বিশেষ গতিময়তা লাভ কৰে। কুৰি শতিকাৰ আৰম্ভণিতে আন্তৰ্জাতিক ক্ষেত্ৰত ফ'কল'ৰ শব্দটিয়ে প্ৰতিষ্ঠা লাভ কৰে আৰু সমগ্ৰ বিশ্বতে শব্দটো স্বীকৃত আৰু গৃহীত হয়।

ভাৰতীয় ভাষাসমূহত 'লোকসংস্কৃতি' শব্দটো ফ'কল'ৰ প্ৰতিশব্দ হিচাপে সাধাৰণভাৱে গৃহীত হৈছে। ইংৰাজী Folklore শব্দটি সম্পূৰ্ণ একক বা অবিমিশ্ৰ শব্দ নহয়, ই এটি সংযুক্ত জেৰ্মান শব্দ।[১১] ভাৰতীয় ভাষাসমূহত শব্দটোৰ দ্বিতীয় অংশৰ প্ৰতিশব্দ প্ৰসংগত যথেষ্ট মতভেদ আছে আৰু ইয়াৰ ফলস্বৰূপেই ফ'কল'ৰ শব্দটোৰ বিভিন্ন ভাৰতীয় পৰিভাষা সৃষ্টি হৈছে।[১২] এনেদৰে স্বাধীনতা লাভৰ পিছৰ কালছোৱাত ভাৰতবৰ্ষত লোকসংস্কৃতিৰ বৈজ্ঞানিক পঠন-পাঠন আৰম্ভ হোৱাৰ লগে লগে লোকসংস্কৃতিৰ ব্যাপক অনুশীলন আৰম্ভ হয় আৰু ইংৰাজী শব্দটোৰ এক সৰ্বভাৰতীয় প্ৰতিশব্দ বা পৰিভাষা নিৰ্মাণৰ প্ৰৱণতা বাঢ়ি যায়। অসমীয়া ভাষাতো এনে প্ৰৱণতা লক্ষ্য কৰিব পাৰি।[১৩] পিছে এনেবোৰ পৰিভাষা বৰ্তমানেও সৃষ্টি হৈ থাকিলেও অধিকাংশ ভাৰতীয় লোকসংস্কৃতিবিদেই 'ফ'কল'ৰ প্ৰতিশব্দ হিচাপে লোকসংস্কৃতি শব্দটোকে ব্যৱহাৰৰ পোষকতা কৰে।[১৪] আভিধানিক বা ব্যুৎপত্তিগত দিশৰপৰা লোকসংস্কৃতি শব্দটো আক্ষৰিক অৰ্থত 'ফ'কল'ৰ'ৰ যথাৰ্থ পৰিভাষা নহয় যদিও পূৰ্বাপৰ চলি অহা পৰিচয় আৰু প্ৰয়োগ-বৈশিষ্ট্যৰ বাবে 'লোকসংস্কৃতি' শব্দটো যেনি এনে এক বিশেষ অৰ্থ সম্প্ৰসাৰিত হৈছে যে সি নিঃসন্দেহে সংস্কৃতিৰ লোকায়ত গতি-প্ৰবাহৰ নিৰ্দেশকৰূপে 'ফ'কল'ৰ'ৰ সাৰ্থক অৰ্থ—পৰিচয় বহন কৰে। লোক ব্যৱহাৰৰ কলস্বৰূপেই একোটা পৰিভাষা সৰ্বজনগৃহীত হয়। সেই দিশৰ পৰা বিচাৰ কৰি চালে লোকসংস্কৃতি শব্দটোত ব্যাকৰণগত বি অসংগতিয়েই নাথাকক লাগে, ভাষাৰ মূল প্ৰকৃতিৰ বিধান মতে

শব্দটোৱে যে বিশেষ অৰ্থনিৰ্দেশৰ সংগতি লাভ কৰিছে সেই কথা অস্বীকাৰ কৰিবৰ উপায় নাই।[১৬]

বিদ্যায়তনিক দিশত লোকসংস্কৃতিৰ অনুশীলনৰ ব্যাপকতাৰ লগে লগে বিভিন্ন লোকসংস্কৃতিবিদে স্বকীয় দৃষ্টিভংগীৰে ইয়াৰ একোটা সংজ্ঞা দিবৰ প্ৰয়াস কৰিছে। মেৰীয়া লীছৰ লোকসংস্কৃতি বিষয়ক অভিধান গ্ৰন্থখনিতেই এঘাৰজন বিশেষজ্ঞৰ লোকসংস্কৃতি বিষয়ক এনে একৈছটা সংজ্ঞা আলোচিত হৈছে।[১৭] অৱশ্যে এই সংজ্ঞাবোৰৰ পৰা একোটা সংজ্ঞা স্বতঃসম্পূৰ্ণ বুলি গ্ৰহণ কৰাটো কঠিন। তাৰ উপৰি নতুন নতুন দৃষ্টিকোণৰ পৰা লোকসংস্কৃতিৰ অধ্যয়ন আৰু অনুশীলনৰ ফলত সংজ্ঞাৰ সংখ্যাও ক্ৰমাৎ বাঢ়িয়েই আছে। সেয়ে কোনো লোকসংস্কৃতিবিদে ক'ব খোজে যে লোকসংস্কৃতি এনে এটা বিষয়, যিটো লোকসংস্কৃতি চৰ্চাকাৰীসকলৰ বাবে স্বতঃপ্ৰকাশিত হ'লেও সুনিৰ্দিষ্ট সংজ্ঞাৰ অভাৱত যাৰ প্ৰকাশ দুৰূহ।[১৮] তথাপি সহৃদয় কাব্যপ্ৰেমীৰ বাবে কবিতাৰ প্ৰকৃত পৰিচয় যেনেদৰে অজ্ঞাত নহয় ঠিক তেনেদৰে লোকসংস্কৃতি শব্দটোৰ লগত পৰিচিত ব্যক্তিমাত্ৰেই লোকসংস্কৃতি বিষয় সম্পৰ্কে সততে অৱহিত।[১৯]

মেৰীয়া লীছৰ গ্ৰন্থত সন্নিৱিষ্ট সংজ্ঞাসমূহ বিশ্লেষণ কৰিলে তিনিটা শ্ৰেণী পোৱা যায় — প্ৰথমটো শ্ৰেণীৰ আঠজন বিশেষজ্ঞই লোকসংস্কৃতিক মৌখিক সাহিত্যৰ মাজত আবদ্ধ কৰিবৰ প্ৰয়াস কৰিছে; দ্বিতীয়টো শ্ৰেণীৰ চাৰিজন বিশেষজ্ঞই মৌখিক সাহিত্য আৰু প্ৰথাক লোকসংস্কৃতি বুলি কৈছে আৰু তৃতীয়টো শ্ৰেণীৰ ন জন বিশেষজ্ঞই ধৰ্ম, বিশ্বাস, সংস্কাৰ, শিল্প, সাহিত্য, প্ৰথা, নৃত্য-নাট্য, আচাৰ-পদ্ধতি আদি সমুদায় বিষয়ক লোকসংস্কৃতিৰ অন্তৰ্ভুক্ত কৰি সংজ্ঞা প্ৰণয়ন কৰিছে। এই সংজ্ঞাসমূহৰ উপৰিও পৃথিৱীৰ বিভিন্ন দেশত বিভিন্ন সময়ত লোকসংস্কৃতিৰ বিশেষজ্ঞসকলে সংজ্ঞা নিৰ্মাণ কৰিয়েই আছে। এনে সংজ্ঞাসমূহে বিচ্ছিন্নভাৱে লোকসংস্কৃতিৰ বিভিন্ন দিক্ আৰু বৈশিষ্ট্য প্ৰতিফলিত কৰে যদিও লোকসংস্কৃতিৰ সামগ্ৰিক প্ৰকৃতি কোনো এটা সংজ্ঞায়েই নিৰ্দেশ নকৰে। পাশ্চাত্য লোকসংস্কৃতিবিদসকলৰ দৰে ভাৰতবৰ্ষতো লোকসংস্কৃতি চৰ্চাকাৰীসকলে বিভিন্ন সংজ্ঞা দিবৰ প্ৰয়াস কৰিছে। অৱশ্যে এনে সংজ্ঞা দিওঁতাসকলৰ প্ৰচেষ্টাত সততে পাশ্চাত্য লোকসংস্কৃতিবিদসকলৰ সংজ্ঞাৰ ধ্বনি-প্ৰতিধ্বনিহে অধিক স্পষ্ট।[২০]

ব্যাপক অৰ্থত সংস্কৃতিৰে বিশিষ্ট অংগ লোকসংস্কৃতি। সংস্কৃতি বুলি ক'লে সাধাৰণতে মাৰ্জিত মানসিকতা, পৰিশীলিত বৈদগ্ধ্য, জীৱনৰ উন্নতি বা সংস্কাৰ-সাধন ইত্যাদি অৰ্থ নিৰ্দেশ কৰে।[২১] আনহাতে লোকসংস্কৃতি বুলি ক'লে বিশেষভাৱে সমাজৰ লৌকিক স্তৰৰ শিল্প, সাহিত্য, সংগীত, নৃত্য, নাট্য, আচাৰ-ব্যৱহাৰ, বিশ্বাস-সংস্কাৰ, ধৰ্ম-উৎসৱ-অনুষ্ঠান আদি বুজা যায়। নৃতাত্ত্বিকৰ দৃষ্টিত এই লোক সমাজখন আদিম আৰু সভ্য সমাজৰ মধ্যৱৰ্তী সমাজ।[২২] আনহাতে লোকসংস্কৃতিবিদৰ দৃষ্টিত যি জনসমষ্টি এক ন্যূনতম উমৈহতীয়া উপাদানৰ অংশীদাৰ তেওঁলোকেই লোকসমাজ।[২৩] এই উপাদানটো ধৰ্ম, ভাষা, ব্যৱসায় আদি যি কোনোৱেই হ'ব পাৰে। অৱশ্যে এই ক্ষেত্ৰত ঐতিহ্যৰ ভূমিকাটোৱেই প্ৰধান। লোকসমাজে এই উপাদানবোৰ তেওঁলোকৰ জীৱনত পৈতৃক সম্পত্তিৰ দৰে বিনা বিচাৰে

গ্ৰহণ আৰু পালন কৰে।[২৪]

গঠন-প্ৰকৃতি আৰু চাৰিত্ৰিক বিশেষত্বৰ দিশৰ পৰা লোকসংস্কৃতি বহলভাৱে দুটা ভাগত বিভক্ত — বস্তুকেন্দ্ৰিক আৰু শৈল্পিক গুণগত। গ্ৰন্থৰ আকাৰে লিখিত কোনো সাহায্য বাতিৰেকে মানুহৰ উদ্ভাৱনী শক্তিয়ে যিবোৰ বস্তু সৃষ্টি কৰে সেইবোৰ বস্তুকেন্দ্ৰিক লোকসংস্কৃতি। যেনে লোকশিল্প বা কুটীৰ শিল্প, লোকস্থাপত্য আৰু ভাস্কৰ্য ইত্যাদি। আনহাতে বস্তুৰ বাহিৰত লিখনতাত আৰু ভংগীগত সৃষ্টি অৰ্থাৎ সাহিত্য আৰু শিল্প-গুণ-সমন্বিত কৰ্মবোৰ শৈল্পিক গুণগত লোকসংস্কৃতি।[২৫] ইয়াৰ ভিতৰত পৰে সাহিত্য, লোকশিল্প (কেৱল অংকন শিল্প) আৰু লোক নৃত্য। পিছে, এই দুটা বহল ভাগতো লোসংস্কৃতিৰ সামগ্ৰিক চৰিত্ৰ ফুটি উঠা যেন ধাৰণা নহয়। বৰং ৰিচাৰ্ড এম. ডৰচন-এ নিৰ্দেশ কৰা ভাগকেইটা, যেনে– মৌখিক সাহিত্য, ভৌতিক সংস্কৃতি, সামাজিক লোক ৰীতি-নীতি আৰু লোক পৰিৱেশ্য কলাৰীতি এই ক্ষেত্ৰত বিশেষ প্ৰণিধানযোগ্য।[২৬]

মৌখিক সাহিত্যক কোনো কোনোৱে লোকসংস্কৃতিৰ 'বাক্‌কেন্দ্ৰিক কলা'[২৭] অথবা 'অভিব্যঞ্জক সাহিত্য'[২৮] বুলিও অভিহিত কৰে। ইয়াৰ উপশ্ৰেণীবোৰ হ'ল লোকভাষা, লোক-কাহিনী, লোককাব্য, যোজনা-পটন্তৰ আদি। মন্ত্ৰ, প্ৰাৰ্থনা, শোক প্ৰকাশ, কান্দোন, চিঞৰ-বাখৰ আদিকো বাক্‌কেন্দ্ৰিক কলাৰ ভিতৰত ধৰিব পাৰি।[২৯] ভৌতিক সংস্কৃতি হ'ল কোনো সমাজৰ পৰম্পৰা আৰু ৰক্ষণশীল ঐতিহ্যৰ অংগীভূত কলাকৌশল, পাৰদৰ্শিতা, পদ্ধতি আদি। ঘৰ-দুৱাৰ সজা, কাপোৰ বোৱা, খেতি-বাতি কৰা, খাদ্য প্ৰস্তুত কৰা, জীৱ-জন্তু পোহা, মাটি-পানীৰ ব্যৱস্থা কৰা, যন্ত্ৰ-পাতি, সা-সৰঞ্জাম, বাচন-বৰ্তন নিৰ্মাণ কৰা ইত্যাদি চৰ্চা ভৌতিক সংস্কৃতিৰ প্ৰধান উপজীব্য বিষয়।[৩০] সমাজ আৰু পৰিয়ালৰ মাজত পৰম্পৰাগতভাৱে প্ৰচলিত জন্ম-মৃত্যু-বিবাহ আৰু কৃষি আদি বিষয়ক ৰীতি-নীতিসমূহ সামাজিক লোক ৰীতি-নীতিৰ ভিতৰুৱা। এনে ধৰণৰ ৰীতি-নীতি আৰু আচাৰ-ব্যৱহাৰসমূহ মুখ্যতঃ লোকবিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত আৰু ইবোৰে লোকসংস্কৃতিৰ এটা নতুন শ্ৰেণীৰে জন্ম দিছে। লোকসংস্কৃতিৰ চতুৰ্থ অংগস্বৰূপ লোক পৰিৱেশ্য কলাৰীতিৰ ভিতৰত পৰে পৰম্পৰাগত সংগীত, নৃত্য-নাট ইত্যাদি।

লোকসংস্কৃতিৰ স্বৰূপ বিচাৰ-প্ৰসংগত লক্ষ্য কৰা যায় যে ই সাহিত্য, দৰ্শন, ইতিহাস আৰু সমাজ বিজ্ঞানৰ লগত গভীৰভাৱে সম্পৰ্কযুক্ত। লোকসংস্কৃতিৰ লগত জাতিতত্ত্ব, পুৰাতত্ত্ব, নৃতত্ত্ব, ভাষাতত্ত্ব, শিল্পতত্ত্ব আদি জ্ঞানানুশীলনৰ বিষয়বোৰো ঘনিষ্ঠভাৱে অন্বিত। মূলতঃ লোকসংস্কৃতি ঐতিহ্যাশ্ৰয়ী হ'লেও ই একান্তভাৱে অতীতনিৰ্ভৰ নহয়। তাৰ উপৰি ই যে কেৱল গ্ৰামীণ কৃষক সমাজৰহে সৃষ্টি এনে নহয়, নাগৰ শ্ৰমজীৱী মানুহৰো সৃষ্টিশীল আত্মপ্ৰকাশৰ ই বিশিষ্ট মাধ্যম।[৩১] ৰোমাণ্টিক আন্দোলনৰ প্ৰভাৱত অতীতমুখী ঐতিহ্যপ্ৰিয়তা আৰু জাতীয়বোধৰ উদ্‌গমত লোকসংস্কৃতিৰ চৰ্চাই ব্যাপকতা লাভ কৰে আৰু তাৰ লগে লগে লোকসংস্কৃতিত বিজ্ঞাননিষ্ঠ নৃতাত্ত্বিক মতবাদে প্ৰাধান্য লাভ কৰে। লোকসংস্কৃতিৰ অনুধাৱনত নৃতাত্ত্বিক ধাৰাই পৰিপুষ্টি লাভ কৰাৰ লগে লগে তাৰেসৈতে লোকসংস্কৃতিৰ উদ্ভৱ আৰু বিকাশৰ পশ্চাদভূমিত আদিম লোকমানসৰ অন্তৰ্লীন মানসিক

বৈশিষ্ট্য বিশ্লেষণত সচেষ্ট হোৱাৰ ফলত লোকসংস্কৃতিৰ চৰ্চাত মনস্তাত্ত্বিক দৃষ্টিভংগীৰো পৰিচয় প্ৰকাশ পাবলৈ আৰম্ভ কৰে।

লোকসংস্কৃতি কেৱল আদিম যুগ আৰু সংস্কৃতিৰ বিচাৰতে আবদ্ধ নহয়। বৰ্তমান সময়ৰ লোকসংস্কৃতিবিদসকলে লোকসংস্কৃতিক কেৱল মাথোন অতীতৰ প্ৰতিধ্বনি হিচাপে গণ্য নকৰে, বৰ্তমানৰ এক সবল কণ্ঠস্বৰৰূপেও বিচাৰ কৰে।[৩১] সেয়ে বাস্তৱ ব্যৱহাৰিক মূল্যতো লোকসংস্কৃতিৰ যথাৰ্থ তাৎপৰ্য লোকসংস্কৃতিবিদসকলে বিচাৰি পাইছে। অৱশ্যে, উন্নয়ন আৰু প্ৰগতিৰ লগে লগে লোকজীৱনৰ সলনি হয়, সলনি হয় লৌকিক পৰিবেশৰো আৰু তাৰ ফলতেই লোকসংস্কৃতিও পৰিৱৰ্তিত হয়।[৩২]

প্ৰাকৃতিক, ভৌগোলিক পৰিবেশ, জনগোষ্ঠীৰ বিন্যাস, জীৱন-সংগ্ৰামৰ ধাৰা আৰু ভিন্ ভিন্ সংস্কৃতিৰ দ্বন্দ্ব-সমন্বয়ত লোকসংস্কৃতিৰ উদ্ভৱ। ইতিহাস-ভূগোলৰ সীমা, অৰ্থনৈতিক-ৰাজনৈতিক কাৰ্যকাৰণ সম্পৰ্ক আৰু সংহত সমাজৰ সচল জীৱন-প্ৰবাহৰ অখণ্ডতাত লোকসংস্কৃতিৰ বিকাশ। সেয়ে বৰ্তমান লোকসংস্কৃতিৰ অয়ন কেৱল আদিম নৰগোষ্ঠীৰ বৈশিষ্ট্য অনুশীলন মাথোন নহয়, নৃতাত্ত্বিক আৰু সমাজতাত্ত্বিক পৰিপ্ৰেক্ষিতত আৰু ঐতিহাসিক আৰু অৰ্থনৈতিক পৰিবেশৰ পটভূমিত লোকসমাজৰ সামগ্ৰিক জীৱন-কৃতিৰ ৰূপৰেখাক অনুধাৱন কৰাৰো অৱকাশ সম্প্ৰসাৰিত হৈছে।

লোকসংস্কৃতি চৰ্চাৰ অৰ্থ প্ৰধানতঃ আপোন অতীত ইতিহাস আৰু ঐতিহ্যৰ অনুশীলন। ইযে কেৱল অতীত ইতিহাসৰ ওপৰতহে আলোকপাত কৰে এনে নহয়, তাৰ লগে লগে আত্মোপলব্ধিৰ উদ্বোধন কৰি জাতীয়তাবোধকো জাগ্ৰত কৰে।[৩৩] কোনো এটা জাতিৰ জাতীয় ইতিহাস ৰচনাত সেই জাতিটোৰ লোকসাংস্কৃতিক সমলৰ ভূমিকা উলাই কৰিব পৰা নাযায়।[৩৪] একোটা জাতিৰ মননভংগী আৰু মূল্যবোধৰ প্ৰকৃতি নিৰ্ধাৰণ কৰে লোকসংস্কৃতিয়েই। শিষ্ট সাহিত্যৰ জীৱনী-শক্তি তাৰপৰাই সঞ্জাবিত হয়।[৩৫] কেৱল সেয়ে নহয়, কোনো এটা ভাষাৰ প্ৰণালীবদ্ধ আৰু বিজ্ঞানসম্মত আলোচনাত সেই ভাষা-সম্প্ৰদায়ৰ লোকসংস্কৃতিৰ সমলৰ অধ্যয়নো সেয়ে অপৰিহাৰ্য।

আধুনিক মানুহৰ চিন্তা, ভাবনা আৰু কল্পনাৰ মাজতো ঐতিহ্যলব্ধ লোকজীৱনৰ প্ৰভাৱ অন্তৰ্ফল্গুৰ দৰে বৈ থাকে। এই ফল্গুধাৰায়েই বহু সময়ত বৰং মানুহৰ চিন্তা-ভাবনাৰ দিক্ নিৰ্ণয় কৰি দিয়ে। ফলস্বৰূপে আধুনিক চিন্তা-চৰ্চাত, আপাত দৃষ্টিত আধুনিকতাৰ আঁৰতো অনেক সময়ত ই সক্ৰিয় হৈ থাকে। আধুনিক কাব্য-কৃতিৰ মাজতো সূক্ষ্ম ৰূপত ই ক্ৰিয়াশীল। কবিতা যিহেতু মনোজগত আৰু বহু সময়ত আনকি অৱচেতনৰ অনুভৱৰ লগত জড়িত, এতেকে সংস্কাৰৱশতঃ অৱচেতনে লাভ কৰা অনেক প্ৰভাৱ কবিতাই সূক্ষ্মৰূপত ধাৰণ কৰে। এহাতে ব্যক্তিমন আৰু আনহাতে সমষ্টিমন -- দুয়োটাই ইয়াৰ মাজেদি নীৰবে প্ৰকাশ লাভ কৰে।

অসমীয়া ৰোমাণ্টিক কবিতাৰ মাজত অসমৰ লোকজীৱন তথা লোকসংস্কৃতিৰ সাঁচ দুই প্ৰকাৰে বিচাৰিব পাৰি। প্ৰথমতে, ঊনবিংশ শতিকাৰ শেষ বা বিংশ শতিকাৰ প্ৰথমাৰ্ধত অসমীয়া গ্ৰাম্যীণ সংস্কৃতিৰ প্ৰভাৱ অসমৰ নৱ-উন্মেষিত নাগৰিক জীৱনৰ ওপৰত প্ৰতি

পদে পদে সক্ৰিয় হৈ আছিল। দ্বিতীয়তে, আধুনিক অসমীয়া মনোজগতেও নিজৰ অনুভৱ আৰু কল্পনা প্ৰকাশ কৰিবলৈ লোকজীৱনৰ পৰা, নৈসৰ্গিক প্ৰকৃতিৰ জীৱনৰ পৰাই চয়ন কৰি আনিছিল অনেক প্ৰতীক, উপমাদি অলংকাৰ। এতেকে অন্তৰ্জীৱন আৰু বহিৰ্জীৱন দুয়োটাৰে মাজত লোকজীৱনৰ প্ৰভাৱ আছিল অপ্ৰতিৰোধ্য। অৱশ্যে লোকসংস্কৃতিৰ সকলোবোৰ দিশ অসমীয়া কবিসকলৰ ৰচনাৰ মাজত বিচৰা উচিত নহ'ব। বৰং তাৰে কিছুমান দিশেনো কেনেভাৱে প্ৰকাশ লাভ কৰিছিল সেই বিচাৰহে সংগত আৰু প্ৰয়োজনীয় বিবেচিত হ'ব।

## ০.০৩ অসমীয়া ৰোমাণ্টিক কবিতাৰ পৰিচয়

উনবিংশ শতিকাৰ প্ৰথমাৰ্ধত অসমৰ ভাবজগত, বস্তুজগত সকলোতে এক বৈপ্লবিক পৰিবৰ্তন সাধিত হৈছিল। ইংৰাজসকলে প্ৰবৰ্তন কৰা পাশ্চাত্য শিক্ষাৰ ফলস্বৰূপে সমগ্ৰ ভাৰতবৰ্ষতে যি মানসিক আৰু সামাজিক পৰিবৰ্তন সংঘটিত হৈছিল তাৰ ঢৌৱে অসমৰ মানুহ আৰু অসমীয়া সাহিত্যকো ভালদৰেই স্পৰ্শ কৰিছিল। আধুনিক অসমীয়া ভাষা-সাহিত্যৰ ভেটিটো প্ৰতিষ্ঠিত হৈছিল এই সময়তেই। অষ্টাদশ শতিকাৰ শেহৰ তিনিটা দশকৰ পৰা উনবিংশ শতিকাৰ প্ৰথম তিনিটা দশকলৈকে অসমীয়া সমাজ-সাহিত্য-সংস্কৃতিৰ আন্ধাৰ যুগ। য়াণ্ডাবু সন্ধি (১৮২৬ খ্ৰী.), মিছনেৰীসকলৰ অসমত প্ৰৱেশ (১৮৩৬ খ্ৰী.) আৰু 'অৰুনোদই'ৰ প্ৰকাশে (১৮৪৬ খ্ৰী.) কেৱল এই অন্ধকাৰৰে যে অৱসান ঘটালে এনে নহয়, বহিৰ্বিশ্বৰ লগত অসমীয়া মানুহৰ যোগসূত্ৰ স্থাপনৰ সুযোগেৰে অসমত আধুনিকতাৰ পৃষ্ঠভূমি এখনো নিৰ্মাণ কৰি দিলে।[৩]

ইংৰাজসকল অসমলৈ অহাৰ পূৰ্বে বিৰাজ কৰা ৰাজনৈতিক অস্থিৰতা আৰু সামাজিক নিৰাপত্তাহীনতা অসমত কাব্য সৃষ্টিৰ বাবে অনুকূল নাছিল। তাৰ উপৰি, ইংৰাজসকল অহাৰ পাছতো তেওঁলোকৰ ভুল ভাষানীতিৰ ফলত অসমীয়া ভাষাই নিজস্ব মৰ্যাদাও হেৰুৱাব লগা হ'ল, শাসন আৰু শিক্ষাৰ ক্ষেত্ৰৰপৰা অসমীয়া ভাষা অপসাৰিত হ'ল। কিন্তু অসমত খ্ৰীষ্ট ধৰ্মৰ বাণী প্ৰচাৰ কৰিবলৈ অহা ব্ৰাউন, কট্টাৰ প্ৰমুখে মিছনেৰীসকলে ভাষা-সংকটৰ এই কালছোৱাত এক ইতিবাচক ভূমিকা গ্ৰহণ কৰি অসমীয়া ভাষাক স্ব-মৰ্যাদাত প্ৰতিষ্ঠিত কৰিবলৈ যত্নপৰ হ'ল। তেওঁলোকে অসমীয়া ভাষাৰ ব্যাকৰণ-অভিধান ৰচনাৰ উপৰিও স্বতন্ত্ৰ গ্ৰন্থ ৰচনাৰ যোগেদি, অৰুণোদইৰ মাধ্যমেৰে সাংবাদিকতাৰ যোগেদি আৰু প্ৰাথমিক বিদ্যালয় প্ৰতিষ্ঠাৰ যোগেদি ব্ৰিটিছ চৰকাৰক ভাষা-নীতি সলনি কৰিবলৈ বাধ্য কৰালে আৰু তাৰ ফলস্বৰূপে ১৮৭৩ খ্ৰীষ্টাব্দত অসমীয়া ভাষাই পুনৰ চৰকাৰী মৰ্যাদা লাভ কৰিলে।[৪] মিছনেৰীসকলৰ এই ভাষা-উদ্ধাৰৰ কাৰ্যত প্ৰধান সহায়ৰ হাত আগবঢ়াওঁতা আছিল 'অসমত আধুনিকতাৰ অগ্ৰদূত স্বৰূপ' আনন্দৰাম ঢেকিয়াল ফুকন।

আনহাতে 'অৰুনোদই'এ সৃষ্টি কৰা আদৰ্শৰ অনুপ্ৰেৰণাৰে 'অৰুনোদই' কাকতৰ পৰা 'জোনাকী' কাকতৰ জন্মলৈকে (১৮৮৯ খ্ৰী.) এই দুকুৰি তিনি বছৰ কালত অসমীয়া সাহিত্যত কে'বাখনো আলোচনীৰ জন্ম হয়।[৫] এই আলোচনীসমূহ ক্ষণস্থায়ী আছিল যদিও

আধুনিক অসমীয়া সাহিত্যৰ ভেটিটো নিৰ্মাণ কৰাত এইবোৰৰো অৱদান আছিল যথেষ্ট। বংগদেশৰ নৱজাগৰণ আৰু পাশ্চাত্য শিক্ষাই গঢ় দিয়া অসমীয়া নব্য শিক্ষিত শ্ৰেণীটোৰ মানসিকতাৰ প্ৰতিফলন এই আলোচনীসমূহত লক্ষ্য কৰিব পাৰি। সাহিত্যৰ অন্যান্য ৰূপ বন্ধৰ প্ৰকাশ এইবোৰত ঘটিলেও কবিতাৰ ক্ষেত্ৰত কিন্তু প্ৰকৃত আধুনিক তথা ৰোমাণ্টিক কবিতাৰ উন্মেষ ঘটে জোনাকী কাকতৰ পাততহে।[১০] অৱশ্যে অৰুণোদইৰ পাততে আধুনিক অসমীয়া কবিতাৰ প্ৰাথমিক আৰ্হি একোটা প্ৰকাশিত হৈছিল। বিশেষকৈ কিনাৰাম সত্ৰীয়া (যেনে - 'কলিকতাৰ সুখিয়াতি', ষষ্ঠ বছৰ, মাৰ্চ, ১৮৫১), দয়াৰাম চেতিয়া (যেনে - 'চাপাখানাৰ বিবৰণ' অষ্টম বছৰ, ফেব্ৰুৱাৰী, ১৮৫৩), নিধিলেবি ফাৰোৱেল (যেনে - 'বিনই বচন', ষষ্ঠ বছৰ, ১৮৫১) আদি লেখকে পয়াৰ ছন্দত কবিতাৰ বিষয়বস্তুত নতুনত্বৰ সূচনা কৰিছিল। কিন্তু তেওঁলোকৰ ৰচনা 'কবিতা'ৰ পৰ্যায়লৈ উন্নীত হোৱা নাছিল, সিবোৰ আছিল পদ্যহে। এই দিশৰ পৰা 'আসাম বিলাসিনী' কাকতত প্ৰকাশিত ভোলানাথ দাসৰ কবিতাৰ পৰাহে কাব্যৰ বিষয়বস্তু আৰু প্ৰকাশভংগীত অভিনৱত্বৰ সূচনা হ'ল আৰু অসমীয়া কবিতাই নতুন আদৰ্শলৈ যাবলৈ যত্ন কৰা পৰিলক্ষিত হ'ল।

পাশ্চাত্য শিক্ষা, বংগৰ নৱজাগৰণ আৰু 'অৰুনোদই'ত সৃষ্টি হোৱা পৰিবেশে অসমত আধুনিকতাৰ এক 'প্ৰস্তুতি-পৰ্ব'ৰ সৃষ্টি কৰিলে। আধুনিক অসমীয়া কবিতাৰ এই প্ৰস্তুতি পৰ্বৰ প্ৰথম উল্লেখযোগ্য কবিকেইজন হ'ল — ভোলানাথ দাস, ৰমাকান্ত চৌধুৰী আৰু কমলাকান্ত ভট্টাচাৰ্য। প্ৰকৃতিৰ সৌন্দৰ্যত ব্যক্তিসত্তা আৰোপৰ ৰোমাণ্টিক লক্ষণটো ভোলানাথ দাসৰ 'মেঘ' কবিতাতে পোন প্ৰথমবাৰৰ বাবে লক্ষ্য কৰা যায়। তাৰ উপৰি অসমীয়া কাব্য-সাহিত্যত প্ৰৱহমান পয়াৰৰ অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগো ভোলানাথেই পোন প্ৰথমে আৰম্ভ কৰে। ৰমাকান্ত চৌধুৰীৰ 'অভিমন্যু বধ' কাব্যও এনে ছন্দোমুক্তিৰ বাণীৰে প্ৰকাশিত প্ৰথমখন অসমীয়া কাব্য। অৱশ্যে এই দুয়োজন কবিয়েই কাব্যসৃষ্টিৰ প্ৰেৰণাৰ ক্ষেত্ৰত ইংৰাজী সাহিত্যতকৈও বঙলা সাহিত্যৰ ওচৰতহে অধিক ঋণী। অসমীয়া কবিতাত পাশ্চাত্য ধ্যান-ধাৰণাৰ প্ৰকাশ প্ৰস্তুতি পৰ্বৰ তৃতীয়জন কবি কমলাকান্ত ভট্টাচাৰ্যৰ কবিতাতে প্ৰথমবাৰৰ বাবে লক্ষ্য কৰিব পাৰি। তেওঁৰ কবিতাত চকুতলগা বিশেষত্ব প্ৰখৰ ৰাজনৈতিক আৰু সামাজিক চেতনা আৰু ঐতিহ্য-প্ৰীতি। অৱশ্যে এনে বিশেষত্বই তেওঁৰ কবিতাৰ মাধুৰ্য মাজে মাজে হ্ৰাস নকৰাও নহয়। তথাপি কমলাকান্তৰ কবিতা অসমীয়া ৰোমাণ্টিক কবিতাৰ যেন এক শুকলা অনুশীলন।

অসমীয়া কাব্য-সাহিত্যত ক্ৰান্তিকাৰী আৰু যুগ-পৰিৱৰ্তনৰ সূচক 'জোনাকী'য়ে অসমীয়া কাব্য-বাণীলৈ বৈভৱৰ বতৰা কঢ়িয়াই আনিলে ইয়াৰ জন্মৰ মুহূৰ্ততে। পশ্চিমীয়া ৰোমাণ্টিক কাব্যাদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত আৰু বঙলা কবিতাৰ দ্বাৰা অনুপ্ৰাণিত অসমীয়া কবিসকলৰ কাব্য-প্ৰচেষ্টাই অসমীয়া সাহিত্যৰ সৰ্বাতোকৈ বৈভৱ আৰু প্ৰাচুৰ্যৰ কাল 'জোনাকী যুগ'ৰ জন্ম দিলে। ৰোমাণ্টিক লক্ষণৰ সকলোবোৰ মেটমৰা বোজাৰ সম্ভাৰ লৈ ভোকনম্ৰা লতিকাৰ দৰে প্ৰকাশ লাভ কৰা ৰোমাণ্টিক কাব্যধাৰাই প্ৰায় আঢৈকুৰি বছৰ কাল অসমীয়া কাব্য-সাহিত্যত অভিনৱত্বৰ সূচকৰূপে চিহ্নিত হৈ ৰ'ল।

অসমীয়া ৰোমাণ্টিক কাব্যধাৰাৰ সবাতোকৈ উল্লেখযোগ্য কবিজন হ'ল চন্দ্ৰকুমাৰ আগৰৱালা। লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ সহযোগত তেওঁ 'জোনাকী'ৰ জন্ম দিয়াই নহয়, ৰোমাণ্টিক সকলোবোৰ লক্ষণ-প্ৰকাশক তেওঁৰ কাব্য-প্ৰচেষ্টাৰে কাব্য-সাহিত্যৰ আন্দোলন এটা গঢ়ি তুলি তাক সবল আৰু সতেজ কৰিও তুলিলে। 'প্ৰতিমা' আৰু 'বীণ ব'ৰাগী' এই দুখন কাব্যপুথিৰ অন্তৰ্গত তেওঁৰ দুটিমান কবিতা (যেনে - নিয়ৰ, মাধুৰী, তেজীমলা, বীণ ব'ৰাগী, বনকুঁৱৰী আদি) অসমীয়া কাব্য-সাহিত্যৰে মূল্যবান সম্পদস্বৰূপ। তেওঁৰ কাব্য-চেতনাৰ মাই আধাৰ সৌন্দৰ্যসন্ধানী কবি চিত্তৰ নান্দনিক ৰসবোধ। প্ৰকৃতি বন্দনা, মানব প্ৰীতি, আত্মমুক্তিৰ আকাংক্ষা, জনশ্ৰুতি আৰু লোককথাৰ কাব্যিক প্ৰয়োগ আদি ৰোমাণ্টিক সকলোবোৰ লক্ষণেই তেওঁৰ কবিতাত বিদ্যমান।

চন্দ্ৰকুমাৰৰ সহযোগী বেজবৰুৱাই 'কবিতা হয় যদি হওক, নহয় যদি নহওক' ভাবত যিখিনি কবিতা ৰচনা কৰিছিল তাৰ দুটিমান এজন সমালোচকে ক'বৰ দৰে যথাৰ্থতে 'সোণ পানীৰে ছপাই-বন্ধাই থ'বলগীয়া।'[১১] তেওঁ এমুঠি সাৰ্থক কবিতাত (যেনে- মালতী, বীণ ব'ৰাগী, ধনবৰ আৰু ৰতনী, প্ৰিয়তমা, অসম সংগীত আদি) ৰোমাণ্টিক ধ্যান-ধাৰণাৰ প্ৰকাশ কৰাই নহয়, জাতীয় ঐতিহ্যৰ উজ্জ্বল চানেকিৰে আত্মবিস্মৃত অসমীয়া জাতিটোক অনুপ্ৰেৰণাৰো যোগান ধৰিছিল। তেওঁৰ কবিতাৰ ভাববস্তু, ছন্দৰীতি আৰু শব্দচয়নত অসমৰ লোকজীৱনৰ ব্যঞ্জনা এক লক্ষণীয় বিশেষত্ব। অসমীয়া লোকগীত আদিৰ বাচকবনীয়া অংশবোৰ বেজবৰুৱাই পোন প্ৰথমে কবিতাত ব্যৱহাৰ কৰে আৰু সিবোৰৰ কাব্যিক সৌন্দৰ্যৰ প্ৰতি নব্য-শিক্ষিত শ্ৰেণীৰ দৃষ্টি আকৰ্ষণ কৰে।[১২]

চন্দ্ৰকুমাৰ আৰু বেজবৰুৱাৰ সহযোগী হেমচন্দ্ৰ গোস্বামীৰ বাবে কবিতা 'জিৰণিৰ মাজুলীহে আছিল' যদিও অসমীয়া কাব্য-সাহিত্যত চতুৰ্দশপদী কবিতাৰ জন্মদাতা হিচাপে তেওঁৰ নাম স্মৰণীয় হৈ থাকিব। 'প্ৰিয়তমাৰ চিঠি', 'পূৰা', আদি সাৰ্থক কবিতা ৰচয়িতা এই কবিজনে প্ৰত্নতত্ত্বত গভীৰ মনোনিবেশ কৰি কাব্য-চৰ্চাৰ ফালে পিঠি দিলে।

'জোনাকী'ৰ এই ত্ৰি-মূৰ্তিৰ সমসাময়িক, কাব্য সৃষ্টিত হাত-উজান দিয়া আন কবিসকল হ'ল পদ্মনাথ গোহাঞিবৰুৱা, মফিজুদ্দিন আহমদ হাজৰিকা, আনন্দচন্দ্ৰ আগৰৱালা, হিতেশ্বৰ বৰবৰুৱা আৰু চন্দ্ৰধৰ বৰুৱা। গদ্যশিল্পীৰূপে গোহাঞিবৰুৱাৰ নিপুণতা সন্দেহাতীত, কিন্তু কাব্য-প্ৰচেষ্টাত সেই নিপুণতা লক্ষ্য কৰিব কৰা নাযায়। পিছে সংযত কল্পনা আৰু প্ৰকাশভংগীৰ গাম্ভীৰ্যৰে তেওঁৰ কিছুমান চতুৰ্দশপদী কবিতা অভাবিতৰূপে সৌন্দৰ্যমণ্ডিত। 'জ্ঞান মালিনী' আৰু 'তত্ত্ব পাৰিজাত' কাব্য-পুথিৰ ৰচয়িতা মফিজুদ্দিন আহমদ হাজৰিকাৰ সকলোবোৰ কবিতাই আধ্যাত্মিক ভাৱসম্পন্ন। চুফী দৰ্শনে তেওঁৰ কবিতাত গভীৰ ভাব বিস্তাৰ কৰিছে। 'ভাঙনি কোঁৱৰ' নামেৰে খ্যাত আনন্দচন্দ্ৰ আগৰৱালাই ভাসেমান বিদেশী কবিতাক মূলতকৈও মনোৰম ৰূপত আমাৰ চহা কবিতাৰ ঠাঁচলৈ পৰিবৰ্তন কৰিছে। তেওঁৰ মৌলিক কবিতাৰ সংখ্যা তাকৰ যদিও দুটিমান কবিতা (যেনে - পানেশৈ, ৰূপম, দেৱকন্যা মানবী বেশেৰে আদি) ভাববস্তু আৰু শৈল্পিক শিল্পৰ পৰা যথেষ্ট উজ্জ্বল। অসমীয়া সাহিত্যত প্ৰথম চনেট পুথিৰ ৰচয়িতা হিতেশ্বৰ বৰবৰুৱাই তেওঁৰ 'মালচ', 'চকুলো' আদি কাব্য-পুথিৰ

চনেটসমূহত ভাবৰ গাম্ভীৰ্য আৰু অনুভূতিৰ সংযমেৰে এই কাব্যৰূপক এক পৰিপূৰ্ণ আৰু নিটোল ৰূপ দান কৰিছে। সুষম অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ তেওঁৰ কাহিনী-কাব্যকেইখনৰ লক্ষণীয় বিশেষত্ব। চন্দ্ৰধৰ বৰুৱাই ব্যংগ কবিতাৰ ৰচক হিচাপেই আত্মপ্ৰকাশ কৰিছিল। 'ৰঞ্জন'ত সন্নিবিষ্ট তেওঁৰ ব্যংগ কবিতাসমূহৰ জৰিয়তে সমকালীন অসমীয়া সমাজৰ একশ্ৰেণী লোকৰ স্বৰূপ তেওঁ উদঙাই দেখুৱাইছে। ব্যংগ কবিতাৰ উপৰিও 'ৰঞ্জন'ত দুটিমান সাৰ্থক খণ্ড কবিতা আছে (যেনে - ধূলিকণা মই, স্মৃতি আদি) য'ত বৰুৱাৰ কল্পনা আৰু বিশ্লেষণী শক্তিৰ সম্যক পৰিচয় পাব পাৰি। তেওঁৰ বৰ্ণনাত্মক খণ্ডকবিতাকেইখনিত প্ৰৱহমান অমিত্ৰাক্ষৰ ছন্দৰ সু-প্ৰয়োগ এক লক্ষণীয় বিশেষত্ব।

জোনাকীয়ে সৃষ্টি কৰা সাহিত্যিক আদৰ্শটো সঞ্চালনি কৰি প্ৰৱাহিত কৰি ৰাখিছিল 'জোনাকী'ৰ পৰৱৰ্তী আলোচনীসমূহে (যেনে - উষা (১৯০৭), বাঁহী (১৯০৯), আলোচনী (১৯১০), চেতনা (১৯১৯) আদি)। এই আলোচনীসমূহে অসমীয়া লেখক-সাহিত্যিকসকলক সৃষ্টিৰ প্ৰেৰণা যোগান ধৰিছিল। আলোচনীসমূহৰ ভিতৰত সৰাতোকৈ উল্লেখযোগ্য আছিল 'বাঁহী' আৰু বাঁহীয়েই প্ৰকৃতাৰ্থত ভালেমান অসমীয়া কবিৰ কাব্য-চৰ্চাৰ ক্ষেত্ৰখন মুকলি কৰি দিলে।

'জোনাকী'ৰ আদৰ্শৰ উত্তৰ সাধক উল্লেখযোগ্য অসমীয়া কবিকেইজন আছিল ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰী ৰায়চৌধুৰী, যতীন্দ্ৰনাথ দুৱৰা, ৰত্নকান্ত বৰকাকতি, দণ্ডিনাথ কলিতা, নলিনীবালা দেৱী আৰু ধৰ্মেশ্বৰী দেৱী বৰুৱানী। চৌধাৰীয়ে তেওঁৰ প্ৰকৃতি বিষয়ক কবিতাৰাজিৰ জৰিয়তে প্ৰৱহমান প্ৰকৃতিক এক নতুন ৰূপ আৰু এক নতুন চেতনা দিছে। তেওঁৰ কবিতাৰ প্ৰধান সুৰ দুটা, এটাত প্ৰেম-প্ৰকৃতি-সৌন্দৰ্যৰ ছবি আৰু আনটোত বৈৰাগ্য আৰু কাৰুণ্যৰ সুৰ ধ্বনিত হৈছে। ঐতিহ্য-প্ৰীতি, অলংকাৰ-প্ৰাচুৰ্য আৰু চিত্ৰল বৰ্ণনা তেওঁৰ কবিতাৰ লক্ষণীয় বিশেষত্ব।

চৌধাৰীৰ সমসাময়িক আনজন প্ৰভাৱশালী কবি অম্বিকাগিৰী ৰায়চৌধুৰীৰো কবিতাৰ প্ৰধান সুৰ দুটা — এটাত আছে বৈপ্লৱিক চিন্তাৰ মূৰ্তিমান প্ৰকাশ আৰু আনটোত আছে আধ্যাত্মিকতাৰ অভিব্যক্তি। তেওঁৰ 'অনুভূতি', 'বেদনাৰ উল্কা', 'তই স্থাপন কৰ স্থাপন কৰ' আদি কাব্যগ্ৰন্থত প্ৰথমটোৰ আৰু 'তুমি', 'বীণা' আদি কাব্যগ্ৰন্থত দ্বিতীয়টো সুৰৰ অনুৰণন অনুভৱ কৰিব পাৰি। নিটোল ছন্দৰীতি তেওঁৰ কবিতাৰ অন্যতম প্ৰধান বিশেষত্ব।

গীতি কবিতাৰ অনুভূতিৰ কোমলতা আৰু প্ৰকাশৰ গীতিময়তাৰ দিশৰ পৰা অসমীয়া ৰোমাণ্টিক কবিতাৰ সৰাতোকৈ সাৰ্থক কবিজন হ'ল যতীন্দ্ৰনাথ দুৱৰা। তেওঁৰ কেউখন কবিতাপুথিতে এক সূক্ষ্ম বিষাদ-বোধৰ অভিব্যক্তি স্পষ্টভাৱে অনুভূত হয়। আত্মকেন্দ্ৰিকতা তেওঁৰ কবিতাৰ আন এক বিশেষত্ব। দুৱৰাৰে সমসাময়িক ৰত্নকান্ত বৰকাকতিৰ 'শেৱালি'ৰ কবিতাসমূহত প্ৰেম আৰু প্ৰেমৰ বিবিধ সুষমা প্ৰকাশিত হৈছে। বৰকাকতিৰ কবিতাত ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতাৰ প্ৰভাৱ বিশেষভাৱে অনুভূত হয়। তেওঁৰ কবিতাত অসমীয়া ছন্দৰীতিৰ তিনিওটা ধাৰাই (স্বৰবৃত্ত, মাত্ৰাবৃত্ত আৰু যৌগিক) সমানে গুৰুত্ব লাভ কৰিছে। সুষম ছন্দ-বিন্যাসে তেওঁৰ কবিতাক এক বেলেগ মাধুৰ্য দান কৰিছে। গীতি-কবিৰূপে বৰ

বিশেষ সাৰ্থক কবি নহ'লেও দণ্ডিনাথ কলিতাই তেওঁৰ বাংগ কবিতাসমূহৰ জৰিয়তে (যেনে- 'ৰহঘৰা', 'বহুৰূপী', 'কগৰ' আদি পুথি) অসমীয়া সমাজৰ বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী স্বৰূপটো সাৰ্থকভাৱে উদঙাই দেখুৱাইছে।

অসমীয়া ৰোমাণ্টিক কাব্যধাৰাৰ সবাতোকৈ সাৰ্থকতম মহিলা কবিগৰাকী হ'ল নলিনীবালা দেৱী। ভাৰতীয় বেদান্ত দৰ্শনৰ ধ্যান-ধাৰণাৰে তেওঁৰ কাব্য-মানস গঢ় লৈ উঠিছে। সেয়ে ভাৰতীয় দৰ্শনৰ জন্মান্তৰবাদ, কৰ্মফলবাদ, সৰ্বেশ্বৰবাদ আৰু ভক্তিবাদে তেওঁৰ কবিতাত প্ৰাধান্য লাভ কৰিছে। কাৰুণ্যৰ সুৰ এটিয়ে তেওঁৰ কবিতাক অধিক মোহনীয় কৰি তুলিছে। তেওঁৰ ভালেমান কবিতাত ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতাৰ প্ৰভাৱ অনুভূত হয়। নলিনীবালা দেৱীৰ প্ৰসংগতে স্মৰণ কৰিব পাৰি আন দুগৰাকী মহিলা কবিৰ নাম আৰু তেওঁলোক হ'ল ধৰ্মেশ্বৰী দেৱী বৰুৱানী আৰু যমুনেশ্বৰী খাটনিয়াৰ। এই দুয়োগৰাকী কবিৰে কাব্য-সৃষ্টিৰ উৎস সাংসাৰিক দুখ-যন্ত্ৰণা কিন্তু তাকে ভগবানৰ আশীষ বুলি গ্ৰহণ কৰাত তেওঁলোকৰ কবিতাই এক আধ্যাত্মিক স্তৰ লাভ কৰিছে। এই দিশৰ পৰা দুয়োগৰাকী কবিৰ কবিতাৰ লগত নলিনীবালাৰ কবিতাৰ এক ভাবগত ঐক্য অনুভূত হয়, কিন্তু কাব্যিক গুণৰ দিশৰ পৰা তেওঁলোকৰ কবিতাই নলিনীবালাৰ কবিতাৰ পৰ্যায় লাভ কৰা নাই।

অসমীয়া ৰোমাণ্টিক কাব্যধাৰাৰ এইকেইজন গুৰুত্বপূৰ্ণ কবিৰ পাছৰ উল্লেখযোগ্য কবি-কেইজন হ'ল ডিম্বেশ্বৰ নেওগ, শৈলধৰ ৰাজখোৱা, সূৰ্যকুমাৰ ভূঞা, পদ্মধৰ চলিহা আৰু নীলমণি ফুকন। ভাবৰ ঐশ্বৰ্য আৰু সুষম ছন্দৰ দিশৰ পৰা এওঁলোকৰ কিছুমান কবিতা অতি মনোৰম। ডিম্বেশ্বৰ নেওগৰ কবিতাৰ দুটা প্ৰধান সুৰ—প্ৰেম আৰু স্বদেশপ্ৰেম। তেওঁৰ দুটিমান কবিতা ভাবৰ গাম্ভীৰ্য আৰু প্ৰকাশভংগীৰ সৌষ্ঠৱেৰে প্ৰাণৱন্ত। একেদৰে শৈলধৰ ৰাজখোৱাৰো কবিতাৰ মূল সুৰ প্ৰেমানুভূতি আৰু জাতীয়তাবাদ। সূৰ্যকুমাৰ ভূঞাৰ কবিতাত দুৰবাৰ কবিতাৰ দৰে সূক্ষ্ম ভাবানুভূতিৰ প্ৰকাশ লক্ষ্য কৰিব পাৰি। গীতিকাৰ ৰূপেই প্ৰসিদ্ধ পদ্মধৰ চলিহাৰ কবিতাৰ মূল সুৰ স্বদেশপ্ৰীতি। নীলমণি ফুকনৰ কবিতা ভাৰতীয় বেদান্ত দৰ্শনৰ ধ্যান-ধাৰণাৰে প্ৰভাৱিত। দেশপ্ৰেমমূলক কবিতা সৃষ্টিত এই কবিসকলৰ কেইজনৰো পাৰদৰ্শিতা প্ৰত্যক্ষ কৰা যায় আৰু এই ক্ষেত্ৰত তেওঁলোকৰ বাবে প্ৰেৰণাৰ প্ৰধান আকৰ আছিল ভাৰতৰ স্বাধীনতা আন্দোলন।

এই শতিকাৰ দ্বিতীয় আৰু তৃতীয় দশকত কবিৰূপে প্ৰসিদ্ধি লাভ কৰা অসমীয়া ৰোমাণ্টিক কবিসকলৰ ভিতৰত পাৰ্বতিপ্ৰসাদ বৰুৱা, প্ৰসন্নলাল চৌধুৰী, জ্যোতিপ্ৰসাদ আগৰৱালা, বিনন্দচন্দ্ৰ বৰুৱা, অতুলচন্দ্ৰ হাজৰিকা আৰু আনন্দচন্দ্ৰ বৰুৱাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। পাৰ্বতিপ্ৰসাদৰ কবিতাত ৰূপ-ৰস-গন্ধ-স্পৰ্শৰে ভৰা পৃথিৱীখনি কোমল ৰূপত ধৰা দিছে। তেওঁৰ অধিকাংশ কবিতাৰ আধাৰ অসমৰ শাৰদীয় মনোৰম প্ৰকৃতি। কাৰুণ্যৰ স্পৰ্শই চুই যোৱা তেওঁৰ কবিতাসমূহৰ মাজেদি অসমৰ লোকজীৱনটোৱেই যেন সাৰ পাই উঠিব খোজে। প্ৰসন্নলাল চৌধুৰীৰ কবিতা বিদ্ৰোহৰ কবিতা, সাম্যবাদ আৰু স্বদেশপ্ৰেমেই তেওঁৰ কবিতাৰ মূল সুৰ। চৌধুৰীৰ কবিতাত বংগদেশৰ কবি নজৰুল ইছলামৰ কবিতাৰ এক দূৰাগত প্ৰতিধ্বনি শুনা যায়। জ্যোতিপ্ৰসাদ আগৰৱালাৰো কবিতাৰ মূল সুৰ স্বদেশপ্ৰেম।

তেওঁ ৰোমাণ্টিক কবি যদিও ৰোমাণ্টিক কবিতাৰ ব্যক্তিগত ভাববিলাস তেওঁৰ কবিতাত সম্পূৰ্ণ অনুপস্থিত। অসমৰ বৰ্ণাঢ্য প্ৰকৃতি, অসমৰ লোকজীৱন আৰু এক সমাজ সচেতন দৃষ্টিভংগীয়ে তেওঁৰ কবিতাক এক বিশেষ আয়তন দান কৰিছে। 'ধ্বনি কবি' ৰূপে প্ৰসিদ্ধ বিনন্দচন্দ্ৰ বৰুৱাৰ কবিতাৰো মূল সুৰ স্বদেশ প্ৰেমৰ উদ্দীপনা। অতীত অসমৰ শৌৰ্য-বীৰ্য, কীৰ্তি-কলাপে তেওঁৰ কবিতাৰ অন্তৰালৰ প্ৰধান অনুপ্ৰেৰণা ৰূপে ক্ৰিয়া কৰিছে। কবি হিচাপে সূক্ষ্ম অন্তৰস্পৰ্শী কল্পনাৰ অধিকাৰী নহয় যদিও অতুলচন্দ্ৰ হাজৰিকাৰ দুই-এটি কবিতা ভাবৰ ঐশ্বৰ্য আৰু প্ৰকাশভংগীৰ চাৰুতাৰ বাবে যথেষ্ট সংবেদনশীল। 'বকুলবনৰ কবি' ৰূপে খ্যাত আনন্দচন্দ্ৰ বৰুৱাৰ কবিতাসমূহত সুকুমাৰ অনুভৱৰ প্ৰকাশ লক্ষ্য কৰা যায় যদিও দৃষ্টিৰ গভীৰতা আৰু ভাবৰ মহত্ত্ব তেওঁৰ সকলোবোৰ কবিতাত প্ৰত্যক্ষ কৰা নাযায়। তেওঁৰ কবিতাৰ শব্দচয়ন অসমৰ গ্ৰাম্য সহজ-সৰল জীৱনৰ প্ৰতিনিধি সূচক।

অসমীয়া ৰোমাণ্টিক কাব্যধাৰাৰ একেবাৰে শেহতীয়া কবি দুজন হ'ল গণেশচন্দ্ৰ গগৈ আৰু দেৱকান্ত বৰুৱা। গগৈৰ কবিতাৰ লগত দুৱৰাৰ কবিতাৰ এক ভাবগত সাদৃশ্য লক্ষ্য কৰা যায়, কাৰণ ব্যক্তিগত বিষাদৰ চিত্তদ্ৰাবী প্ৰকাশ দুয়োজনৰে কবিতাৰ বিষয়বস্তু। তেওঁৰ কবিতাত ধ্বনিত হৈ আছে বিফল প্ৰেমৰ কৰুণ অনুৰণন। সুষম ছন্দ আৰু মৃদু-মধুৰ শব্দ চয়নে গগৈৰ কবিতাক অধিক ৰমণীয় কৰি তুলিছে। আনহাতে ৰোমাণ্টিক কাব্য-ধাৰাৰ অন্তৰাগৰ কবি দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা'ৰ কবিতাসমূহত ইন্দ্ৰিয়জ প্ৰেম-ভাবনাৰ সৰ্বোত্তম প্ৰকাশ ঘটিছে। তেওঁৰ কবিতাৰো মূল সুৰ প্ৰেম, কিন্তু সেই প্ৰেমৰ ধাৰণা ৰোমাণ্টিক কবিৰ প্ৰেমৰ ধাৰণাতকৈ যেন কিছু পৃথক। তেওঁৰ কবিতাতো প্ৰেমৰ ব্যৰ্থতা আছে, বিৰহৰ অনুৰণন আছে, কিন্তু তাকে তেওঁ দুৱৰা অথবা গগৈৰ দৰে কৰুণ কৰিবৰ প্ৰয়াস কৰা নাই। ইংৰাজ কবি ৰবাৰ্ট ব্ৰাউনিঙৰ 'ড্ৰামাটিক মন'ল'গ' অসমীয়া কবিতাত পোন প্ৰথমবাৰৰ বাবে দেৱকান্ত বৰুৱায়েই সাৰ্থকভাৱে প্ৰয়োগ কৰিছে। প্ৰকাশভংগীৰ অভিনৱত্বৰ বাবেই দেৱকান্তৰ কবিতাসমূহ অসমীয়া ৰোমাণ্টিক কবিতাৰ ইতিহাসত 'নুমুৱাৰ আগতে শেষবাৰলৈ ভমককৈ জ্বলি উঠা চাকিৰ জুইৰ শিখাৰ দৰে' উজ্জ্বল।[১০]

উল্লিখিত কবিসকলেই অসমীয়া ৰোমাণ্টিক কাব্য-সাহিত্যৰ উল্লেখযোগ্য কবি। অৱশ্যে ৰোমাণ্টিক কাব্য-আন্দোলনটোৱে সমগ্ৰ অসম টোৱাই ৰখা সময়ছোৱাত আন বহুজন কবিৰ কাব্য-সৃষ্টিৰ প্ৰচেষ্টা লক্ষ্য কৰিব পাৰি। সেইসকলৰ কোনোজনৰ হয়তো স্বকীয় কাব্য-সংকলন প্ৰকাশিত হৈছে আৰু কোনোজনৰ হয়তো কাব্য-প্ৰচেষ্টা আলোচনী আৰু সাময়িক পত্ৰিকাৰ পাততে সিঁচৰতি হৈ আছে। আমি আলোচনাৰ ভিতৰলৈ ননা সেইসকল কবিৰ কাব্য-প্ৰয়াসো অসমীয়া কবিতাৰ ইতিহাসত স্মৰণযোগ্য।

## প্ৰসংগ-নিৰ্দেশ

১. Mathew Arnold, *Essays in Criticism*, second series, P-3.

২. 'Poetry then cannot be separated from the society whose

specifically human activity secrets it.' -- Christopher Caudwell, *Illusion and Reality*, P-35

৩. নলিনীধৰ ভট্টাচাৰ্য, 'কবিতা', *সাহিত্য সমীক্ষা,* পৃষ্ঠা-২৩।

৪ বীৰেন্দ্ৰনাথ দত্ত, 'অসমীয়া লোক সাহিত্য ঃ বৈচিত্ৰ্য আৰু ঐক্য', *অসমীয়া প্ৰবন্ধ চয়ন,* পৃষ্ঠা-৩০৫

৫ 'গ্ৰাম্য সাহিত্য', *লোক সাহিত্য,* পৃষ্ঠা-৯২

৬. T.S Eliot, 'Tradition and Individual Talent', *Selected Prose*, P-23.

৭. Maurice Bowra, *The Romantic Imagination*, P-82.

৮. 'Poetry and Poetic Diction', in *Nineteenth Century English Literary Criticism*, (ed.) Edmund Jones, Pp.-3,4.

৯ 'William John Thomes, sent a letter to Anthenaeum, a magazine catering to the intellectually curious, suggesting that the new word 'Folk Lore' be henceforth adopted in place of the cumbersome phrase 'Popular Antiquities.'
-- Richard M. Dorson, 'Introduction', *Folklore and Folklife*, P-I.

১০ তুষাৰ চট্টোপাধ্যায়, *লোকসংস্কৃতিৰ তত্ত্বৰূপ ও স্বৰূপ সন্ধান,* পৃষ্ঠা-২

১১. Alan Dundes, (ed.) *The Study of Folklore*, P- 4.

১২. শব্দটোৰ প্ৰথম অংশ 'ফ'ক' (Folk) যাৰ অৰ্থ সাধাৰণ মানুহ বা জনসমষ্টি। 'লোক' ইয়াৰ উপযুক্ত প্ৰতিশব্দৰূপে গৃহীত। এই লোক হ'ল প্ৰাচীন ঐতিহ্যভিত্তিক সমাজৰ বাসিন্দা। তেওঁলোকক 'প্ৰিমিটিভ' বুলি ক'ব পৰা নাযায়। অথচ তেওঁলোকৰ সামাজিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰত প্ৰাচীন ধাৰা প্ৰবহমান। আনহাতে 'ল'ৰ' (Lore) শব্দৰ মূল উৎস প্ৰাচীন টিউটনিক ভাষাত প্ৰোথিত যাৰ অৰ্থ জ্ঞান বা জ্ঞান আহৰণ। প্ৰাচীন ইংৰাজীত শব্দটো আছিল Lar যাৰ অৰ্থও আছিল জ্ঞান। (অনূদিত) – চিত্ত মণ্ডল, *ফোকলোৰেৰ স্বৰূপ,* পৃষ্ঠা-৪৩

১৩. যেনে— লোকযান (সুনীতিকুমাৰ চট্টোপাধ্যায়), লোকবাৰ্তা (বাসুদেৱ শৰণ আগৰৱালা), লোকবিদ্যা (ৰমাপ্ৰসাদ দত্ত), লোকশ্ৰুতি (আশুতোষ ভট্টাচাৰ্য), লোক বাঙ্ময় (কেশৰী নাৰায়ণ শুক্ল), গ্ৰাম্য সাহিত্য (ৰামনৰেশ ত্ৰিপাঠী), জনশ্ৰুতি (প্ৰফুল্লদত্ত গোস্বামী), লোক বিজ্ঞান (মহম্মদ শহীদুল্লাহ), লোকচৰ্যা (সুকুমাৰ সেন), লোকবৃত্ত (শংকৰ সেনগুপ্ত), লোকচাৰণা (নিৰ্মলেন্দু ভৌমিক), লোক ঐতিহ্য (আনোৱাৰুল কৰিম), লোকলোৰ (মযহাৰুল ইছলাম), লোককৃতি (তুষাৰ চট্টোপাধ্যায়), লোকায়ন (অৰুণকুমাৰ ঘোষ)

ইত্যাদি।

১৪. যেনে – বিৰিঞ্চিকুমাৰ বৰুৱা 'লোকসংস্কৃতি', প্ৰফুল্লদত্ত গোস্বামী 'জন সাহিত্য', 'জনকৃষ্টি', শিৱনাথ বৰ্মন 'লোককৃষ্টি', নবীনচন্দ্ৰ শৰ্মা 'লোকবিদ্যা', যোগেশ দাস 'জনকৃষ্টি' ইত্যাদি।

১৫ যেনে — বাংলা ভাষাত আশুতোষ ভট্টাচাৰ্য, পল্লব সেনগুপ্ত, বৰুণ চক্ৰবৰ্তী, আচৰাফ চিদ্দিকী, তুষাৰ চট্টোপাধ্যায় ইত্যাদিয়ে, হিন্দী ভাষাত কৃষ্ণদেৱ উপাধ্যায আদিয়ে, অসমীয়া ভাষাত বিৰিঞ্চিকুমাৰ বৰুৱা, বীৰেন্দ্ৰনাথ দত্ত, নিৰ্মলপ্ৰভা বৰদলৈ আদিয়ে 'লোকসংস্কৃতি' ব্যৱহাৰ কৰিছে। উল্লেখযোগ্য যে বিভিন্ন পৰিভাষা নিৰ্মাণ কৰোঁতাসকলেও পৰৱৰ্তী কালত 'লোকসংস্কৃতি' শব্দটোকে ব্যৱহাৰৰ পোষকতা কৰা লক্ষ্য কৰা হয়।

১৬ তুষাৰ চট্টোপাধ্যায, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা ৩২ ৩৩

১৭ Maria Leach (ed ), *Standard Dictionary of Folklore, Mythology and Legend*, (SDFML), Pp-398-403

১৮ 'The essence of Folklore however is something that cannot be contained in a definition but that grows upon one with Folklore experience'.
--- Benjamin Bokin, 'A treasury of American Folklore', *A Folklore Reader*, (ed ) Keneth and Mary Clarke, P-23.

১৯ 'Almost everybody who has heard the word 'Folklore' knows instinctively what it is, just as everybody who has seriously read 'Poetry' know what it is Yet both these words are hard to define ' -- Francis Lee Utley, 'A Definition of Folklore', *Our Living Tradition*, (ed.) T P Coffin, P-3

২০ এই সন্দৰ্ভত তুষাৰ চট্টোপাধ্যায প্ৰদত্ত সংজ্ঞাটি অধিক বিশ্লেষণাত্মক বুলি বিবেচনা কৰিব পাৰি।
দ্ৰষ্টব্য : 'Twoards a Definition of Folklore', *Folklore*, Bangladesh, Vol-I, No-I Pp-9–15

২১ ৰবীন্দ্ৰনাথ ঠাকুৰ, 'সাহিত্যেৰ পথে', *ৰবীন্দ্ৰ ৰচনাৱলী*, শতবাৰ্ষিকী সংস্কৰণ, ১৪শ খণ্ড, পৃষ্ঠা-৩৬৪

২২ 'They are neither Primitive in the usual sense of the word, nor are they 'Civilized' in the sense of being integrated in • to modern industrial Cultures.'
-- G M Foster, *Waht is Folk Culture*.

২৩ 'The term 'Folk' can refer to any group of people whatsever

who share at least one common factor. It does not matter what the liking factor is -- it would be a common occupation, language or religion but what is important is that a group form whatever reason will have some traditions which it calls it own.'

-- Alan Dundes, *Op Cit*. P-2

২৪ ওয়াকিল আহমদ, *বাংলার লোকশ্রুতি*, পৃষ্ঠা ১৩

২৫ মযহারুল ইছলাম, *ফোকলোরের পরিচিতি এবং লোকসাহিত্যের পঠন পাঠন*, পৃষ্ঠা ১৪

২৬ R M Dorson, *Op Cit*, P-1

২৭ 'Verbal Art'

-- W R Bascom, *Contribution to Folkloristics*, P-67

২৮ 'Expressive Literature'

-- R M Dorson, *Op Cit*, P-2

২৯ J Handoo, *Folklore An Introduction*, P-3

৩০ R M Dorson, *Op Cit*, P 3

৩১ 'Folklore occurs in all societies even in the most highly urbanaized'

--*The Encyclopaedia Americana*, International Edition, Vol II, P- 4222

৩২ 'Folklore is an echo of the past, but at the same time it is also the vigorous voice of the present.'

-- Y M Sokolov, *Russian Folklore*, P-15

৩৩ শংকর সেনগুপ্ত, *লোকবৃত্ত ও সাহিত্য*, পৃষ্ঠা ১৬

৩৪. 'Folklore and Folk tradition have formed a large component of emergent nationalism.'

--R.M. Dorson, *Op Cit*, P-3

৩৫ 'Folklore can play in the building up the general history of a nation.'

-- Marcel Rionx, *Folk and Folklore*.

৩৬. সত্যেন্দ্রনারায়ণ মজুমদার, *মার্কসীয় দৃষ্টিতে লোকসংস্কৃতি*, পৃষ্ঠা-৯

৩৭ দ্রষ্টব্য : মহেশ্বর নেওগ, 'ভূমিকা', 'অকনোমাই'র একত্র সংকলন, পৃষ্ঠা-৮৬-৮৭

৩৮. Nagen Saikia, *Background of Modern Assamese Literature*, Pp-181-182.

৩৯. যেনে– আসাম বিলাসিনী (১৮৭১), আসাম মিহিৰ (১৮৭২), আসাম দৰ্পণ (১৮৭৮), চন্দ্ৰোদয় (১৮৭৬), আসাম দীপক (১৮৭৬), আসাম নিউচ (১৮৮৫), আসাম বন্ধু (১৮৮৫), মৌ (১৮৮৬), আসাম তৰা (১৮৮৬), ল'ৰাবন্ধু (১৮৮৮) ইত্যাদি।

৪০. 'জোনাকী' কাকতৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত প্ৰকাশিত চন্দ্ৰকুমাৰ আগৰৱালাৰ 'বনকুঁৱৰী' কবিতাটিৰপৰা অসমীয়া ৰোমাণ্টিক কবিতাৰ শুভাৰম্ভ বুলি কোৱা হয়।

৪১. মহেশ্বৰ নেওগ, *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, পৃষ্ঠা-২৭১

৪২. ভবেন বৰুৱা, 'বেজবৰুৱাৰ সাহিত্য জগতত প্ৰাচ্য আৰু পাশ্চাত্য', *বেজবৰুৱা*, পৃষ্ঠা-৪৮

৪৩. মহেন্দ্ৰ বৰা, 'ভূমিকা', *অসমীয়া কবিতা চয়ন*, পৃষ্ঠা-৫০।

# প্ৰথম অধ্যায়

## ১.০১ কবিতাৰ লগত সমাজ আৰু সংস্কৃতিৰ সম্পৰ্ক

সাহিত্যক সমাজৰ দাপোণস্বৰূপ বুলি কোৱা হয়। সমাজৰ পৰাই সাহিত্য উদ্ভূত হয় আৰু সেয়ে সাহিত্যক গতি দান কৰে সমাজেই। সমাজৰ পৰা জন্ম হৈ সাহিত্যই এনে এক শক্তি অৰ্জন কৰে যে তাৰ জোৰতেই সাহিত্যই সমাজক, সংস্কৃতিক আৰু সাহিত্যকো আগলৈ ঠেলি দিয়াৰ স্পৰ্ধা কৰে।[১] সমাজপ্ৰিয় মানুহৰ সকলো ধৰণৰ উন্নতিৰ আঁৰতে থাকে সমাজ-শক্তি। সেয়ে সমাজ আৰু সাহিত্য এটাক আনটোৰ পৰা পৃথক কৰিব নোৱাৰি।

'সহিত' শব্দৰ পৰাই সাহিত্য শব্দৰ উৎপত্তি।[২] গতিকে ধাতুগত অৰ্থ ধৰিলে সাহিত্য শব্দটোৰ মাজত এটা মিলনৰ ভাব পৰিদৃষ্ট হয়। 'সিযে কেৱল ভাবে-ভাবে, ভাষাই-ভাষাই, গ্ৰন্থই-গ্ৰন্থই মিলন এনে নহয়, মানুহৰ সৈতে মানুহৰ, অতীতৰ সৈতে বৰ্তমানৰ, দূৰৰ সৈতে ওচৰৰ অত্যন্ত অন্তৰংগ যোগসাধন সাহিত্যৰ বাহিৰে আন একোৰদ্বাৰা সম্ভৱ নহয়।'[৩] মানব হৃদয়, মানব চৰিত্ৰৰ লগতে সাহিত্যৰ মূল সম্পৰ্ক। জীৱনেই সাহিত্যৰ মূল আধাৰ। জীৱনৰ অনুভৱ-অভিজ্ঞতা পৰিস্ফুট হয় সাহিত্যৰ মাজেৰেই। জীৱন যিহেতু বিচিত্ৰ, সাহিত্যৰ বিষয়-বস্তুও সেয়ে বৈচিত্ৰ্যপূৰ্ণ।

সাহিত্য আৰু সমাজৰ ঘনিষ্ঠ সম্বন্ধৰ বাবেই পৰস্পৰে পৰস্পৰৰ ওপৰত গভীৰ প্ৰভাৱ বিস্তাৰ কৰে। প্ৰতিজন লেখকেই তেওঁৰ সমকালীন সমাজৰ ৰুচি-অভিৰুচিৰ দ্বাৰা প্ৰভাৱিত হয়। কাৰণ, লেখকজনো সমাজৰ মাজৰে এজন। তেওঁৰ সকলোবোৰ আশা-আকাংক্ষা, হাঁহি-কান্দোন, অনুভৱ-কল্পনা, তেওঁ বাস কৰা সমাজৰ পৰিবেষ্টনৰ মাজেদিয়েই প্ৰতিফলিত হয়। সেয়ে সাহিত্যক জীৱনৰ অভিব্যক্তি তথা সমাজৰ প্ৰতিচ্ছবি বুলিয়েই অভিহিত কৰা হয়। পিছে, পৰিদৃশ্যমান ব্যৱহাৰিক বাস্তৱ জীৱনটোৱেই সাহিত্যত যথাযথভাৱে চিত্ৰিত নহয়, তাৰ লগত জড়িত হৈ থাকে লেখকৰ হৃদয়-সংযোগো। বাহিৰৰ জগতখনেই আমাৰ মনৰ ভিতৰলৈ প্ৰৱেশ কৰি এখন সুকীয়া জগতত পৰিণত হয়। সেইখন জগতত কেৱল যে বহিৰ্জগতৰ ৰং-আকৃতি-ধ্বনি প্ৰভৃতিহে আছে এনে নহয়, বৰং তাৰ লগতে আমাৰ ভাললগা, বেয়া লগা, ভয়-বিস্ময়, সুখ-দুখ আদিও জড়িত হৈ আমাৰ অন্তৰত বিচিত্ৰ ৰসত নানা ভাব উদ্ভাসিত হৈ উঠে।'[৪] লেখকে অন্তৰ জগতৰ ৰসৰ সৈতে বাহিৰৰ জগতখন সিক্ত কৰি সাহিত্যৰ মাজেদি প্ৰকাশ কৰে। তাকে কৰিবলৈ যাওঁতে সমাজৰ এজন ব্যক্তি হিচাপে লেখকৰ ওপৰত সমাজৰ প্ৰভাৱ পৰে। কাৰণ, ব্যক্তিৰ আচাৰ-ব্যৱহাৰ, চিন্তা-ভাৱনা আদি বহু পৰিমাণে নিয়ন্ত্ৰিত হয় সমাজৰ দ্বাৰাই। সেয়ে অধিকাংশ লেখকেই সমাজৰ ৰুচিৰ অনুকূলে

সাহিত্য-সৃষ্টিত প্ৰবৃত্ত হয়। আনহাতে সামাজিক ৰীতি-নীতি, ৰুচি-অভিৰুচিৰ পৰিৱৰ্তনৰ ক্ষমতাও ব্যক্তিৰ হৃদয়তে থাকে। সেয়ে কোনো কোনো লেখকে সামাজিক পাৰিপাৰ্শ্বিকতাৰ উৰ্ধ্বত নিজস্ব সৃজনক্ষমতাৰে সাহিত্য সৃষ্টিত প্ৰবৃত্ত হয় আৰু তেনে লেখকৰ লেখাই হয় মৌলিক আৰু অভিনৱ। এনে লেখাই সমাজৰ গতিও নিৰূপণ কৰি দিয়ে।[৫] দেশে দেশে, সময়ে সময়ে এনে যুগ-প্ৰবৰ্তক সাহিত্যিক ওলাই সাহিত্যৰ গতি পৰিৱৰ্তন কৰে আৰু সাহিত্যৰ উন্নতিৰ লগে লগে সমাজো ৰুচিসম্পন্ন হৈ পৰে।[৬]

প্ৰতিজন সমাজৰ প্ৰতিটো যুগৰ একোটা নিজস্ব পৰিচয় থাকে। ভৌগোলিক পৰিবেশ, অৰ্থনৈতিক অৱস্থা, জাতিগত বৈশিষ্ট্য, জ্ঞান তথা বিদ্যাৰ উত্তৰণ, বেহা-বেপাৰ, যুদ্ধ, যোগাযোগ ব্যৱস্থা আদি বৈশিষ্ট্যবোৰে কোনো এখন নিৰ্দিষ্ট সমাজৰ বাসিন্দাসকলৰ জীৱন আৰু জগত সম্পৰ্কে থকা দৃষ্টিভংগী প্ৰকাশ কৰে। বুৰঞ্জীৰ বুকুত একোখন সমাজৰ উত্থান-পতন জীয়াই থকাৰ দৰে সাহিত্যৰ বুকুতো এনেদৰে যুগ জীয়াই থাকে।[৭] সামাজিক উপাদান আৰু শক্তিবোৰ সাহিত্যৰ বুকুত নানা ধৰণৰ ৰঙেৰে প্ৰস্ফুটিত হৈ উঠে। কিন্তু ই পোনপটীয়াভাৱে প্ৰস্ফুটিত নহয়, এটা মাধ্যমৰ জৰিয়তেহে প্ৰকাশিত হয় আৰু সেই মাধ্যমেই হৈছে ব্যক্তি-চিত্ত। সূৰ্যৰ পোহৰে যেনেদৰে প্ৰিজমৰ সহায় নহ'লে ৰঙৰ বৰ্ণালীৰ সৃষ্টি কৰিব নোৱাৰে তেনেদৰে সামাজিক উপকৰণসমূহ ব্যক্তি-চিত্তৰ মাজেৰে প্ৰবাহিত নহ'লে ৰূপৰ বৰ্ণালীৰ সৃষ্টি কৰিব নোৱাৰে।[৮] ব্যক্তি-মানস সদায় পৰিবেশ নিৰ্ভৰ। পৰিবেশ তথা সমাজৰ ৰূপান্তৰৰ লগে লগে পৰিৱৰ্তিত হয় ব্যক্তি-মানসবোৰ। যি পথেৰে অগ্ৰসৰ হৈ আদিম কালৰ মানৱ জীৱন আধুনিক কালত উপনীত হৈছেহি সেই একে কাৰ্য-কাৰণ সূত্ৰেৰে মানৱ মনো প্ৰাগ-ঐতিহাসিক কালৰ পৰা আধুনিক হৈছেহি। সেয়েই সামাজিক ৰূপান্তৰৰ লগে লগে সমান্তৰালভাৱে ব্যক্তি-চিত্তৰো পৰিৱৰ্তন-পৰিবৰ্ধন হয়, পাৰস্পৰিক সংঘাত-সমন্বয়, বুদ্ধি-বোধ, চিন্তা-চেতনাৰো ক্ৰমবিকাশ ঘটি থাকে। সেই বিকশিত চিত্তৰ ছাঁ পৰে সাহিত্য, শিল্পকৰ্ম আৰু জীৱনত আৰু সিয়েই ইহঁতক গতি আৰু শক্তিৰ যোগান ধৰি সুন্দৰ আৰু মধুৰ কৰি তোলে। সূৰ্যৰ পোহৰ প্ৰিজমৰ মাজেৰে প্ৰতি বিচ্ছুৰিত হোৱাৰ দৰে ব্যক্তি-চিত্তয়ো সমাজৰ বিভিন্ন দিশ নানা ৰূপ আৰু নানা ৰীতিৰে সাহিত্যৰ মাজেৰে প্ৰকাশ কৰে। সেই ব্যক্তি-চিত্ত যিমানেই পৰস্পৰ বিচ্ছিন্ন আৰু স্বকীয় গুণসম্পন্ন হৈ উঠে, সাহিত্য-শিল্পৰ প্ৰকাশো সিমানেই বৈচিত্ৰ্যপূৰ্ণ হৈ উঠে।

এনেদৰেই সাহিত্যৰ মাজেদিয়েই যুগে যুগে সমাজৰ প্ৰতিফলন ঘটি আহিছে। একোটা জাতিৰ জাতীয় জীৱনৰ সামগ্ৰিক প্ৰাণস্পন্দন জাতিটোৰ সাহিত্যৰ বুকুতে অনুভৱ কৰিব পাৰি। আনহাতে কবিতা হ'ল সাহিত্যৰ সকলোবোৰ অংগৰ ভিতৰত সবাতোকৈ সুকুমাৰ অংগ। কবিতা মানৱ-মনৰ প্ৰাচীন সৌন্দৰ্যাত্মক কৰ্মবোধৰ অন্যতম।[৯] কবিতাৰ মাজেদিয়েই প্ৰকাশিত হয় মানৱ-মনৰ সবাতোকৈ তীব্ৰ আৰু গাঢ় চেতনাখিনি। ইতিহাসৰ পৰিপ্ৰেক্ষিতত কবিতাৰ জন্ম-লগ্ন নিৰূপণ কৰি ক্ৰিষ্টফাৰ কড্‌বেলে কৈছে ঃ 'প্ৰকৃতিৰ লগত মানুহৰ যি অবিৰত সংগ্ৰাম সিয়েই কবিতাৰ জন্ম দিয়ে। ই মানুহৰ এক জৈৱিক সৃষ্টি নহয়, সামাজিক সৃষ্টিহে। .... কবিতাৰ উৎস মানুহৰ জৈৱিক প্ৰক্ৰিয়াত নিহিত নাই, আছে অৰ্থনৈতিক

প্ৰক্ৰিয়াত। সেয়ে কবিতা ৰচনা মানুহৰ জৈৱিক প্ৰবৃত্তি নহয়, অৰ্থনৈতিক প্ৰবৃত্তিহে।[১০] এই দৃষ্টিৰে বিচাৰ কৰি চালে কবিতা সম্পূৰ্ণৰূপে উদ্দেশ্যধৰ্মী হৈ পৰে। অৱশ্যে এটা কথাত কাৰো হয়তো দ্বিমত নাই যে মানুহৰ সকলোবোৰ কৰ্মৰ আঁৰতে কিবা এটা উদ্দেশ্য থাকেই। কবিতাও তাৰ ব্যতিক্ৰম নহয়। সেয়ে যুগে যুগে কবিসকলে কবিতাক নিজস্ব ধ্যান-ধাৰণা প্ৰচাৰৰ মাধ্যম কৰি আহিছে। গতিকে কাব্য-সৃষ্টিৰো নিশ্চয় কিবা উদ্দেশ্য থাকে। আনহাতে, সাহিত্যত উদ্দেশ্যধৰ্মিতাৰ বিৰোধিতা কৰি 'কলা কেৱল কলাৰ বাবে' মতবাদীসকলে ক'ব খোজে যে বিশুদ্ধ সাহিত্য সদায়েই অপ্ৰয়োজনীয়, তাৰ যি ৰস সি অহেতুক। কলাবাদীসকলৰ এনে দৃষ্টিভংগীৰ প্ৰসংগত ৰবীন্দ্ৰনাথ ঠাকুৰে মত প্ৰকাশ কৰি কৈছিল ঃ 'একেবাৰে কেৱল নিজৰ আনন্দৰ বাবেই লিখাটো সাহিত্য নহয়। বহুতে কবিত্ব কৰি কয় যে চৰায়ে যিদৰে নিজৰ উচ্ছ্বাসত গীত গায়, লেখকৰ ৰচনাও তেনেদৰে আত্মগত। পাঠকে যেন তাক মনে মনে কাণ পাতি শুনি থাকে। চৰাইৰ গীতত যে পক্ষী সমাজৰ প্ৰতি কোনো লক্ষ্য নাই এই কথা ন দি ক'ব নোৱাৰি। নাই যদি নাথাকক, ইয়াক লৈ তৰ্ক কৰা বৃথা। লেখকৰ কিন্তু প্ৰধান লক্ষ্য পাঠক সমাজ।'[১১] এজন সমালোচকে সেয়ে মত প্ৰকাশ কৰি কৈছিল – 'পৃথিৱীত এনে কোনো সাহিত্য নাই, যি উদ্দেশ্যমূলক নহয়।'[১২] কবিতা সৃষ্টিৰো উদ্দেশ্য আছে। এই সন্দৰ্ভত প্ৰাচীন ভাৰতীয় আলংকাৰিকসকলে মত প্ৰকাশ কৰি কৈছে যে কাব্যই কবিক দিয়ে যশ আৰু অৰ্থ, সমাজৰ মংগলসাধন কৰে আৰু পাঠকক উপদেশ দিয়ে, আৰু এই উপদেশ হয় স্বামীৰ প্ৰতি প্ৰিয়তমা পত্নীৰ মধুৰ উপদেশৰ নিচিনা।[১৩] পিছে আলংকাৰিকসকলৰে কোনোৱে আকৌ এই মত সমালোচনা কৰি কৈছে যে অমৃতস্বৰূপ কাব্যতো যি উপদেশ বিচাৰে তেওঁলোক সৎলোক, কিন্তু চুটি বুদ্ধিৰ।[১৪] পৃথিৱীৰ সৰহ সংখ্যক সাহিত্যিক-সমালোচকে অৱশ্যে মত প্ৰকাশ কৰে যে কবিতাৰ মুখ্য বা প্ৰধান উদ্দেশ্য পাঠকক আনন্দ দিয়াহে, এই উদ্দেশ্যৰ বাহিৰে প্ৰত্যক্ষভাৱে কবিতা আন কোনো উদ্দেশ্যৰ বাহন হ'ব নোৱাৰে। তথাপি জীৱন আৰু জগতৰ মংগলসাধন কৰা কলাকাৰৰ প্ৰধান কৰ্তব্য। মহৎ কবিতাৰো প্ৰধান লক্ষণ এইটোৱেই।[১৫] কাব্যৰ উদ্দেশ্য জগত আৰু জীৱনৰ ৰহস্যক সুন্দৰ কৰি, ৰসস্নিগ্ধ কৰি উপস্থাপন কৰা। সেয়েহে কবিৰ বাবে সৌন্দৰ্যই পৰম সত্যৰূপে পৰিগণিত আৰু যিটো তেওঁ কল্পনাত সত্যৰূপে প্ৰত্যক্ষ কৰে, সেয়ে হ'ল সুন্দৰ। এই সৌন্দৰ্য-সৃষ্টিয়েই কাব্যৰ উদ্দেশ্য।[১৬] পিছে আধুনিক কালৰ সমালোচকসকলে কবিতাৰ বিশেষ সামাজিক ভূমিকাৰ ওপৰতহে গুৰুত্ব প্ৰদান কৰে।[১৭]

একোজন কবি সমাজৰে মানুহ, সমাজৰ সুখ-দুখৰ পৰা তেওঁৰ চিন্তা-ভাৱনা বিচ্ছিন্ন হ'ব নোৱাৰে।[১৮] সাহিত্যৰ মূল আধাৰ যিহেতু মানৱ জীৱন সেয়ে তেনে জীৱনৰ পৰা লেখক আঁতৰি থকাটো সম্ভৱ নহয়। সমসাময়িক জীৱন তথা বাস্তৱক অস্বীকাৰ কৰিও সাহিত্য সৃষ্টি কৰাটো সম্ভৱ নহয়। কবিসকলে বাস্তৱ জীৱনৰ পৰা যি উপাদান সংগ্ৰহ কৰে তাকেই ভাঙি-ছিঙি নতুন সাঁচত ঢালি নতুন ৰূপত প্ৰকাশ কৰে আৰু তাকে কৰিবলৈ যাওঁতেই সামাজিক ৰুচি-অভিৰুচিৰ দ্বাৰা কবিসকল প্ৰভাৱিত হয়। একান্ত ব্যক্তিনিষ্ঠ ৰচনাৰ মাজতো সেয়ে সমকালীন যুগ-নিশ্বাসৰ স্পৰ্শ অনুভৱ কৰিব পাৰি। ক'ব পাৰি যুগভাৱনাভিত্তিয়ে

ৰচনাৰ প্ৰকৃতি আৰু গতি নিৰ্ণয়ত বিশেষ ভূমিকা গ্ৰহণ কৰে।[১৯] অসমীয়া কাব্য-সাহিত্যত অপ্ৰমাদী কবি মাধৱ কন্দলিয়ে ৰামায়ণৰ অনুবাদ-প্ৰসংগত 'কবিসব নিবন্ধয় লোক ব্যৱহাৰে' বুলি কোৱা কথাষাৰি এই প্ৰসংগত স্মৰণ কৰিব পাৰি, তেনেদৰে পৰৱৰ্তী বৈষ্ণৱ কবিসকলেও 'স্ত্ৰী শূদ্ৰ চণ্ডাল নিৰ্বিশেষে' সকলোৰে বুজিব পৰাকৈ কাব্য-ৰচনাত প্ৰবৃত্ত হোৱা কথাটোও মনকৰিবলগীয়া। একেদৰে অসমীয়া ৰোমাণ্টিক কবিতাৰ জন্মলগ্নৰ সময়ছোৱাত তৎকালীন সমাজৰ লগত সংশ্লিষ্ট চেতনাই কবিসকলক প্ৰভাৱিত কৰিছিল। ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধত অসমত সৃষ্টি হোৱা নানা সামাজিক, ৰাজনৈতিক আৰু সাংস্কৃতিক বিপৰ্যয়ে আধুনিক অসমীয়া সাহিত্যৰ পথিকৃতসকলক বিশেষভাৱে প্ৰভাৱিত কৰিছিল আৰু তাৰ ফলস্বৰূপে অসমীয়া ভাষা-সংস্কৃতিৰ আঞ্চলিক ঐক্য আৰু ঐতিহ্যৰে অসমীয়া এটা জাতিসত্তাৰ ৰূপত তেওঁলোকৰ সম্মুখত প্ৰতিভাত হৈছিল। অসমীয়া সমাজ-সাহিত্য-সংস্কৃতিৰ সকলো দিশতে সেই সময়ত যিটো উদ্যম আৰু প্ৰেৰণাৰ সঞ্চাৰ হৈছিল তাৰ আঁৰত আছিল তৎকালীন সামাজিক চেতনা। এনে চেতনাৰ ফলস্বৰূপেই সৃষ্টি লাভ কৰিছিল বেজবৰুৱা প্ৰমুখ্যে আধুনিক অসমীয়া কবিসকলৰ দেশাত্মবোধক কবিতা শ্ৰেণীৰ।

কবিতাৰ লগত সমাজৰ এনে ধৰণৰ ওতপ্ৰোত সম্পৰ্ক ৰক্ষিত হোৱাৰ দৰে সংস্কৃতিৰ লগতো কবিতাৰ একে ধৰণৰ সম্পৰ্কই ৰক্ষিত হয়। সংস্কৃতিৰ পৰিসৰ বৰ ব্যাপক। সংস্কৃতিয়ে একোটা জাতিৰ সমগ্ৰ সৃষ্টি-প্ৰতিভাকে নিৰ্দেশ কৰে। কোনো এটা জাতিৰ নৈতিক, আধ্যাত্মিক আৰু বৌদ্ধিক বিকাশকে বহল অৰ্থত সংস্কৃতি বুলি অভিহিত কৰিব পাৰি। সাধাৰণভাৱে মানুহৰ মন, ৰুচি, ব্যৱহাৰ ইত্যাদিৰ উন্নয়ন বা উৎকৰ্ষ সাধন অৰ্থতেই সংস্কৃতিৰ আভিধানিক অৰ্থ নিৰ্দেশিত হয়।[২০] সংস্কৃতি হ'ল সমাজৰ লোক হিচাপে মানুহে আহৰণ কৰা জ্ঞান, বিশ্বাস, কলা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, উৎসৱ-অনুষ্ঠান, আইন-কানুন, নৈতিকতা, অভ্যাস আৰু অন্যান্য সামাজিক সমস্যাৰ সামগ্ৰিক যৌগিকৰূপ।[২১] সংস্কৃতিৰ এনে সংজ্ঞাৰ পৰা এটা কথা স্পষ্ট হৈ পৰে যে সমাজ আৰু প্ৰকৃতিৰ লগত অন্বিত হৈ মানুহে ঐতিহাসিক বিকাশৰ ধাৰাত যি বিশিষ্ট সামাজিক ঐশ্বৰ্য অৰ্জন কৰে সেয়েই সংস্কৃতি। সেয়ে সমাজৰ প্ৰতিটো কৰ্মৰ লগতে সংস্কৃতি জড়িত। কবি এজনো যিহেতু সামাজিক মানুহ, সেয়ে তেওঁৰ কাব্য-কৰ্মৰ লগতো সংস্কৃতি নিবিড়ভাৱে জড়িত। তেওঁৰ অনুভূতি, কল্পনা, চিন্তা-অভিজ্ঞতা, তেওঁৰ কবিতাৰ ৰূপকল্প, প্ৰকাশভংগী, শব্দচয়ন — এই সকলোবোৰৰ মাজতে তেওঁৰ সমাজখনৰ সাংস্কৃতিক চেতনাই ক্ৰিয়া কৰি থাকে। আনহাতে কবিজনৰ কাব্যিক ব্যক্তিত্ব তেওঁৰ সমাজখনৰ সাংস্কৃতিক পৰিমণ্ডলৰ মাজেৰেই বিকশিত হৈ উঠে।[২২]

কবিতাৰ লগত সংস্কৃতিৰ সম্পৰ্কৰ ক্ষেত্ৰত পোন প্ৰথমে বিচাৰ কৰিব পাৰি ঐতিহ্যৰ প্ৰসংগ। প্ৰকৃততে কোনো এজন কবিয়েই ঐতিহ্যৰ পৰা মুক্ত নহয়।[২৩] সাহিত্যক সমৃদ্ধ আৰু গতিময় কৰে ঐতিহ্যৰেই। প্ৰাচীন ঐতিহ্যক নতুন অৰ্থত প্ৰয়োগ কৰি তাক আলোকিত কৰি তুলিব পৰাতেই কবিতাৰ সাৰ্থকতা নিৰ্ভৰ কৰে। এই সন্দৰ্ভতে অসমীয়া ৰোমাণ্টিক কবিতাত ব্যৱহৃত দুটিমান ঐতিহ্যৰ প্ৰসংগলৈ আঙুলিয়াব পাৰি। চন্দ্ৰকুমাৰ আগৰৱালাৰ দীঘল কবিতা 'বীণ ব'ৰাগী'ত বীণ ব'ৰাগীৰ প্ৰাচীন ঐতিহ্যত নতুন অৰ্থ আৰোপিত হৈছে,

একেদৰে আৰোপিত হৈছে 'তেজীমলা' কবিতাতো। চন্দ্ৰকুমাৰৰ উপৰিও আমাৰ কেঁবাজনো ৰোমাণ্টিক কবিয়ে প্ৰাচীন সাহিত্যৰ ভালেমান লোককথাক নতুন ৰূপত সজাই-পৰাই ব্যৱহাৰ কৰা প্ৰসংগও এই সন্দৰ্ভত স্মৰণ কৰিব পাৰি (পৰৱৰ্তী ৩য় আৰু ৪ৰ্থ অধ্যায় দ্ৰষ্টব্য)।

এনেদৰে ঐতিহ্যৰ পৰম্পৰা একোটা ভাষাৰ সাহিত্যত ফল্গুৰ দৰে প্ৰৱাহিত হৈ থাকে আৰু ভাষাটোৰ প্ৰতিজন কবিয়েই তেওঁলোকৰ কবিতাৰ মাজেৰে তাক বোঁৱাই আনে। সমসাময়িক সময় বা সমাজৰ পৰা কবিসকল বিচ্ছিন্ন হ'ব নোৱাৰে যদিও, অথবা তেওঁৰ ভাবনা আৰু সেই ভাবনাৰ প্ৰকাশভংগীত অথবা ৰূপকল্পত সমসাময়িক সমাজৰ চাপ থাকে যদিও তেওঁৰ কাব্যিক চেতনাত পূৰ্বজসকলৰ পৰা লাভ কৰা কাব্যিক ঐতিহ্যৰ পৰম্পৰা আৰু সাংস্কৃতিক চেতনাই অহৰহ ক্ৰিয়া কৰি থাকে। কবিজনৰ সংশ্লিষ্ট সমাজখনৰ বিশ্বাস আৰু সংস্কাৰ, ধৰ্মীয় চেতনা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, ৰুচি-অভিৰুচি আৰু আনকি গীত-নৃত্যৰ সুৰ-ছন্দইও তেওঁৰ কবিতাক প্ৰভাৱিত কৰে আৰু এই সকলোবোৰৰ সমন্বয়ৰ সুষম প্ৰতিফলনৰ মাজেদি তেওঁৰ কাব্যিক ব্যক্তিত্বই আৰু কাব্যপ্ৰতিভাই বিকাশ লাভ কৰে। সেয়ে কবিতাৰ ভাববস্তু, ভাবশক্তি, ৰসবস্তু, কবিতাৰ আংগিক, ৰূপকল্প — এই সকলোবোৰতে সমাজ আৰু সংস্কৃতিৰ গভীৰ প্ৰভাৱ অনুভৱ কৰিব পাৰি। কবিতাৰ মাজেদিয়েই একোটা ভাষাৰ আৰু একোটা জাতিৰ ভাব-অনুভৱ, চিন্তা আৰু কল্পনাৰ সাৰবস্তু প্ৰকাশিত হয়। কবিতাৰ মাজেদি প্ৰকাশিত কবিৰ ব্যক্তিগত ভাবানুভূতিৰ পৃষ্ঠভূমিত থাকে সামাজিক জীৱন আৰু সামাজিক মনোজগত। সেয়ে ব্যক্তিগত অনুভৱৰ মাজতে কবিৰ সমকালীন সমাজ-জীৱনৰ আনুভূতিক স্পৰ্শ আৰু সাংস্কৃতিক প্ৰমূল্যৰ স্পৰ্শও স্বাভাৱিকভাৱেই অনুৰণিত হৈ থাকে।

## ১.০২ অসমীয়া ৰোমাণ্টিক কবিতাৰ জন্ম আৰু বিকাশৰ সময়

অসমীয়া ৰোমাণ্টিক কবিতাৰ জন্ম হৈছিল আৰু প্ৰথম বিকাশ ঘটিছিল ঊনবিংশ শতিকাৰ শেহৰ দুটা দশকত। ভোলানাথ দাস (১৮৫৮—১৯২৯), ৰমাকান্ত চৌধুৰী (১৮৪৬—১৮৮৯) আৰু ৰত্নেশ্বৰ মহন্ত (১৮৬৪—১৮৯৩)ৰ হাতত অসমীয়া কবিতাই নতুন ভাবশক্তি আৰু ৰূপসজ্জা গ্ৰহণ কৰাৰ নিদৰ্শন ফুটি উঠিল। আসাম বিলাসিনী (১৮৭১—১৮৮৩) আৰু আসাম বন্ধু (১৮৮৫—৮৬) কাকতত প্ৰকাশ লাভ কৰা এওঁবিলাকৰ কাব্যকৃতিয়েযে ততালিকে পাঠকৰ প্ৰশংসা লাভ কৰিছিল, এনে নহয়, বৰং কটু সমালোচনাহে পাবলগীয়া হৈছিল। ভোলানাথ দাসে তাৰ বাবে কৰা খেদ[৩] এই প্ৰসংগত স্মৰণযোগ্য।

কিন্তু আশীৰ দশকত অসমীয়া কবিতাই সৃষ্টি সম্ভাৱনাৰে লোৱাৰ এই ঐতিহাসিক ঘটনা একেদিনাই ঘটা নাছিল; তাৰ বাবে সুদীৰ্ঘ দিনৰ এক প্ৰস্তুতিৰ প্ৰয়োজন হৈছিল। সৰ্বাচলতে কোনো সাহিত্যৰ যুগৰ্তী এটা নিৰ্দিষ্ট বছৰৰ নিৰ্দিষ্ট তাৰিখত আৰম্ভ নহয়। আলোচনাৰ সুবিধাৰ বাবে প্ৰথম নিদৰ্শনৰ সময়কে আৰম্ভৰ সময়স্বৰূপে কেৱল ধৰি লোৱা হয়। অসমীয়া ৰোমাণ্টিক কবিতাৰ ক্ষেত্ৰতো সেয়ে ঘটিছিল।

সমাজ-জীৱনৰ পৰিবৰ্তনৰ লগে লগে শিল্প আৰু সংস্কৃতিয়েও ৰূপ সলায়। নৱৰেণুৰ

জাগৰণৰ সময়ৰ পৰা (পঞ্চদশ-ষোড়শ শতিকা) অসমত অসমীয়া ভাষা আৰু সাহিত্যই লাভ কৰা নতুন আয়তন আৰু ব্যাপ্তি অষ্টাদশ শতিকাৰ শেহ তথা ঊনবিংশ শতিকাৰ আগভাগলৈ ক্ৰমে ক্ষীণপ্ৰভ হৈ আহিছিল। যদিও সত্ৰই-সত্ৰই প্ৰাচীন নাট, কাব্য আৰু গীতৰ আৰ্হিত নতুন নতুন নাট-কাব্য-গীত ৰচিত হৈ আহিছিল, ইবিলাক কিন্তু পুৰণিৰ দুৰ্বল আৰু অক্ষম অনুকৰণত পৰিণত হৈছিল। আনহাতে বৈষয়িক বিষয়ো একে আৰ্হিতে বৰ্ণিত হৈছিল। উদাহৰণ স্বৰূপে দুতিৰাম স্বৰ্ণকাৰ হাজৰিকা আৰু বিশ্বেশ্বৰ বৈদ্যাধিপে পুৰণি কাব্যৰ ৰূপসজ্জাৰ আৰ্হিতে অসম বুৰঞ্জী ৰচনা কৰিছিল।

কিন্তু এই সুঁতিটোও অষ্টাদশ শতিকাৰ শেহৰ পৰা ক্ৰমান্বয়ে ৰাজনৈতিক ঘটনাৱদ্বাৰা আক্ৰান্ত হৈছিল। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত (১৭৬৯ খ্ৰীষ্টাব্দৰ পৰা ১৭৯৪ খ্ৰীষ্টাব্দলৈকে) অনেক গাঁও-ভুঁই উচ্ছন্ন হৈ পৰিছিল আৰু সমগ্ৰ অসম জুৰি এক সামাজিক অস্থিৰতাৰ সৃষ্টি হৈছিল। এই সময়ৰে পৰাই শিল্প-সাহিত্যৰ ধাৰাটোও মাজে মাজে ব্যাহত হ'বলৈ ধৰে। ইয়াৰ পিছত আহোম শাসনত হোৱা গৃহকন্দল আৰু মানৰ উপৰ্যুপৰি আক্ৰমণৰ ফলত দেশ প্ৰায় ভাগি-ছিগি যায়।[২৫] মোগল বাদশ্বাহৰ সোতৰটা আক্ৰমণেও অসমক পৰাস্ত কৰিব পৰা নাছিল, কিন্তু মানৰ তিনিটা আক্ৰমণে অসমৰ ৰাজনৈতিক-অৰ্থনৈতিক আৰু সাংস্কৃতিক জীৱন সম্পূৰ্ণ ছেদেলি-ভেদেলি কৰি পেলালে। ৰাজেশ্বৰ সিংহৰ দিনৰ ২৪ লাখ প্ৰজা মানৰ আক্ৰমণৰ পাছত ৮ লাখলৈ হ্ৰাস হৈছিল।[২৬] এনে এক ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থাৰ পটভূমিত শিল্প-সাহিত্যৰ চৰ্চা আৰু সৃষ্টি স্বাভাৱিকতে অসম্ভৱ আছিল। ফলত পঞ্চদশ-ষোড়শ শতিকাৰ পৰা সঞ্চালনিকৈ চলি অহা সাহিত্য-সংস্কৃতিৰ প্ৰবাহটো এই সময়ছোৱাতে স্তব্ধ হৈ গ'ল। সেয়ে এই সময়ছোৱাক অসমীয়া সাহিত্য তথা সংস্কৃতিৰ ইতিহাসৰ 'অন্ধকাৰ যুগ' বুলি অভিহিত কৰিব পাৰি।

১৮২৬ খ্ৰীষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে য়াণ্ডাবুত আভাৰ ৰজা আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ প্ৰতিনিধিৰ মাজত হোৱা সন্ধিৰ ফলস্বৰূপে অসমত ইংৰাজ ৰাজত্বৰ সূচনা হ'ল।[২৭] মানৰ অত্যাচাৰ আৰু উৎপীড়নৰ অন্ত পৰিল আৰু অসমৰ প্ৰজাই স্বস্তিৰ নিশ্বাস পেলালে। য়াণ্ডাবু সন্ধিয়ে সেয়ে এক প্ৰকাৰ ৰাজনৈতিক সুস্থিৰতাৰে জন্ম দিলে। মানৰ অত্যাচাৰত দিহিঙে-দিপাঙে পলাই যোৱা মানুহবোৰ পুনৰ আহি গাঁও পাতি বহিল। লগে লগে আৰম্ভ হ'ল সমগ্ৰ ৰাজ্যজুৰি ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক জীৱনৰ আমূল পৰিবৰ্তন। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসমত শান্তি স্থাপন হ'লেই আহোম ৰজাক ৰাজ্য ঘূৰাই দি ঘূৰি যাব বুলি প্ৰচাৰ কৰিলেও[২৮] তেওঁবিলাকে ঘূৰি নগৈ খোপনিহে পুতিলে।[২৯] আনহাতে ইংৰাজৰ প্ৰশাসন আৰু ৰাজহ-নীতিৰ লগত অসমীয়া মানুহৰ কোনো পৰিচয়েই নাছিল। সেয়ে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে তেওঁবিলাকৰ কাম-কাজৰ সহায়ক স্বৰূপে অসমৰ বাহিৰৰ পৰা মানুহ আমদানি কৰিবলৈ ধৰিলে। ১৮৩৮ খ্ৰীষ্টাব্দত জেনেৰেল জেনকিন্স চাহাবে তেওঁৰ প্ৰতিবেদনত[৩০] অসমৰ চৰকাৰী কাৰ্যালয়ৰ পূৰ্ণশতাংশই বাংলাভাষী লোক বুলি কৰা মন্তব্য প্ৰণিধানযোগ্য। শাসন-যন্ত্ৰ চলাবৰ বাবে ইংৰাজ চৰকাৰে বংগদেশৰ পৰা আমদানি কৰা আমোলাসকলৰ প্ৰভাৱতে পৰি[৩১] ১৮৩৬ খ্ৰীষ্টাব্দৰ পৰা অসমৰ পঢ়াশালী

আৰু আদালতত অসমীয়া ভাষাৰ পৰিবৰ্তে বঙলা ভাষা প্ৰচলনৰ নিৰ্দেশ দিলে। প্ৰশাসনীয় সুবিধাৰ বিচাৰৰ অজুহাতত ইংৰাজে কৰা এনে ঘোৰ অন্যায়ৰ বিৰুদ্ধে কোনো অসমীয়াই কিন্তু আঙুলি এটাও টোঁওৰা দেখিবলৈ পোৱা নগ'ল।[৩১] বৰং সমকালীন সম্ভ্ৰান্ত অসমীয়াসকলে বৃটিছ প্ৰশাসনৰ ভাষা স্বৰূপে স্বীকৃত বাংলা ভাষাৰ প্ৰতি এক সশ্ৰদ্ধ স্নেহহে যেন অনুভৱ কৰিছিল। হলিৰাম ঢেকিয়াল ফুকনৰ বাংলা ভাষাত লিখা 'আসাম বুৰঞ্জি' ইয়াৰ প্ৰকৃত উদাহৰণ বুলি ক'ব পাৰি।

অসমৰ এনে অন্ধকাৰময় পৰিবেশত আমেৰিকান বেপ্তিষ্ট মিছনেৰীসকল অসমত প্ৰৱেশ কৰিলেহি। মিছনেৰীসকলৰ আগমনৰ পাছত অসমৰ ভাষা বিষয়ক অৱস্থাই এক নতুন ৰূপ ল'লে। অসমত মিছনেৰীসকলৰ কাৰ্যকলাপৰ উল্লেখযোগ্য দুটা দিশ আছিল পঢ়াশালি স্থাপন আৰু পঢ়াশলীয়া পাঠ্যপুথি আৰু ধৰ্মগ্ৰন্থৰ প্ৰণয়ন আৰু মুদ্ৰণ। এই দুয়ো ক্ষেত্ৰতে মাধ্যমৰ প্ৰসংগত তেওঁলোকে অসমীয়া ভাষাহে গ্ৰহণ কৰিলে। তাৰ উপৰি বঙলা ভাষা প্ৰচলনৰ বিৰুদ্ধে পোন প্ৰথমে সৰৱ প্ৰতিবাদ কৰিলে মিছনেৰীসকলেই।[৩২] মিছনেৰীসকলে গ্ৰহণ কৰা এই ভাষানীতিয়েই অসমৰ ভাষিক তথা সাংস্কৃতিক জীৱনত এটা নতুন অধ্যায়ৰে সূচনা কৰিলে।[৩৩]

১৮৪৬ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহত অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীৰ সবাতোকৈ উল্লেখযোগ্য ঘটনা 'অৰুনোদই সম্বাদপত্ৰ'ৰ প্ৰকাশ আৰম্ভ হ'ল। অৰুণোদয়ে অসমীয়া ভাষাক আধুনিক ৰূপ দিয়াই নহয়, অসমীয়া মানুহৰ মনত থকা ভাষিক হীনমন্যতাও দূৰীভূত কৰি অসমীয়া মানুহৰ মনত জাতীয় চেতনাৰো সঞ্চাৰ কৰিলে। অসমীয়া মানুহক দেশ-বিদেশৰ জ্ঞানৰ ভাণ্ডাৰৰ লগত অৰুণোদয়েই পৰিচিত কৰি দিলে। ই এহাতে লৈ আহিল খ্ৰীষ্ট ধৰ্মৰ নতুন মানবিকতাবাদী সুৰ আৰু আনহাতে লৈ আহিল নতুন যুক্তিবাদী আৰু ধৰ্ম-নিৰপেক্ষ দৃষ্টিভংগী।[৩৪] ভাষাগত দৃষ্টিৰে বিচাৰ কৰি চালে দেখা যায় অৰুণোদয়ৰ জৰিয়তেই অসমীয়া বাক্যৰীতিত ইংৰাজী প্ৰভাৱ সোমাবলৈ আৰম্ভ কৰিলে। সম্বাদপত্ৰখনিয়ে পুৰণি পুথি প্ৰকাশৰ জৰিয়তে অসমীয়া জাতিক অতীত ঐতিহ্য সোঁৱৰাই দি পাশ্চাত্য জগতৰ ধ্যান-ধাৰণা আৰু দেশ-সম্ভৱৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰি মাতৃভাষাৰ শক্তি-সামৰ্থ্য আৰু সৌন্দৰ্যৰ বিষয়ে অসমীয়া মানুহক অৱগত কৰাই দিলে। এই দিশৰ পৰা বিচাৰ কৰি চালে বংগদেশৰ নৱজাগৰণৰ ঢৌৱে অসমীয়া মনটো স্পৰ্শ কৰাৰ আগতেই পাশ্চাত্য দৰ্শন আৰু চিন্তাই অৰুণোদয়ৰ জৰিয়তে অসমীয়া মনটো চুই গ'ল।

আধুনিক অসমীয়া সাহিত্যত তথা অসমীয়া ৰোমাণ্টিক কবিতাৰ জন্ম আৰু বিকাশৰ সময়ৰ লগত বংগদেশৰ নৱজাগৰণৰ এক পোনপটীয়া সম্পৰ্ক আছে। ১৭৫৭ খ্ৰীষ্টাব্দৰ পলাশী যুদ্ধৰ পাছৰ পৰা বংগদেশ ইংৰাজ শাসনৰ অধীনলৈ আহে। বংগদেশৰ নৱজাগৰণ সৃষ্টিৰ আঁৰত ইংৰাজী শিক্ষাৰ এক বিশেষ ভূমিকা আছিল। কলিকতা পাশ্চাত্য চিন্তা-চৰ্চা আৰু ধ্যান-ধাৰণাৰ সংস্পৰ্শলৈ আহিছিল পশ্চিমীয়া শিক্ষা পদ্ধতি প্ৰবৰ্তনৰ মাজেদিয়েই।[৩৫] ১৮৭১ খ্ৰীষ্টাব্দত 'ইউৰোপীয় মূলোদ্ভূত প্ৰকৃত জ্ঞানক হিন্দুস্থানৰ মেধালৈ স্থানান্তৰ[৩৬] কৰিবৰ বাবে হিন্দু কলেজ স্থাপিত হ'ল। বংগদেশৰে নহয়, 'অসমৰো নৱজাগৰণৰ ক্ষেত্ৰত এই

কলেজখনৰ এক বিশেষ ভূমিকা আছিল। কাৰণ, অসমৰ নৱজাগৰণৰ অগ্ৰদূতসকলৰ কেইবাজনো আছিল এই কলেজতে শিক্ষাগ্ৰহণ কৰা ব্যক্তি। উনবিংশ শতিকাৰ দ্বিতীয় আৰু তৃতীয় দশকত পাশ্চাত্য নব্য চিন্তাধাৰাই বংগদেশত সৃষ্টি কৰা বৌদ্ধিক জাগৰণে কে'বাটাও অনুষ্ঠানৰ জন্ম দিলে। এইসমূহৰ ভিতৰত উল্লেখযোগ্য আছিল ৰজা ৰামমোহন ৰায়ৰ 'আত্মীয় সভা' (১৮১৫), 'ইউনিটেৰিয়ান ছ'চাইটি' (১৮২১), 'ব্ৰাহ্ম সমাজ' (১৮২৮), ডেভিড হেয়াৰৰ 'ইয়ং বেংগল গ্ৰুপ' ইত্যাদি। এই অনুষ্ঠানসমূহে সামাজিক, সাংস্কৃতিক, শৈক্ষিক আৰু বৌদ্ধিক জীৱনত যি আলোড়নৰ সৃষ্টি কৰিছিল সিয়েই বংগদেশক আধুনিকতাৰ বুকুলৈ ঠেলি দিলে। অৱশ্যে বংগদেশৰ এই নৱজাগৰণৰ উন্মেষত খ্ৰীষ্টিয়ান মিছনেৰীসকলৰ ভূমিকাও আছিল গুৰুত্বপূৰ্ণ। ১৭৯০ খ্ৰীষ্টাব্দত শ্ৰীৰামপুৰত উইলিয়াম কেৰীয়ে মিছন প্ৰতিষ্ঠা কৰিলে আৰু এই মিছনৰ পৰাই ১৮১০ খ্ৰীষ্টাব্দত বাইবেলৰ বঙলা অনুবাদ প্ৰকাশিত হ'ল আৰু তাৰ পাছৰ পৰাই বাংলা সাহিত্যতো নানা বৈপ্লবিক পৰিৱৰ্তন সংঘটিত হ'বলৈ আৰম্ভ কৰিলে।[৩৮] এনেদৰে পাশ্চাত্য সাহিত্য-সংস্কৃতি আৰু দৰ্শনৰ সংস্পৰ্শলৈ আহি বাংলা ভাষা-সাহিত্য-সংস্কৃতিয়ে নানা পৰিৱৰ্তন আৰু পৰিবৰ্ধন লাভ কৰিলে আৰু মানৱতাবাদ, আদৰ্শবাদ আৰু দেশাত্মবোধৰ মন্ত্ৰেৰে আধুনিক বাংলা সাহিত্য উদ্বুদ্ধ হৈ উঠিল।

বংগদেশৰ নৱজাগৰণৰ এনে এক পৰিপ্ৰেক্ষিতত কলিকতাত শিক্ষাগ্ৰহণ কৰিবলৈ যোৱা অসমৰ শিক্ষিত ডেকাচাম এই নতুন ভাৱধাৰাৰ সংস্পৰ্শলৈ আহিল। বংগদেশৰ এই নৱজাগৰণৰ সোঁতত অৱগাহন কৰা দুজন অসমীয়া 'এভন গাৰ্ডে' হ'ল হলিৰাম ঢেকিয়াল ফুকন (১৮০২—১৮৩২) আৰু তেওঁৰ ভাতৃ ঘনশ্যাম খাৰঘৰীয়া ফুকন (১৮০৫—১৮৩৮)। প্ৰথমজনে কলিকতাত আনুষ্ঠানিক শিক্ষা গ্ৰহণ কৰা নাছিল যদিও সঘন দেশ ভ্ৰমণৰ অভিজ্ঞতাৰে তেওঁ আধুনিক শিক্ষাৰ তাৎপৰ্য উপলব্ধি কৰিছিল। তেওঁ বাংলা ভাষাত 'আসাম বুৰঞ্জি' লিখাৰ উপৰিও.বঙলা আলোচনীত প্ৰবন্ধও লিখিছিল। তেওঁৰ ভাতৃ যজ্ঞেৰাম আছিল ইংৰাজী শিক্ষা পোৱা প্ৰথম অসমীয়া।[৩৯] বংগৰ এই নৱজাগৰণৰ প্ৰত্যক্ষ আৰু পৰোক্ষ সংস্পৰ্শলৈ অহা আন তিনিজন উল্লেখযোগ্য ব্যক্তি আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱা। 'অসমীয়া ভাষাৰ আধুনিক অস্তিত্বৰ পিতৃস্বৰূপ' আনন্দৰামে শিক্ষাগ্ৰহণ কৰিছিল হিন্দু কলেজত য'ত তেওঁ প্ৰত্যক্ষ কৰিছিল 'অন্ধ সংস্কাৰ আৰু কঠোৰ আচাৰ-অনুষ্ঠানৰ মাজত সাঙোৰ খাই যুগৰ ভৰত জৰ্জৰ হোৱা প্ৰাচীন সংস্কৃতিৰ লগত বৈজ্ঞানিক অভিজ্ঞতা-সম্ভূত ধ্যান-ধাৰণাৰে সমৃদ্ধ, শক্তি-সামৰ্থ্যৰে ভৰপূৰ'[৪০] পাশ্চাত্য সংস্কৃতিৰ মিলনৰ ফলত সৃষ্টি হোৱা সংস্কৃতিৰ নতুন ৰূপ। বংগদেশৰ নৱজাগৰণৰ অগ্ৰগামীসকলৰ সংস্পৰ্শলৈ আহি তেওঁ লাভ কৰিছিল এক উদাৰনৈতিক প্ৰগতিশীল মনোভাৱ।

অৱশ্যে উনবিংশ শতিকাৰ মাজভাগলৈকে পাশ্চাত্য ধ্যান-ধাৰণাৰ নৱজাগৰণৰ প্ৰভাৱ-সম্ভূত সৃষ্টিশীল সাহিত্য অসমীয়াত সৃষ্টি হোৱা নাছিল। গুণাভিৰাম বৰুৱাৰ হাততহে ইয়াৰ প্ৰথম উন্মেষ আমি লক্ষ্য কৰোঁ। তেওঁ কলিকতাত শিক্ষাগ্ৰহণ কৰিবলৈ যোৱা কালছোৱাতে ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ বিধবা-বিবাহ আন্দোলনে বংগদেশত প্ৰবল আলোড়নৰ সৃষ্টি কৰিছিল।

কলিকতাত শিক্ষাগ্ৰহণ কৰা কালছোৱাতে ব্ৰাহ্ম ধৰ্ম আৰু সামাজিক সংস্কাৰমুখিতাৰ প্ৰতি গুণাভিৰাম গভীৰভাৱে আকৃষ্ট হয় আৰু তাৰ ফলস্বৰূপে সৃষ্টি হয় 'ৰামনবমী' নাটক (১৮৫৭ খ্ৰী.)। গুণাভিৰামে বিধবা বিবাহৰ আদৰ্শ নিজৰ জীৱনতো কাৰ্যকৰী কৰি তুলিছিল। আনহাতে হেমচন্দ্ৰ বৰুৱা কলিকতাত শিক্ষা গ্ৰহণ কৰিবলৈ যোৱা নাছিল যদিও অসমত থাকিয়েই তেওঁ নৱজাগৰণৰ আদৰ্শৰ প্ৰভাৱ গ্ৰহণ কৰিছিল। তেওঁৰ আত্মজীৱনীত বিদ্যাসাগৰৰ বিধবা বিবাহ আন্দোলনৰ সমৰ্থনত তেওঁৰ মন্তব্যই[১১] আৰু বহু পত্নী প্ৰথাৰ বিৰুদ্ধে অৰুণোদইত লিখা তেওঁৰ প্ৰবন্ধই[১২] বংগদেশৰ নৱজাগৰণ আৰু পাশ্চাত্য শিক্ষাই গঢ় দিয়া তেওঁৰ সমাজ সংস্কাৰকামী আৰু উদাৰনৈতিক দৃষ্টিভংগীৰ পৰিচয় দিয়ে। এনে দৃষ্টিভংগী তেওঁৰ 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' আৰু 'কানীয়াৰ কীৰ্তন'তো লক্ষ্য কৰা যায়। বংগদেশৰ নৱজাগৰণৰ আদৰ্শ গ্ৰহণ কৰা এই তিনিওজন ব্যক্তিয়েই আধুনিক অসমীয়া ভাষা আৰু সাহিত্যক প্ৰতিষ্ঠা দান কৰা কাৰ্যত একো একোটি বিশেষ ভূমিকা পালন কৰি গৈছে।

ঊনবিংশ শতিকাৰ শেষৰ দুটা দশকত কলিকতাত শিক্ষাগ্ৰহণ কৰিবলৈ যোৱা ছাত্ৰসকলে বংগদেশত নৱজাগৰণে সৃষ্টি কৰা বৌদ্ধিক আলোড়নটো প্ৰত্যক্ষ কৰিলে আৰু সেই আলোড়নৰ স্পৰ্শ নিজ হৃদয়তো অনুভৱ কৰিলে। নৱজাগৰণে বংগদেশৰ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত সৃষ্টি কৰা পৰিবৰ্তনসমূহ লক্ষ্য কৰি এই ডেকাসকলৰ অন্তৰত অসমৰ অনগ্ৰসৰতাৰ স্বৰূপটো স্পষ্ট হৈ পৰিল আৰু ইয়েই তেওঁলোকৰ অন্তৰত অসম তথা অসমীয়া সাহিত্যৰ হৈ কিবা এক কৰাৰ এটা স্পৃহা জাগ্ৰত কৰি তুলিলে। এই স্পৃহাৰে সবল আত্মপ্ৰকাশ ঘটিল ১৮৮৮ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠিত হোৱা 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ত আৰু সেই সভাৰে মুখপত্ৰ স্বৰূপে ১৮৮৯ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহত প্ৰকাশিত 'জোনাকী' নামৰ মাহেকীয়া সাহিত্য আলোচনীৰ যোগেদি। 'জোনাকীৰ আত্মকথা'ত সম্পাদকে কোৱা কথাকেইষাৰি এই ক্ষেত্ৰত প্ৰণিধানযোগ্য.... নকৈ উঠি অহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি ব্যয় কৰিম। এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ 'জোনাক' সুমাব নোৱাৰিলেও, যদি নিজে নিজেও যত্নৰ ফিৰিঙতিৰ পোহৰত বাট পাওঁ, তেন্তে আমাৰ শক্তিৰ মিছা ব্যয় নাই হোৱা বুলি ভাবিম। আমি যুঁজিবলৈ ওলাইছোঁ 'আন্ধাৰ'ৰ বিপক্ষে উদ্দেশ্য দেশৰ উন্নতি 'জোনাক'।[১৩]

জোনাকীদলৰ আগৰণুৱা আছিল লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞিবৰুৱা, সত্যনাথ বৰা, কনকলাল বৰুৱা আদি। ইউৰোপীয় সাহিত্যৰ বিশেষকৈ ইংৰাজী সাহিত্যৰ ভাব আৰু আদৰ্শত জোনাকীৰ এই দলটোৱে অসমীয়া সাহিত্যত আধুনিকতাৰ সৃষ্টি কৰিলে। 'জোনাকী'ৰ কোনো ৰাজনৈতিক আদৰ্শ নাছিল[১৪] আছিল এক সাংস্কৃতিক আদৰ্শহে। 'জোনাকী'ৰ সবাতোকৈ উল্লেখযোগ্য কৃতিত্ব আছিল অসমীয়া ভাষা-সাহিত্যৰ আত্মপ্ৰতিষ্ঠা প্ৰচেষ্টাত দান কৰা এক সাংস্কৃতিক আত্মপ্ৰত্যয়। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি আৰু সমাজ-জীৱনক এক নতুন ৰূপত গঢ় দি, পাশ্চাত্য সভ্যতা-সংস্কৃতি-দৰ্শন-সাহিত্যৰ আলোকেৰে অসমীয়া জীৱনটো উজলাই তুলি, অসমীয়া মানুহক অসমৰ ঐতিহ্যৰ কথা সোঁৱৰাই দি, পাশ্চাত্যৰ ৰোমাণ্টিক ধ্যান-ধাৰণাৰে

অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনত সৃষ্টিৰ প্ৰেৰণা যোগান ধৰি জোনাকীৰ এই দলটোৱে অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধি সাধন কৰি গ'ল।

অসমীয়া ৰোমাণ্টিক কবিতাৰ জন্ম আৰু বিকাশৰ লগত ঊনবিংশ শতিকাৰ সামাজিক আৰু বৌদ্ধিক জীৱনত ঘটা পৰিবৰ্তনসমূহ ওতপ্ৰোতভাৱে জড়িত। যদিও অৰুণোদইত প্ৰকাশিত সৰু সৰু উদ্দেশ্যধৰ্মী ছন্দোবদ্ধ ৰচনাসমূহক 'কবিতা' বুলি অভিহিত কৰিব নোৱাৰি, তথাপি এই ৰচনাসমূহেই খণ্ড কবিতাৰ আকৃতি আৰু প্ৰকৃতিৰ কিছু উপাদান কঢ়িয়াই আনিলে। তদুপৰি কবিতাৰ বিষয়বস্তুৰ ক্ষেত্ৰতো ধৰ্ম-নিৰপেক্ষ বিষয়ৰ প্ৰৱেশ এই সময়ছোৱাতে ঘটিল। ৰাজনৈতিক পৰিবৰ্তনে সাধন কৰা সামাজিক জীৱনৰ পৰিবৰ্তনৰ লগত সাংস্কৃতিক জীৱনৰ পৰিবৰ্তনো যুক্ত হৈ আছিল। তদুপৰি পাশ্চাত্য সাহিত্য তথা চিন্তা-চৰ্চাই আৰু বংগদেশৰ নৱজাগৰণে বৌদ্ধিক জীৱনতো নতুন আয়তন দান কৰিলে। এনে এক সময়ৰ পটভূমিতে অসমীয়া ৰোমাণ্টিক কবিতাই জন্ম আৰু বিকাশ লাভ কৰিলে।

## ১.০৩ ১৮৯০—১৯৪০ অসমৰ সামাজিক জীৱনৰ আভাস

অসমত ইংৰাজ শাসন-ব্যৱস্থা প্ৰৱৰ্তিত হোৱাৰ আগলৈকে সমগ্ৰ অসমতে এক সামন্ততান্ত্ৰিক কৃষিভিত্তিক লোকজীৱনে বিৰাজ কৰিছিল। ১৮২৬ খ্ৰীষ্টাব্দৰ য়াণ্ডাবু সন্ধিৰ ফলস্বৰূপে অসমখন ইংৰাজ শাসন ব্যৱস্থাৰ অধীনলৈ গ'ল। অৱশ্যে কেইবছৰমানৰ বাবে (১৮৩৩ খ্ৰীষ্টাব্দৰ পৰা ১৮৩৮ খ্ৰীষ্টাব্দলৈকে) স্বৰ্গদেৱ পুৰন্দৰ সিংহক উজনি অসম খণ্ডৰ শাসনভাৰ 'পৰীক্ষামূলকভাৱে' ইংৰাজসকলে অৰ্পণ কৰিছিল যদিও[১১] ১৮৩৮ খ্ৰীষ্টাব্দৰ পৰা সমগ্ৰ অসমত ইংৰাজ শাসন ব্যৱস্থা প্ৰৱৰ্তিত হ'ল আৰু তাৰ লগে লগে ছশ বছৰীয়া আহোম ৰাজত্বৰ অৱসান ঘটিল। ৰাজনৈতিক বুৰঞ্জীৰ ক্ষেত্ৰত হোৱা এনে অভূতপূৰ্ব পৰিবৰ্তনেই অসমৰ সামাজিক-অৰ্থনৈতিক গাঁথনিৰ এক আমূল পৰিবৰ্তনৰ সূচনা কৰিলে আৰু তাৰ লগে লগেই অসমত এক নতুন যুগৰ উন্মেষ ঘটিল।

প্ৰকৃততে একোখন দেশৰ ৰাজনৈতিক স্থিৰতাৰ ওপৰতে দেশখনৰ আৰ্থ-সামাজিক আৰু সাংস্কৃতিক উন্নয়ন বহু পৰিমাণে নিৰ্ভৰ কৰে। আনহাতে ৰাজশক্তি যদি দুৰ্বল আৰু অত্যাচাৰী হয়, মন্ত্ৰী বিষয়াবৰ্গক নিয়ন্ত্ৰণ কৰিব নোৱাৰে, তেতিয়া প্ৰজাসাধাৰণৰ অৱস্থা শোচনীয় হয়, দেশখনৰ আৰ্থ-সামাজিক গাঁথনি ভাঙি পৰে আৰু তেনে পৰিস্থিতিতে দেশখন বিদেশীৰ পদানত হ'ব লগা হয়। আহোম শাসন-ব্যৱস্থাৰ শেষৰ কালে অসমতো প্ৰকৃততে এনে পৰিস্থিতিৰে উদ্ভৱ হৈছিল। অষ্টাদশ শতিকাৰ শেষাৰ্ধ আৰু ঊনবিংশ শতিকাৰ প্ৰথম তিনিটা দশকৰ অসমৰ অস্থিৰ ৰাজনৈতিক পৰিস্থিতিয়েই প্ৰকৃততে অসমলৈ বিদেশী শাসকক মাতি আনিলে।[১৬]

ইংৰাজসকল অসমত প্ৰৱেশ কৰা সময়ত অসমৰ সমাজ-জীৱন সম্পূৰ্ণ ছেদেলি-ভেদেলি। আভ্যন্তৰীণ গৃহকন্দলৰ ফলত উদ্ভৱ হোৱা পৰিস্থিতি আৰু মানৰ আক্ৰমণৰ ফলতেই দেশৰ জনসংখ্যা প্ৰায় অৰ্ধেক হৈ পৰিল। সেয়ে ইংৰাজসকল অসমত প্ৰৱেশ কৰাৰ সময়ত অসমৰ গাঁওবোৰ হৈ পৰিছিল মৰিশালি, পথাৰবোৰ চন পৰা, নিৰন্ন অসহায়

গাঁওবাসীয়ে হাবিয়ে-বননিয়ে পলাই মাথোন প্ৰাণটো ৰাখিছিল।[১৭] মোৱামৰীয়া বিদ্ৰোহতে আৰম্ভ হোৱা এই ধ্বংসাত্মক পৰিস্থিতি আৰু মানৰ আক্ৰমণে দেশখন ওলট-পালট কৰি দিয়াই নহয়, জনসাধাৰণক মানসিকভাৱেও বিপৰ্যস্ত কৰি তুলিলে। এনে এক পৰিস্থিতিত ইংৰাজসকলৰ অসম আগমনক ভগৱানৰ করুণা বুলিয়েই অসমৰ লোকজীৱনে বিশ্বাস কৰিছিল।[১৮] এনেদৰে দেশত ইংৰাজ শাসন-ব্যৱস্থা প্ৰৱৰ্তিত হ'ল আৰু তাৰ লগে লগে অসমৰ সমাজ-সাহিত্য-সংস্কৃতি-ৰাজনীতি-অৰ্থনীতি আদি সকলো ক্ষেত্ৰতে ব্যাপক পৰিৱৰ্তন সূচিত হ'ল আৰু এনে পৰিৱৰ্তনসমূহেই শতিকাটোৰ পৰৱৰ্তী দশকবোৰৰ আৰু কুৰি শতিকাৰো প্ৰথম চাৰিটা দশকলৈকে অৰ্থাৎ অসমত ইংৰাজ শাসন-ব্যৱস্থা প্ৰৱৰ্তিত হৈ থকালৈকে অসমৰ ৰাজনৈতিক, আৰ্থ-সামাজিক আৰু সাংস্কৃতিক পৰিৱৰ্তনসমূহৰ গতি নিৰ্ণয় কৰি দিলে।

অসমৰ সমাজ-জীৱন ৰাজনৈতিকভাৱে সচেতন আছিল বুলি ক'ব পৰা নাযায় যদিও ইংৰাজ শাসন-ব্যৱস্থা প্ৰৱৰ্তন হোৱাৰ পাছত ইংৰাজ শাসন-শোষণৰ প্ৰতিবাদ তেওঁলোকে নকৰাকৈ থকা নাছিল। আহোম শাসন-ব্যৱস্থা বৰ্তি আছিল পাইক প্ৰথাৰ ওপৰত। মন্ত্ৰী-বিষয়াক দৰমহা দিয়াৰ ব্যৱস্থা নাছিল। তেওঁলোকে মৰ্যাদা অনুসৰি ৰাজহ-বিহীন মাটি আৰু পাইকৰ সুবিধা লাভ কৰিছিল। পাইকসকলেও শাৰীৰিক শ্ৰম আৰু উৎপাদিত শস্যৰ একাংশ জমা দিয়াৰ বিনিময়ত ৰজাঘৰৰ পৰা বিনামূলীয়াকৈ ৰুপিত মাটি আৰু বাৰী মাটি ভোগ কৰিবলৈ পাইছিল।[১৯] এনে ৰাজহ-ব্যৱস্থাত অভ্যস্ত জনসাধাৰণৰ ওপৰত ইংৰাজ চৰকাৰে ১৮৩৩ খ্ৰীষ্টাব্দত ভূমি ৰাজহ খাজনা ব্যৱস্থা আৰোপ কৰাত এই ব্যৱস্থা জনসাধাৰণৰ বাবে সম্পূৰ্ণ অসুবিধাজনক হ'ল। কাৰণ ৰাজহ দিব লগা হ'ল পইচাৰে আৰু পইচাৰ ব্যৱহাৰ কৃষকসকলৰ ক্ষেত্ৰত আছিল নিচেই সীমিত। ইংৰাজ-প্ৰৱৰ্তিত এই ৰাজহ ব্যৱস্থাৰ ফলত জনসাধাৰণৰ মনত অসন্তুষ্টি গা কৰি উঠিল। তাৰ উপৰি ১৮৫৭ খ্ৰীষ্টাব্দৰ চিপাহী বিদ্ৰোহৰ পাছত আৰ্থিক নাটনিৰ অজুহাতত চৰকাৰে বিভিন্ন কৰ আৰোপ কৰাৰ উপৰিও মাটিৰ খাজনাও বৃদ্ধি কৰিলে। এনে বৰ্ধিত খাজনা সময়মতে পৰিশোধ কৰাটো কৃষকসকলৰ বাবে যথেষ্ট কঠিন হ'ল। ইতিমধ্যে অসমৰ পৰিৱৰ্তিত আৰ্থ-সামাজিক আৰু ৰাজনৈতিক পটভূমিত গাঁৱৰ ৰাইজৰ সমস্যাৰ আলোচনা আৰু সমস্যা সমাধানৰ আঁচনি প্ৰস্তুত কৰিবৰ বাবে 'ৰাইজ মেল' নামৰ ৰাজহুৱা অনুষ্ঠান কিছুমান গঢ়ি উঠিল। ১৮৬০ খ্ৰীষ্টাব্দত চৰকাৰে সমগ্ৰ অসমত কানি খেতি বন্ধ কৰি দিয়ে। পিছে ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধত অসমৰ সৰহ সংখ্যক জনসাধাৰণৰ বাবে কানি নিত্য-ব্যৱহাৰ্য সামগ্ৰীৰ দৰে আছিল। চৰকাৰী এই নিষেধৰ প্ৰতিবাদত আৰু চৰকাৰে পাণ গছৰ ওপৰতো কৰ বহুৱাব প্ৰস্তাৱৰ প্ৰতিবাদত ১৮৬১ খ্ৰীষ্টাব্দত নগাঁৱৰ ফুলগুৰিত অনুষ্ঠিত ৰাইজ-মেলে চৰকাৰৰ ৰাজহ-নীতিৰ বিৰুদ্ধে পোন প্ৰথমবাৰৰ বাবে বিদ্ৰোহ কৰে। অৱশ্যে চৰকাৰে কঠোৰ হাতেৰে সেই বিদ্ৰোহ দমন কৰে।[২০] চৰকাৰী ৰাজহ-নীতিৰ প্ৰতিবাদ সত্ত্বেও চৰকাৰে জনসাধাৰণৰ দুখ-দুৰ্দশালৈ কাণ নকৰি ৰাজহৰ নিৰিখ বৃদ্ধি কৰি গৈ থাকিল। ৰাইজ মেলসমূহে ইয়াৰ প্ৰতিবাদত চৰকাৰক খাজনা পৰিশোধ নকৰাৰ সিদ্ধান্ত কৰিলে, পিছে নামনি অসমৰ এনে প্ৰতিবাদী সংগঠিত জনসাধাৰণক চৰকাৰে কঠোৰ হাতেৰে দমন কৰিলে। এনেদৰে ঊনবিংশ শতিকাৰ শেষলৈকে ইংৰাজ শাসনৰ প্ৰতি জনসাধাৰণৰ

অসন্তুষ্টি বিভিন্ন ৰূপত প্ৰকাশ পোৱা লক্ষ্য কৰা যায়।

আহোম শাসন-ব্যৱস্থাত দাস-দাসী প্ৰথাৰ প্ৰচলন আছিল। যুদ্ধবন্দীসকলকে ঘৰুৱা কাম-কাজত দাসৰূপে নিয়োগ কৰা হৈছিল। ৰজাঘৰ আৰু বিষয়াসকলৰ ঘৰত থকা বন্দী-বেটী, লগুৱা-লিকচৌ সকলো আছিল একপ্ৰকাৰ দাসেই। ১৮৪৩ খ্ৰীষ্টাব্দত দাস প্ৰথা উচ্ছেদ আইন প্ৰৱৰ্তন কৰাৰ ফলত হাজাৰ হাজাৰ দাস-দাসী মুক্ত হৈছিল।[৫১] এনেদৰে ইংৰাজসকলে পাইক প্ৰথাৰ বিলোপ সাধন কৰি জনসাধাৰণক যুগ যুগ জোৰা দাসত্বৰ বোজাৰ পৰা মুক্তি দিলে।

অসমৰ লোকজীৱনত জাতিভেদ প্ৰথা প্ৰাচীন কালৰে পৰাই আছিল। অৱশ্যে ভাৰতৰ অন্যান্য অঞ্চলৰ দৰে এই ভেদ কটকটীয়া নাছিল। লোক জীৱনত অস্পৃশ্যতা নাছিল বুলিয়েই ক'ব পাৰি। জাতিভেদো বিশেষভাৱে মনা হৈছিল বিবাহ আৰু কিছুমান ধৰ্মীয় আচাৰ-অনুষ্ঠানতহে। জাতিভেদ নিৰ্ণীত হৈছিল দুই প্ৰকাৰে — জন্মভিত্তিক আৰু ব্যৱসায়ভিত্তিক।[৫২] ইংৰাজ শাসন ব্যৱস্থা প্ৰৱৰ্তন হোৱাৰ পাছতো অসমত জাতিভেদৰ একেটা ৰূপেই প্ৰচলিত হৈ আছিল। বিবাহাদিৰ ক্ষেত্ৰত উচ্চ বৰ্ণৰ লোকসকলৰ মাজত সংস্কাৰৰ বান্ধোন বৰ দৃঢ় আছিল বাবেই সেইসকলৰ মাজতে জাতিভেদ প্ৰথা বিশেষভাৱে ক্ৰিয়াশীল আছিল। পাশ্চাত্য উদাৰ মানৱিকতাবাদৰ শিক্ষাৰে শিক্ষিত উচ্চ বৰ্ণৰ শিক্ষিত ব্যক্তিসকলেও জাতিভেদ প্ৰথাক দেই যাবলৈ সাহস কৰা নাছিল।[৫৩] খোৱা-বোৱাৰ ক্ষেত্ৰত কিন্তু উচ্চবৰ্ণৰ সমাজতেই নহয়, সৰ্বসাধাৰণ লোকৰ মাজতো সামাজিক বন্ধন বৰ কটকটীয়া আছিল। কোনোৱে নিয়ম ভংগ কৰিলেই 'প্ৰায়শ্চিত্ত' কৰিব লাগিছিল। কুৰি শতিকাৰ প্ৰথম দুটামান দশকত ৰচিত অসমীয়া সাহিত্যতে জাতিভেদ প্ৰথাৰ পৰা উদ্ভৱ হোৱা বিভিন্ন সমস্যাৰ চিত্ৰৰ প্ৰতিফলন লক্ষ্য কৰিব পাৰি।[৫৪] অৱশ্যে কুৰি শতিকাৰ তৃতীয় দশকমানৰ পৰা মহাত্মা গান্ধীৰ অস্পৃশ্যতা বৰ্জন আন্দোলনৰ প্ৰভাৱত জনসমাজত জাতিভেদ প্ৰথা কিছু স্তিমিত হোৱা লক্ষ্য কৰা যায়।

অসমৰ লোকজীৱনৰ সৰহ সংখ্যক লোকেই আছিল হিন্দু ধৰ্মাৱলম্বী। শাক্ত, শৈৱ, বৈষ্ণৱ — এই তিনিওটা পন্থাৰ ভিতৰত বৈষ্ণৱ ধৰ্মাৱলম্বীৰ সংখ্যাই আছিল অধিক। জনজাতীয় লোকসকলৰ নিজস্ব ধৰ্ম আচৰণৰ বিধিৰ প্ৰচলন আছিল যদিও বৈষ্ণৱ ধৰ্মৰ সৰ্বব্যাপক প্ৰসাৰত বহুতো জনজাতীয় লোকে ভক্তি ধৰ্মত শৰণ লৈ হিন্দু ধৰ্ম গ্ৰহণ কৰিছিল। জনসাধাৰণৰ ওপৰত বৈষ্ণৱ গোসাঁই-মহন্তসকলৰ প্ৰভাৱ আছিল অপৰিসীম। পিছে এনে গোসাঁই-মহন্তসকলৰ কিছুমান আছিল ভণ্ড আৰু অজ্ঞ, জনসাধাৰণৰ বিশ্বাসৰ সুবিধা লৈ তেওঁলোক নানা কু-কৰ্মতো প্ৰবৃত্ত হৈছিল। এনে গোসাঁই-মহন্তসকলেই সেই সময়ৰ সংস্কাৰকামী ব্যংগ লেখকসকলৰ আক্ৰমণৰ সন্মুখীন হৈছিল।[৫৫]

অসমৰ লোকজীৱনৰ দ্বিতীয় সংখ্যাগৰিষ্ঠ লোকসকল আছিল ইছলাম ধৰ্মাৱলম্বী। আহোম ৰজাসকলৰ ৰাজত্ব কালত যিবোৰ মোগল আক্ৰমণ সংঘটিত হৈছিল সেই আক্ৰমণবোৰত যুদ্ধবন্দী হিচাপে বৈ যোৱা ইছলামধৰ্মীসকলে অসমত স্থানীয় তিৰোতা গ্ৰহণ কৰি বৃহত্তৰ অসমীয়া জাতিৰ অংগীভূত হৈ পৰিছিল। আহোম শাসন-ব্যৱস্থাতো মুছলমানসকল বৰা, শইকীয়া, হাজৰিকা আদি ভালেমান দায়িত্বপূৰ্ণ পদত অধিষ্ঠিত হৈছিল।

শংকৰদেৱে নিজেও মুছলমান শিষ্য গ্ৰহণ কৰিছিল। উল্লেখযোগ্য যে ধৰ্মীয় সংস্কাৰৰ ক্ষেত্ৰত মুছলমানসকলৰ স্বতন্ত্ৰতা থাকিলেও তেওঁলোকৰ সামাজিক আচাৰ-ব্যৱহাৰ অন্যান্য হিন্দুসকলৰ পৰা পৃথক নাছিল। অসমত ইংৰাজ শাসন-ব্যৱস্থা প্ৰবৰ্তন হোৱাৰ পাছত মুছলমান জনসংখ্যা বাঢ়িবলৈ ধৰে আৰু কুৰি শতিকাৰ প্ৰথম কেইটামান দশকত অসমত মুছলমান জনসংখ্যা অভাৱনীয়ভাৱে বৃদ্ধি পায়।[২৬] এই বৃদ্ধিৰ কাৰণ আছিল সেই সময়ৰ পূব পাকিস্তানৰ পৰা হোৱা পমুৱাৰ অবাধ প্ৰব্ৰজন।

অসমৰ জনগাঁথনিত খ্ৰীষ্ট ধৰ্মাবলম্বী লোকৰ সংখ্যা নিচেই নগণ্য। ১৮৩৬ খ্ৰীষ্টাব্দতে খ্ৰীষ্টিয়ান মিছনেৰীসকলে অসমত প্ৰৱেশ কৰে যদিও ১৮৪১ খ্ৰীষ্টাব্দতহে প্ৰথমজন অসমীয়া মানুহ খ্ৰীষ্টধৰ্মত দীক্ষিত হয়।[২৭] হিন্দু ধৰ্মাবলম্বী অসমীয়া জনসাধাৰণক খ্ৰীষ্টধৰ্মৰ প্ৰতি মিছনেৰীসকলে আকৰ্ষিত কৰিব পৰা নাছিল। সেয়ে ২৫ বছৰ অসমত মিছনৰ কাম সম্পূৰ্ণ হোৱাৰ পাছত অসমত মাথোন ৫০ জন লোকহে খ্ৰীষ্ট ধৰ্মত দীক্ষিত হৈছিল।[২৮] কোনো উচ্চ বৰ্ণৰ হিন্দুৱেই খ্ৰীষ্টান ধৰ্মত দীক্ষিত হোৱা নাছিল। সেয়ে পৰৱৰ্তী কালত হিন্দু ধৰ্মৰ বাহিৰত থকা জনজাতীয় সমাজ আৰু চাহ শ্ৰমিকসকলৰ মাজতহে মিছনেৰীসকলে ধৰ্ম প্ৰচাৰৰ প্ৰচেষ্টা চলাইছিল আৰু তেনে প্ৰচেষ্টাত তেওঁলোক কিছু পৰিমাণে কৃতকাৰ্যও হৈছিল।

ঊনবিংশ শতিকাৰ শেষৰ ফালে কলিকতাত শিক্ষাগ্ৰহণ কৰিবলৈ যোৱা অসমীয়া ডেকাসকলক ব্ৰাহ্ম ধৰ্মই আকৰ্ষণ কৰিছিল আৰু কোনো কোনো সেই ধৰ্মত দীক্ষিতো হৈছিল।[২৯] ১৯০১ খ্ৰীষ্টাব্দত গুৱাহাটীত প্ৰথমটো ব্ৰাহ্ম মন্দিৰ স্থাপিত হৈছিল যদিও সামগ্ৰিকভাৱে অসমৰ সৰ্বসাধাৰণ লোকৰ ওপৰত এই ধৰ্মৰ বিশেষ প্ৰভাৱ পৰা নাছিল।

ইংৰাজসকলে অসম অধিকাৰ কৰাৰ সময়ত অসমত শিক্ষাৰ ব্যৱস্থা আছিল অতি শোচনীয়। মোফাট মিলছৰ মতে সেই সময়ত অসমত লিখিব-পঢ়িব পৰা মানুহ প্ৰায় নাছিলেই।[৩০] তাৰ কাৰণ নিশ্চয় ইংৰাজ অধিকাৰ-পূৰ্ব কালছোৱাত অসমত ঘটা অস্থিৰ ৰাজনৈতিক পৰিস্থিতি। অৱশ্যে ইংৰাজী শিক্ষাব্যৱস্থা আৰম্ভ হোৱাৰ পূৰ্বে অসমত প্ৰাচীন সত্ৰ, টোল আৰু পাঠশালাত শিক্ষা দিয়াৰ ব্যৱস্থা আছিল। পিছে এনে শিক্ষা-ব্যৱস্থাও কিন্তু উচ্চ বৰ্ণ লোকৰ বাবেহে আছিল।[৩১] সেয়ে লোকজীৱনৰ সৰহ সংখ্যকেই কোনো ধৰণৰ আনুষ্ঠানিক শিক্ষাগ্ৰহণৰ সুবিধাৰ পৰা বঞ্চিত আছিল। ১৮৩৫ খ্ৰীষ্টাব্দত গুৱাহাটীত প্ৰথমখন ইংৰাজী স্কুল স্থাপিত হোৱাৰ পাছত কেইটামান দশকতে অসমৰ বিভিন্ন স্থানত ভালেমান স্কুল স্থাপিত হয়।[৩২] শিক্ষাবিস্তাৰৰ ক্ষেত্ৰত আমেৰিকান মিছনেৰীসকলৰ ভূমিকাও আছিল তাৎপৰ্যপূৰ্ণ। পঢ়াশালি স্থাপন আৰু পঢ়াশালীয়া পাঠ্য প্ৰণয়ন আৰু মুদ্ৰণৰ ক্ষেত্ৰত বিশেষ ভূমিকা গ্ৰহণ কৰি তেওঁলোকে অসমত আধুনিক শিক্ষা বিস্তাৰত প্ৰভূত বৰঙণি আগবঢ়ায়। অৱশ্যে ১৮৩৬ খ্ৰীষ্টাব্দৰ পৰা ১৮৭৩ খ্ৰীষ্টাব্দলৈ বাংলা ভাষাক পঢ়াশালিৰ মাধ্যম কৰাৰ ফলস্বৰূপে শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰত যথেষ্ট বাধাৰ সৃষ্টি হৈছিল যদিও অসমীয়া ভাষা পুনৰ্বাসনৰ ফলত সেই বাধা আঁতৰিল। ঊনবিংশ শতিকাৰ শেষলৈকে অসমত উচ্চ শিক্ষাৰ অনুষ্ঠান এখনো নাছিল। কলেজ এখনৰ স্থাপনৰ দাবী উঠি আছিল যদিও ১৯০১ খ্ৰীষ্টাব্দত কটন কলেজ স্থাপন হোৱাতহে সেই দাবী পূৰণ হয়। মহাত্মা গান্ধীৰ বুনিয়াদী শিক্ষাৰ

আন্দোলনে কুৰি শতিকাৰ দ্বিতীয় দশকৰ পৰা শিক্ষাৰ প্ৰসাৰত বিশেষ ভূমিকা গ্ৰহণ কৰে। কুৰি শতিকাৰ প্ৰথম ভাগৰ পৰাই জনসমাজৰ মাজত ইংৰাজী স্কুলত ল'ৰা-ছোৱালী পঢ়ুৱাৰ প্ৰতি থকা ৰক্ষণশীলতা আৰু গোড়ামি বহু পৰিমাণে স্তিমিত হৈ পৰিল। ১৯২৬ খ্ৰীষ্টাব্দত বাধ্যতামূলক প্ৰাথমিক শিক্ষা আইন গৃহীত হয় আৰু তাৰ ফলস্বৰূপে প্ৰাথমিক স্কুলৰ সংখ্যা যথেষ্ট বৃদ্ধি হ'ল। ইংৰাজ শাসন ব্যৱস্থাৰ প্ৰথম অৱস্থাত ইংৰাজী শিক্ষাৰ প্ৰতি লোকজীৱনৰ এক অনাগ্ৰহী মনোভাব প্ৰত্যক্ষ কৰা হৈছিল। শৈক্ষিক এই অনগ্ৰসৰতাৰ বাবে সামাজিক ক্ষেত্ৰত থকা অনুশাসনো কিছু পৰিমাণে দায়ী আছিল। ইংৰাজী শিক্ষাগ্ৰহণ জাত্যান্তৰ গ্ৰহণৰ নামান্তৰ বুলি জনসমাজত বিশ্বাস কৰা হৈছিল। সেয়ে হেমচন্দ্ৰ বৰুৱাই লুকাই-চুৰকৈহে ইংৰাজী শিকিব লগা হৈছিল।[৬৩] কিন্তু স্ত্ৰী-শিক্ষাৰ ক্ষেত্ৰত জনসাধাৰণৰ মনোভাব আছিল নেতিবাচক। অসমত স্ত্ৰী-শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰত খ্ৰীষ্টিয়ান মিছনেৰীসকলেহে তাৎপৰ্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। পিছে ঊনবিংশ শতিকাত স্ত্ৰী-শিক্ষাৰ উদ্যোগটো বিশেষ ফলপ্ৰসূ আছিল বুলি ক'ব পৰা নাযায়। কুৰি শতিকাৰ দ্বিতীয় দশকমানৰ পৰাহে অসমত স্ত্ৰী-শিক্ষাৰ ক্ষেত্ৰত বিশেষ জনজাগৰণ প্ৰত্যক্ষ কৰা যায়। এই শতিকাৰ প্ৰথম দুটামান দশকৰ পৰাহে ছোৱালীক স্কুলত পঢ়ুৱাটো গৰ্হিত কাম বুলি জনসমাজৰ মাজত প্ৰচলিত ধাৰণাৰ পৰিবৰ্তন ঘটিল আৰু এনে পৰিবৰ্তনেই অভিভাৱকসকলক ল'ৰা-ছোৱালীক সমান দৃষ্টিৰে চাবলৈ শিকালে।

অসমৰ লোকসমাজত কানিৰ সৰ্বব্যাপক ব্যৱহাৰে সমাজৰ এক বৃহত্তৰ অংশক সৰ্বস্বান্ত কৰিছিল। প্ৰথম অৱস্থাত কানি কেৱল অসুখৰ ঔষধ হিচাপেহে ব্যৱহৃত হৈছিল কিন্তু পাছলৈ সৰ্বসাধাৰণ সকলো লোকেই কানিৰ ব্যৱহাৰ কৰিবলৈ ধৰিলে আৰু আফুখেতিও বৃহৎ পৰিমাণে কৰিবলৈ ধৰিলে। ইংৰাজসকলে কানি সেৱন কৰাৰ বাবে অসমীয়াসকলক দোষাৰোপ কৰিলেও[৬৪] প্ৰকৃততে অসমত কানিৰ প্ৰচলন কৰে ইংৰাজসকলেই।[৬৫] এটা পৰিসংখ্যামতে ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধত পুৰুষ-মহিলা-শিশু নিৰ্বিশেষে ৰাজ্যখনৰ প্ৰায় তিনি-চতুৰ্থাংশ লোকেই কানি সেৱন কৰাত অভ্যস্ত আছিল।[৬৬] ১৮৬০ খ্ৰীষ্টাব্দত আফু খেতি কৰাত চৰকাৰীভাৱে বাধা আৰোপ কৰা হ'ল যদিও কানি সেৱন কৰিবলৈ চৰকাৰী ভাণ্ডাৰৰ পৰা আবকাৰী কানি যোগান ধৰা হ'ল। ফলত কানিৰ প্ৰচলন অসমত বন্ধ নহ'ল, কেৱল স্থানীয় পদ্ধতিৰে তৈয়াৰ হোৱা কানিহে নিবাৰণ কৰা হ'ল। কানি খেতি নিবাৰণৰ প্ৰতিবাদ কৰোঁতেই নগাঁৱৰ ফুলগুৰিত 'ফুলগুৰিৰ ধেৱা'ৰ সৃষ্টি হৈছিল।[৬৭]

অসমীয়া সমাজ-জীৱনত কানিৰ ফলত সৃষ্টি হোৱা অপকাৰিতাৰ বিষয়ে নব্যশিক্ষিত অসমীয়া শ্ৰেণীটো প্ৰথমৰে পৰাই সচেতন আছিল। সমকালীন লেখকসকলৰ ৰচনাত কানিৰ অপকাৰিতাৰ বিষয়ে আৰু কানিৰ প্ৰচলনৰ ফলত সৃষ্টি হোৱা সমস্যাই ভুমুকি মাৰিছে।[৬৮] কানিৰ অপকাৰিতাৰ বিষয়ে জনসাধাৰণক সজাগ কৰাৰ ক্ষেত্ৰত খ্ৰীষ্টিয়ান মিছনেৰীসকলৰ ভূমিকাও আছিল তাৎপৰ্যপূৰ্ণ।[৬৯] বেজবৰুৱাৰ ব্যংগৰচনা আৰু চুটিগল্পসমূহত কানীয়াসকলক প্ৰচুৰ সমালোচনা কৰা হৈছে।[৭০] অন্ধবিশ্বাস আৰু কু-সংস্কাৰৰ বশৱৰ্তী হৈ গ্ৰাম্য সমাজে ৰোগৰ আৰোগ্য লভিবলৈ চিকিৎসকৰ কাষ চপাৰ পৰিবৰ্তে সততে 'কানীয়া সেৱা'

অনুষ্ঠানৰহে আয়োজন কৰিছিল। এনে অনুষ্ঠানত গৃহস্থজনে অঞ্চলটোৰ প্ৰসিদ্ধ কানীয়াসকলক নিমন্ত্ৰণ কৰি আনি কানি আৰু অন্যান্য খোৱা বস্তুৰে আপ্যায়ন কৰে আৰু অসুখৰ পৰা আৰোগ্য লাভ কৰিবলৈ কানীয়াসকলৰ পৰা আশীৰ্বাদ বিচাৰে। এনেদৰে অসমৰ লোক সমাজত কুৰি শতিকাৰ তৃতীয় দশকমানলৈকে কানিৰ এক ব্যাপক প্ৰভাৱ পৰিলক্ষিত হয়।[১১] মহাত্মা গান্ধীৰ অসহযোগ আন্দোলন আৰু মাদক দ্ৰব্য বৰ্জন আন্দোলনৰ ফলত কুৰি শতিকাৰ চতুৰ্থ দশকমানত কানিৰ ব্যৱহাৰ কিছু কমিবলৈ ধৰে।

কানিৰ দৰেই সুৰা বা ফটিকাৰো জনসমাজত প্ৰচলন আছিল। জনজাতীয় লোকসকলৰ অধিকাংশই ভাতৰ পৰা ঘৰতে তৈয়াৰ কৰা ফটিকা (লাওপানী) দৈনন্দিন ৰূপত সেৱন কৰিছিল। এনে ফটিকা তেওঁলোকৰ বাবে অপকাৰী নাছিল, বৰং স্বাস্থ্যসম্মত আছিল। ইংৰাজ শাসন-ব্যৱস্থা প্ৰৱৰ্তন হোৱাৰ পাছত ইংৰাজসকলৰ আৰ্হিত শিক্ষিত সম্ভ্ৰান্ত মধ্যবিত্ত শ্ৰেণীটোৱেও ফটিকা সেৱন কৰিবলৈ আৰম্ভ কৰিলে আৰু কালক্ৰমত জনসমাজৰ মাজতো তাৰ ব্যাপক প্ৰভাৱ পৰিল। ফটিকা সেৱন সম্পৰ্কত সামাজিক বিধি-নিষেধ কিন্তু বৰ কঠোৰ আছিল। বৈষ্ণৱ ধৰ্মীয় চেতনায়ো ফটিকাসেৱীসকলক কিছু নিৰুৎসাহ কৰিছিল। তথাপি সামাজিক বিধি-নিষেধ দেই গৈ কোনোৱে সুৰাপান কৰিলে তেওঁক প্ৰায় সামাজিকভাৱে বৰ্জন কৰা হৈছিল।

ইংৰাজসকল অসমত প্ৰৱেশ কৰাৰ সময়ত অসমৰ লোকজীৱনৰ প্ৰধান উপজীৱ্য আছিল কৃষি। সৰ্বসাধাৰণ লোকৰ অভাৱো আছিল সীমাবদ্ধ। দৈনন্দিন জীৱনৰ বাবে প্ৰয়োজনীয় ন্যূনতম সামগ্ৰীখিনি তেওঁলোকে নিজে উৎপাদন কৰি লৈছিল। সেয়ে প্ৰতিখন গাঁওৱেই আছিল আত্মনিৰ্ভৰশীল। আহোম শাসনব্যৱস্থাত মুদ্ৰাৰ ব্যৱহাৰ আছিল যদিও ব্যৱসায়িক লেনদেনত সৰ্বসাধাৰণ লোকৰ মাজত বিনিময় প্ৰথাৰহে প্ৰচলন আছিল। মুদ্ৰাৰ অপ্ৰতুলতাৰ বাবেই বেপাৰীসকলে তেওঁলোকৰ ব্যৱসায় বৃদ্ধি অথবা মূলধন সঞ্চয় কৰিব পৰা নাছিল। ইংৰাজসকল অহাৰ লগে লগে অসমৰ বাহিৰৰ ব্যৱসায়ীয়ে অসমত খোলনি পুতিলেহি। এইসকলৰ সৰহভাগ আহিছিল ৰাজস্থানৰ পৰা আৰু ৰাজস্থানৰ পৰা অহা এই মাৰোৱাৰীসকলেই অসমৰ ব্যৱসায়-বাণিজ্য নিয়ন্ত্ৰণ কৰিছিল।[১২] চাহৰ আৱিষ্কাৰ হোৱাৰ পাছত ১৮৩৫ খ্ৰীষ্টাব্দৰ পৰা অসমত চাহখেতি আৰম্ভ হয় আৰু চাহ শিল্পক কেন্দ্ৰ কৰি অসমত ঔপনিবেশিক বিনিয়োগৰ শোষণ আৰম্ভ হয়। চাহখেতিত বনুৱাৰূপে কাম কৰিবলৈ পশ্চিমবংগ, বিহাৰ আৰু উৰিষ্যা আদিৰ পৰা ইংৰাজসকলে বনুৱা আমদানি কৰিবলৈ ধৰে। ১৮৪৭ খ্ৰীষ্টাব্দত কয়লা আৰু ১৮৬৬ খ্ৰীষ্টাব্দত অসমত পেট্ৰোলিয়াম আৱিষ্কাৰ হোৱাৰ পাছত বিদেশী পুঁজিৰ বিনিয়োগ আৰু মুনাফা অৰ্জনৰ পথ প্ৰশস্ত হ'ল। বিভিন্ন ইংৰাজ কোম্পানীয়ে অসমৰ প্ৰাকৃতিক সম্পদৰ লুণ্ঠনৰ প্ৰক্ৰিয়া আৰম্ভ কৰিলে। চাহ, কয়লা, তেল, কাঠ আদি কোনো ব্যৱসায়তে থলুৱা জনসাধাৰণ জড়িত হোৱা নাছিল আৰু সেয়ে এনে ব্যৱসায়বোৰ স্থানীয় লোকৰ বাবে কৰ্মসংস্থানৰ সহায়ক হোৱা নাছিল। অৱশ্যে উনবিংশ শতিকাৰ সপ্তম-অষ্টম দশকমানৰ পৰা অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰ দুজনমান উদ্যোগ-বাণিজ্যৰ দৰে অৰ্থনৈতিক কাম-কাজৰ প্ৰতি আগ্ৰহী হৈ ওলাই আহিছিল। এইসকলৰ ভিতৰত অগ্ৰণী আছিল

মাণিকচন্দ্ৰ বৰুৱা আৰু অন্নদাৰাম ফুকন। পৰৱৰ্তী কালত ভোলানাথ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা আদিয়ে বাণিজ্য-ক্ষেত্ৰত সফলতা লাভ কৰিছিল। কুৰি শতিকাৰ দ্বিতীয় দশকমানৰ পৰা ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ ফলস্বৰূপে অসমত জাতীয়তাবাদী চিন্তা-চেতনাৰ উন্মেষ ঘটিবলৈ আৰম্ভ হয়। শিল্প-বাণিজ্যৰ প্ৰতিও সৰ্বসাধাৰণ লোকৰ আগ্ৰহ ক্ৰমাৎ বৃদ্ধি পাবলৈ ধৰে। মহাত্মা গান্ধীৰ বিদেশী বস্ত্ৰ বৰ্জন আন্দোলনে কুটীৰ শিল্পৰ উন্নয়নতো বিশেষ উদগনিৰ সৃষ্টি কৰে আৰু তাৰ ফলত স্থানীয় শিল্প-নিৰ্মাতাসকলো কিছু পৰিমাণে অনুপ্ৰাণিত হৈছিল।

কুৰি শতিকাৰ প্ৰথম ভাগৰ পৰাই অসমৰ অৰ্থ-সামাজিক জীৱনত জটিলতা বৃদ্ধি পাবলৈ আৰম্ভ কৰে। এই জটিলতা বৃদ্ধি পায় প্ৰধানকৈ পূব বংগৰ পৰা (তেতিয়াৰ পূব পাকিস্তান) অবাৰিতভাৱে হোৱা পমুৱা প্ৰব্ৰজনৰ ফলত।[১৩] ইতিপূৰ্বে মাৰোৱাৰীসকলে অসমৰ বেহা-বেপাৰৰ ক্ষেত্ৰত নিৰ্ণায়কৰ ভূমিকা গ্ৰহণ কৰিছে। এই সময়ছোৱাতে নেপালী লোকসকলৰো অসমলৈ প্ৰব্ৰজন আৰম্ভ হয়। এনেদৰে বহিৰাগত লোকসকলেই অসমৰ কৃষি-বাণিজ্য তথা অৰ্থনীতিৰ বিশেষ ভূমিকা গ্ৰহণ কৰিবলৈ আৰম্ভ কৰে। কুৰি শতিকাৰ চতুৰ্থ দশকলৈকে অসমত শিল্প-উদ্যোগ, ব্যৱসায়-বাণিজ্যত যি প্ৰসাৰতা ঘটিছিল তাত অসমৰ কৃষিজীৱী লোক সমাজৰ ভূমিকা আছিল নিতান্তই সীমিত।

অসমৰ লোকসমাজখন আছিল প্ৰধানতঃ পিতৃপ্ৰধান। পিতৃপ্ৰধান সমাজত নাৰীৰ স্থান সাধাৰণতে গৌণ। অসমৰ জনজাতীয় সমাজতহে নাৰীৰ প্ৰাধান্য কিছু পৰিমাণে লক্ষ্য কৰা যায়। অৱশ্যে গাঁৱৰ জীৱনত নাৰী মুকলিমূৰীয়া আছিল। আধুনিক ইংৰাজী শিক্ষা প্ৰসাৰ হোৱাৰ আগতেও ভাৰতৰ অন্যান্য প্ৰদেশত থকাৰ দৰে অসমৰ নাৰী সমাজত পৰ্দা প্ৰথাৰ প্ৰচলন নাছিল। মিৰজুমলাৰ লগত অহা ঐতিহাসিক ছাহাবুদ্দিন তালিছৰ মন্তব্য এই প্ৰসংগত স্মৰণ কৰিব পাৰি।[১৪] উচ্চ বৰ্ণৰ ব্ৰাহ্মণ-দৈৱজ্ঞ নাৰীসকলৰ বাহিৰে গাঁৱৰ সৰ্বসাধাৰণ নাৰীয়ে গৃহস্থালিৰ কাম কৰাৰ উপৰিও খেতি পথাৰত কামো কৰিছিল। পিছে ব্ৰাহ্মণ-দৈৱজ্ঞ আৰু কায়স্থকুলৰ নাৰীৰ লগত অন্যান্য কুলৰ নাৰীৰ আন এটাও পাৰ্থক্য আছিল। এই তিনি বৰ্ণৰ কন্যাৰ ৰজস্বলা হোৱাৰ পূৰ্বেই বিবাহ হৈছিল আৰু এই তিনি বৰ্ণৰ মাজত বিধৱা বিবাহৰ প্ৰচলন নাছিল। উচ্চ বৰ্ণৰ বিধৱাসকলৰ ক্ষেত্ৰত সামাজিক বিধি-নিষেধ বৰ কঠোৰ আছিল আৰু তেনে বিধৱাসকলে বৰ কৰুণ জীৱন-যাপন কৰিব লগা হৈছিল।[১৫] অসমৰ লোক সমাজত পিতৃ-মাতৃৰ সন্মতিক্ৰমেই সচৰাচৰ বিবাহ সম্পন্ন হৈছিল যদিও ইয়াৰ ব্যতিক্ৰমো নোহোৱাকৈ থকা নাছিল। বিবাহৰ ক্ষেত্ৰত জাতকুলৰ বিচাৰে প্ৰাধান্য লাভ কৰিছিল। গাঁৱৰ সমাজত ছোৱালীৰ বাবে গা ধন দিব লগা প্ৰথাৰ প্ৰচলন আছিল। অসমৰ লোকজীৱনত যৌতুক প্ৰথাৰ প্ৰচলন নাছিল। পিছে উনবিংশ শতিকাৰ শেষ আৰু কুৰি শতিকাৰ প্ৰথম ভাগত বংগদেশৰ বাঙালীসকলৰ আৰ্হিত অসমতো শিক্ষিত সমাজত যৌতুক প্ৰথাৰ প্ৰচলন হোৱাৰ উমান পোৱা যায়। সেই সময়ৰ লেখকসকলে অৱশ্যে এনে প্ৰথাৰ তীব্ৰ বিৰোধিতা কৰিছিল।[১৬] বিত্তবানসকলে একাধিক কন্যাৰ পাণিগ্ৰহণ কৰাত বাধা নাছিল। বিবাহযোগ্যা কন্যাৰ ক্ষেত্ৰত বোৱা-কটা গুণ অপৰিহাৰ্য বুলি বিবেচিত হৈছিল। কুৰি শতিকাৰ

চতুৰ্থ দশকতো আধুনিকতাৰ পথত সমাজ যথেষ্ট আগবঢ়া সত্ত্বেও নাৰীৰ পক্ষে এই গুণ আদৰণীয় হৈয়েই আছিল।

ইংৰাজসকল অহাৰ পূৰ্বে অসমীয়া সমাজত পুৰুষৰ সাজ আছিল ধুতি, চাদৰ, বুকুচোলা, এড়ি চাদৰ আৰু খনীয়া চাদৰ। সম্ভ্ৰান্ত শ্ৰেণীৰ লোকে মূৰত পাগ মাৰিছিল। মহিলাৰ সাজ-পোছাক আছিল প্ৰধানতঃ মেখেলা, চাদৰ আৰু ৰিহা। আধুনিক শিক্ষাৰ প্ৰসাৰৰ লগে লগে পৰম্পৰাগত এই সাজ-পোছাকৰ যথেষ্ট সলনি হ'ল। শিক্ষিত পুৰুষসকলে ইংৰাজৰ আৰ্হিত সাজ-পোছাক কৰিবলৈ ধৰিলে আৰু মহিলাসকলে বংগদেশৰ নাৰী সমাজৰ আৰ্হিত শাৰীৰ ব্যৱহাৰ কৰিবলৈ ধৰিলে। অৱশ্যে গাঁৱৰ সমাজত পুৰুষ-নাৰী উভয়েই পৰম্পৰাগত সাজ-পোছাক পৰিধান কৰাৰ ৰীতি কুৰি শতিকাৰ চতুৰ্থ দশকমানলৈকে চলি আছিল। আহোম শাসন-ব্যৱস্থাত সৰ্বসাধাৰণ লোকে পাটৰ কাপোৰ বা মূল্যবান অলংকাৰ আদি পৰিধান কৰাত আৰু ঘৰ-দুৱাৰ নিৰ্মাণৰ ক্ষেত্ৰতো নানা বিধি-নিষেধ আছিল। কিন্তু ইংৰাজ শাসন-ব্যৱস্থা প্ৰৱৰ্তিত হোৱাৰ পাছত এনেবোৰ বিধি-নিষেধ আঁতৰি গ'ল, জনসাধাৰণে নিজৰ ইচ্ছা অনুসৰি সাজ-পোছাক পৰিধান কৰাৰ বা ঘৰ-দুৱাৰ নিৰ্মাণৰ স্বাধীনতা লাভ কৰিলে। পাশ্চাত্য ৰীতি-নীতি, খাদ্য আদিৰ প্ৰয়োগ আৰু ব্যৱহাৰ প্ৰথম অৱস্থাত ইংৰাজী শিক্ষাৰে শিক্ষিত সম্ভ্ৰান্ত অসমীয়া লোকৰ ঘৰতহে দেখা গৈছিল যদিও পৰৱৰ্তী কালত সৰ্বসাধাৰণ লোকৰ মাজতো ই প্ৰচলিত হ'বলৈ ধৰে। কুৰি শতিকাৰ চতুৰ্থ দশকমানত ইংৰাজী শিক্ষাৰে শিক্ষিত সৰহসংখ্যক অসমীয়া মানুহেই পাশ্চাত্য ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, খোৱা-বোৱা, সাজ-পোছাক আদিত অভ্যস্ত হৈ পৰা দেখা যায়।

একোটা লোকজীৱনৰ সাংস্কৃতিক দিশটো কিছু পৰিমাণে প্ৰতিফলিত হয় সেই সমাজখনে অনুষ্ঠিত কৰা বিভিন্ন উৎসৱ-অনুষ্ঠানৰ মাজেদি। অসমৰ লোকজীৱনৰ সাংস্কৃতিক উৎসৱৰ ভিতৰত প্ৰধান অনুষ্ঠান আছিল বিহু। জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে এই উৎসৱ সকলোৱেই পালন কৰি আহিছে। আহোম ৰাজত্ব কালত ব'হাগ বিহু বা ৰঙালী বিহু জাতীয় উৎসৱতে পৰিণত হৈছিল। পিছে, ইংৰাজসকলৰ আগমনৰ পাছত শিক্ষিত মধ্যবিত্ত শ্ৰেণীটোৱে বিহু নৃত্য-গীতক অশ্লীল আৰু যৌনগন্ধী বুলি পৰিত্যাগ কৰিবলৈ যত্ন কৰিছিল।'' অৱশ্যে ঊনবিংশ শতিকাৰে শেষৰ ফালে বিহু নৃত্য-গীত সম্পৰ্কত শিক্ষিত শ্ৰেণীটোৰ দৃষ্টিভংগীৰ পৰিবৰ্তন ঘটিল। জাতীয় সংস্কৃতি হিচাপে বিহুৱে জাতীয় চেতনাসম্পন্ন শিক্ষিত শ্ৰেণীটোৰ মন অধিকাৰ কৰি বহিল আৰু এনে জাতীয় চেতনাসম্পন্ন লেখকসকলৰ যত্নতে বিহুৱে প্ৰকৃত মৰ্যাদা ঘূৰাই পালে আৰু বিহু পুনৰ জাতীয় উৎসৱত পৰিণত হ'ল।'' বিহুৰ উপৰিও অসমৰ লোক সমাজত আন কেইবাটিও ধৰ্মীয় সামাজিক উৎসৱ-অনুষ্ঠানৰ প্ৰচলন আছিল। অসমৰ সৰহ সংখ্যক লোক বৈষ্ণৱ ধৰ্মাৱলম্বী হোৱা হেতুকে বৈষ্ণৱ পৰ্ব-অনুষ্ঠানসমূহ সকলো ঠাইতে আড়ম্বৰে পালিত হৈছিল। প্ৰতিখন গাঁৱত থকা নামঘৰসমূহত বৈষ্ণৱ ধৰ্মীয় অনুষ্ঠানসমূহ অনুষ্ঠিত হোৱাৰ উপৰিও গীত-নৃত্য-ভাওনাৰো চৰ্চা হৈছিল। বিহুৰ পাছতে সামাজিক অনুষ্ঠান হিচাপে কিছু জনপ্ৰিয় আছিল দুৰ্গাপূজা। নামনি অসমত মনসা পূজা আৰু তাৰ লগত জড়িত ওজাপালি অনুষ্ঠানো যথেষ্ট জনপ্ৰিয় আছিল। সামাজিক

এইবোৰ অনুষ্ঠানৰ উপৰিও প্ৰতিজন অসমীয়া মানুহে কিছুমান ঘৰুৱা ধৰ্মীয় অনুষ্ঠানো পালন কৰিছিল।

লোকবিশ্বাস আৰু লোকসংস্কাৰ লোকজীৱনৰ এক এৰাব নোৱৰা বিষয়। অসমৰ লোকজীৱনতো বিভিন্ন বিশ্বাস আৰু সংস্কাৰৰ প্ৰচলন আছে। অসমৰ লোক সমাজখন মূলতঃ কৃষিজীৱী, সেয়ে কৃষিৰ লগত জড়িত বিভিন্ন বিশ্বাস আৰু আচাৰ-অনুষ্ঠান অসমত পালিত হয়। এনেবোৰ লোকসংস্কাৰৰ উপৰিও অসমীয়া সমাজত আন কিছুমান সংস্কাৰৰো প্ৰচলন আছে। সাধাৰণতে জন্ম-বিবাহ-মৃত্যু – এই তিনিটা বিষয়ৰ লগত জড়িত ভালেমান সংস্কাৰ অসমীয়া সমাজত চলি আহিছে। ইয়াৰ উপৰিও যাত্ৰাৰ শুভাশুভ নিৰ্ণয়, সংখ্যাৰ পৰিহাৰ, জীৱ-জন্তুৰ অংগ-ভংগী, শৰীৰৰ অংগ বিক্ষেপ, ৰঙৰ ব্যৱহাৰ আদিলৈও অসমীয়া সমাজত বিভিন্ন বিশ্বাস আৰু সংস্কাৰৰ প্ৰচলন আছে। শিক্ষিত-অশিক্ষিত নিৰ্বিশেষে এনেবোৰ বিশ্বাস আৰু সংস্কাৰ বৰ্তমান কালতো অসমীয়া সমাজত প্ৰচলিত হৈ থকা দেখা যায়।

এনে ধৰণৰ বিশ্বাস আৰু সংস্কাৰৰ উপৰিও অসমৰ লোক সমাজত ভালেমান অন্ধবিশ্বাস আৰু কু-সংস্কাৰৰো প্ৰচলন হৈ আহিছে। অসমীয়া সমাজত এইবোৰৰ প্ৰভাৱ কিমান গভীৰ আৰু ব্যাপক আছিল ঊনবিংশ শতিকাত ৰচিত সাহিত্যই তাৰ সাক্ষ্য বহন কৰে। এই প্ৰসংগতে 'অৰুনোদই' কাকতত প্ৰকাশিত বাতৰিসমূহো স্মৰণ কৰিব পাৰি।[১১] সৰ্বসাধাৰণ অসমীয়া মানুহে অসুখ-অশান্তি, বেমাৰ-আজাৰ হ'লে সচৰাচৰ সকাম-নিকাম পাতি তাৰ পৰা পৰিত্ৰাণ পাবৰ যত্ন কৰিছিল। অসমীয়া জন-বিশ্বাসত থকা ভূত-প্ৰেত-বীৰা-বুঢ়া ডাঙৰীয়া আদি অপদেৱতাৰ পূজা, বেজৰ জৰা-ফুকা, তাবিজ-মাদলী আদি ব্যৱহাৰ কৰি অসমীয়া জনসাধাৰণে ৰোগৰ আৰোগ্য কামনা কৰিছিল। ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধৰ পৰা ইংৰাজী শিক্ষাৰে শিক্ষিত অসমৰ নব্যশিক্ষিত শ্ৰেণীটো অন্ধবিশ্বাস, কু-সংস্কাৰ আদিৰ ক্ষেত্ৰত কিছু সচেতন হৈছিল যদিও ৰাজ্যখনৰ জনসাধাৰণৰ বৃহৎ অংশ শিক্ষাৰ পোহৰৰ পৰা বঞ্চিত হোৱা হেতুকে কুৰি শতিকাৰ আদি ভাগতো অসমত অন্ধবিশ্বাস আৰু কু-সংস্কাৰৰ খোপনি লৰা নাছিল। কু-সংস্কাৰ নিবাৰণৰ অৰ্থে মিছনেৰীসকলৰ যত্ন আৰু প্ৰচেষ্টাও আছিল শলাগিবলগীয়া। মিছনেৰীসকলৰ প্ৰচেষ্টা, বংগৰ নৱজাগৰণৰ প্ৰভাৱ আৰু ইংৰাজী শিক্ষাই দান কৰা যুক্তিবাদী দৃষ্টিভংগীৰ ফলত অসমত আধুনিকতাৰ অগ্ৰণী লেখকসকলৰ লেখাত কু-সংস্কাৰ আৰু অন্ধবিশ্বাস বিৰোধী মনোভাৱ এটা প্ৰকাশ পাবলৈ আৰম্ভ কৰিলে। এই ক্ষেত্ৰত আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাৰ নাম স্মৰণ কৰিব পাৰি। কুৰি শতিকাৰ প্ৰথম ভাগত লক্ষ্মীনাথ বেজবৰুৱা আৰু কমলাকান্ত ভট্টাচাৰ্য আদি লেখকসকলৰ ৰচনাতো কু-সংস্কাৰ আৰু অন্ধবিশ্বাস বিৰোধী মনোভাৱ এটাৰ প্ৰকাশ ঘটিছে। তথাপি সামগ্ৰিকভাৱে কুৰি শতিকাৰ চতুৰ্থ দশকতো অসমীয়া সমাজত অন্ধবিশ্বাস আৰু কু-সংস্কাৰ অন্তৰ্হিত হৈছিল বুলি ক'ব পৰা নাযায়।

ওপৰৰ এই আলোচনাৰ পৰা এটা কথা প্ৰতীয়মান হয় যে ১৮৭০ খ্ৰীষ্টাব্দৰ পৰা ১৯৪০ খ্ৰীষ্টাব্দৰ ভিতৰত অসমৰ লোকসমাজৰ ধৰ্মীয় আচৰণ, ৰাজনৈতিক আৰু সাংস্কৃতিক চেতনা, আৰ্থ-সামাজিক ব্যৱস্থা, কৃষি-শিল্প-বাণিজ্য আদি সকলো ক্ষেত্ৰতে ব্যাপক পৰিৱৰ্তনৰ

সূচনা হৈছিল আৰু এনে পৰিবৰ্তনসমূহেই অসমীয়া সমাজখনক পৰৱৰ্তী যুগৰ পৰিবৰ্তনৰ ধাৰালৈ ঠেলি দিছিল।

## প্ৰসংগ-নিৰ্দেশ


১ গুৰুদাস ভট্টাচাৰ্য, *সাহিত্যৰ কথা*, পৃষ্ঠা-৫৮

২. 'সহিত্যস্য ভাব সাহিত্যম্', *শব্দ কল্পদ্ৰুম*, পঞ্চম কাণ্ড, পৃষ্ঠা-৩৪৪

৩. ৰবীন্দ্ৰনাথ ঠাকুৰ, 'বাঙালী জাতীয় সাহিত্য' *নিবন্ধমালা*, ২য় খণ্ড, পৃষ্ঠা-২২৫

৪. ৰবীন্দ্ৰনাথ ঠাকুৰ, 'সাহিত্যৰ তাৎপৰ্য', *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-১৮৩

৫. Rene Welleck and Austin Warren, *Theory of Literature*, P-102.

৬. ত্ৰৈলোক্যনাথ গোস্বামী, *সাহিত্য আলোচনা*, পৃষ্ঠা-৫১

৭. হেম বৰুৱা, 'সাহিত্য আৰু যুগধৰ্ম', *আধুনিক সাহিত্য*, পৃষ্ঠা-১

৮. গুৰুদাস ভট্টাচাৰ্য, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৬৯

৯. Christopher Caudwell, *Illusion and Reality*, P-I.

১০. Christopher Caudwell, *Op. cit.*, Pp-5-6.

১১. ৰবীন্দ্ৰনাথ ঠাকুৰ, 'সাহিত্যৰ সামগ্ৰী', *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-১৮৮

১২. হেম বৰুৱা, 'উদ্দেশ্যধৰ্মী সাহিত্য', *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৬৬

১৩. 'কাব্যং যশসেহৰ্থ কৃতে ব্যৱহাৰবিদে শিৱেতৰক্ষয়ে।
সদ্যঃ পৰিনিবৃত্তয়ে কান্তাসম্মিততয়োপদেশযুজে।।'
– মম্মট ভট্ট, *কাব্যপ্ৰকাশ*, ১ম উল্লাস শ্লোক নং ২, পৃষ্ঠা-২

১৪. ধনঞ্জয়, *দশৰূপক*, শ্লোক নং ৬, পৃষ্ঠা-৩

১৫. T.S Eliot, 'Poetry and Philosophy', *Selected Prose*, P-51.

১৬. শ্ৰীশচন্দ্ৰ দাশ, *সাহিত্য সন্দৰ্শন*, পৃষ্ঠা-৩৭

১৭. টি. এছ. এলিয়ট, 'কবিতাৰ সামাজিক ভূমিকা', টাবু টাইডৰ অনুবাদ, *সংলাপ*, ১ম বছৰ, ২য় সংখ্যা, পৃষ্ঠা-২০৯

১৮. Christopher Caudwell, *Op. cit.*, P-35.

১৯. নগেন শইকীয়া, 'কবিতা আৰু চন্দ্ৰকুমাৰৰ কবিতা', *চন্দ্ৰকুমাৰৰ কবিতা সমগ্ৰ*, পৃষ্ঠা-৮

২০. *Webstar's New World Dictionary*, ed. David B, Guralnik, P-176.

২১. Edward Tylor, *Primitive Culture*, Vol-I, P-1

২২. David Daiches, *Critical Approaches to Literature*, P-35.

২৩. 'In poetry there is no such things as complete originality owing nothing to the past.'
-- T. S. Eliot, *Op cit.*, P-23.

২৪. দ্ৰষ্টব্য ঃ ভোলানাথ দাসৰ 'ইটো সিটো' আৰু 'অভাগাৰ লেখনী' কবিতা। *ভোলানাথ দাস ৰচনাৱলী*, পৃষ্ঠা-১৭৩

২৫. দ্ৰষ্টব্য ঃ E. Gait, *History of Assam*, Pp-227-282.
S.K. Bhuyan, *Anglo-Assamese Relations*, Pp-461–463.

২৬. H.K. Barpuzari, (ed.) *Political History of Assam*, Vol-I, P-59.

২৭. দ্ৰষ্টব্য ঃ A.C. Bannerjee, *The Eastern Frontier of British India*, Appdx-B, Pp. 535-542

২৮. বেণুধৰ শৰ্মা, *দুৰবীণ*, পৃষ্ঠা-৯৮

২৯. মণিৰাম বৰভাণ্ডাৰ বৰুৱাই এই অৱস্থাটোক 'বাঘৰ পেটলৈ যোৱা' বুলি ব্যংগ কৰিছে। দ্ৰষ্টব্য ঃ *Report on the Province of Assam*, Appdx. K-B, P-603.

৩০. *Mills Report*, K.P. Pp-IXVII.

৩১. B.K Baruah, *History of Assamese Literature*, P-105

৩২. ডিম্বেশ্বৰ নেওগ, *নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী*, পৃষ্ঠা-২৭৭

৩৩. Nathan Brown, *Gramatical Notes on the Assamese Language*, Introduction, Pp- X, XI.

৩৪. দ্ৰষ্টব্য ঃ মিছনেৰীসকলে মিলছ চাহাবক প্ৰদান কৰা স্মাৰক-পত্ৰ।
*Mills Report*, Pp-89-91.

৩৫. নগেন শইকীয়া, 'ঊনবিংশ শতিকাৰ নৱজাগৰণ' *সাহিত্য-সংস্কৃতি সৌৰভ*, পৃষ্ঠা-২২১

৩৬. S.K. De, *Bengali Literature in the Nineteenth Century*, P-548.

৩৭. হিৰন্ময় বন্দোপাধ্যায়, *ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ*, পৃষ্ঠা-৪

৩৮. সুকুমাৰ সেন, *বাংলা সাহিত্যেৰ ইতিহাস*, ২য় ভাগ, পৃষ্ঠা-৮-১৭

৩৯. হেড়ম্বকান্ত বৰপূজাৰী, *অসমৰ নৱজাগৰণ আৰু অনা অসমীয়াৰ ভূমিকা*, পৃষ্ঠা-৪২

৪০. হিৰন্ময় বন্দোপাধ্যায়, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-২

৪১. সৰ্বেশ্বৰ শৰ্মা কটকী, *হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত*, পৃষ্ঠা-৯০-৯১

৪২. 'অনেক বিয়া কৰা অজুগুত' *অৰুণোদই*, এপ্ৰিল ১৮৫৭

৪৩ *জোনাকী*, ১ম বছৰ ১ম সংখ্যা, পৃষ্ঠা-২-৩

৪৪. 'জোনাকীৰ আত্মকথা' *জোনাকী*, ১ম বছৰ, ১ম সংখ্যা, পৃষ্ঠা-২-৩

৪৫. H.K. Barpuzari, *Assam in the Days of Company*, P-81.

৪৬. E. Gait, *Op. cit.* Pp-208--221.

৪৭. W. Robinson, *A Descriptive Account of Assam*, P-186.

৪৮. A.R. Dhekial Phukan, 'Observations on the Administration of the Province of Assam.' in ***Mills Report***, Appdx. J,P-93.

৪৯. *Mills Report*, P-3.

৫০. K. N. Dutta, *Landmarks of the Freedom Struggle in Assam*, Pp-26-27

৫১. মেকোছ চাহাবৰ মতে কেৱল কামৰূপতে ২০ হাজাৰ দাস-দাসী মুক্ত হৈছিল। -- *Topography of Assam*, P-55.

৫২. S.N. Sharmah, *A Few Aspects of Assamese Literature and Culture*, P-224

৫৩. লক্ষ্মীনাথ বেজবৰুৱাৰ পিতৃ দীননাথ বেজবৰুৱাই নিজে ইংৰাজী স্কুল খুলিছিল, ল'ৰাক ইংৰাজী স্কুলত পঢ়ুৱাইছিল। কিন্তু তেওঁ ল'ৰাই বিলাতলৈ যোৱা বা ডাক্তৰী পঢ়িলে জাত যাব বুলি ভয় কৰিছিল।

দ্ৰষ্টব্য ঃ লক্ষ্মীনাথ বেজবৰুৱা, *মোৰ জীৱন সোঁৱৰণ*, পৃষ্ঠা-৯৬

৫৪. লক্ষ্মীনাথ বেজবৰুৱাৰ জাতিৰামৰ জাত, নিস্তাৰিণী দেৱী বা ফাতেমা বিবী, কাশীবাসী, ধৰ্মধ্বজ ফয়চলা নবিছ আদি গল্পলৈ এই প্ৰসংগত আঙুলিয়াব পাৰি।

৫৫. এই প্ৰসংগত হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে বং চং ভিতৰে কোৱাভাতুৰী' গ্ৰন্থৰ গোবৰ্দ্ধন আতা, বেজবৰুৱাৰ 'নোমল' নাটকৰ আঠিয়াবাৰী সত্ৰৰ বিহংগবিলাস দেৱ আৰু 'বৰবৰুৱাৰ বুলনি'ৰ অন্তৰ্গত খহটা ডিমৰু সত্ৰাধিকাৰ আদি চৰিত্ৰৰ উল্লেখ কৰিব পাৰি।

৫৬. ১৯২১ খ্ৰীষ্টাব্দত অসমৰ মুঠ জন-গাঁথনিৰ ৯ শতাংশ লোকহে আছিল মুছলমান সম্প্ৰদায়ৰ, ১৯৪১ চনত ই ২৩ শতাংশলৈ বৃদ্ধি পায়।

দ্ৰষ্টব্য ঃ *Census of India*, Report, 1951.

৫৭. মহেশ্বৰ নেওগ, 'পাতনি', *অৰুণোদই*, পৃষ্ঠা-৮২

৫৮. বাণীকান্ত শৰ্মা, *অসমীয়া ভাষা সাহিত্যলৈ মিছনেৰীসকলৰ অৱদান*, পৃষ্ঠা-১৭

৫৯. গুণাভিৰাম বৰুৱা, কমলাকান্ত ভট্টাচাৰ্য, লক্ষ্মীনাথ বেজবৰুৱা আদিয়ে ব্ৰাহ্ম ধৰ্মত দীক্ষা লৈছিল।

দ্ৰষ্টব্য ঃ Nilmoni Phukan, 'The social scence that was changing during Lakshminath Bezboroa's Times', *Lakshminath Bezboroa: The Sahityarathi of Assam*, P-37.

৬০. *Mills Report*, P-26.

৬১. H.K. Borpuzari, 'A Short History of the Higher Education in Assam', *Cotton College Golden Jubilee Volume*, 1952, P-4.

৬২. ১৮৭৩ চনৰ এটা পৰিসংখ্যামতে অসমত প্ৰাইমেৰী স্কুল ৫১৩ খন, মিডল ভাৰ্ণিকুলাৰ স্কুল ৭১ খন, মিডল ইংলিছ স্কুল ১১ খন আৰু হায়াৰ ইংলিছ স্কুল ৬ খন আছিল। H.K. Borpuzari, *Ibid*, P-6.

৬৩. দ্ৰষ্টব্য ঃ *হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত*, পৃষ্ঠা-২৪

৬৪. দ্ৰষ্টব্য ঃ William Robinson, *Op. cit.* P-272.
Mecosh, *op. cit.*, Pp-16,22,29.

৬৫. গুণাভিৰাম বৰুৱাই কৈছে, গৌৰীনাথ সিংহৰ ৰাজত্ব কালত মোৱামৰীয়া বিদ্ৰোহ দমন কৰিবলৈ অহা কেপ্তেইন বেলচ্ চাহাবেই অসমত কানিৰ প্ৰচলন কৰে। – *অসম বুৰঞ্জী*, পৃষ্ঠা- ১২০-১২১

৬৬. *Mills Report*, P-19.

৬৭. Amalendu Guha, *Planter Raj To Swaraj*, P-6.

৬৮. এই প্ৰসংগত বিশেষভাবে উল্লেখ কৰিব পাৰি হেমচন্দ্ৰ বৰুৱাৰ উদ্দেশ্যধৰ্মী প্ৰহসন 'কানীয়াৰ কীৰ্তন'ৰ (১৮৬৯)। পৰৱৰ্তী কালৰ এম. আৰ. দাসৰ 'হৰিদেউ কানীয়াৰ কথা' (১৮৯৮), নীলকণ্ঠ বৰুৱাৰ 'মেম' (১৯২২) আদি প্ৰমুখ্যে কানিৰ অপকাৰিতাই সৃষ্টি কৰা সমস্যাৰ কথা বৰ্ণিত হৈছে।

৬৯. 'অৰুনোদই' কাকতৰ ১ম বছৰ ১ম সংখ্যাত প্ৰকাশিত তলৰ কবিতাটি এই প্ৰসংগত স্মৰণ কৰিব পাৰি –

'অতি মন্দ বস্তু কানি/জি খাই ৰব অগিয়ানি
সঞ্চিত বস্তু হয় তাৰ হানি/মুখে কই কটু বাণি।
সকল লোকে থাকে জানি/কানি খাই মন্দ প্ৰাণি,
সি ন হই সংসাৰত গিয়ানি/কথাই তাৰ অপ্ৰমাণি।'

পৰৱৰ্তী এটা সংখ্যাত কানিক 'মানুহকেও এক সত্ৰু' বুলি আখ্যা দি অৰুণোদয়ে কানিৰ অপকাৰিতাৰ বিষয়ে জনসাধাৰণক সঁকিয়াই দিছিল।

দ্ৰষ্টব্য ঃ '*অৰুনোদই*', ১ম বছৰ ৫ম সংখ্যা।

৭০. এই প্ৰসংগত বেজবৰুৱাৰ টেকেলা বৃত্তান্ত, বৰবৰুৱাৰ বেতাল ষষ্ঠবিংশতি আদি ৰম্য ৰচনা আৰু মিলাৰামৰ আত্মজীৱনী, চেনীচম্পা, কেকোকৰা, আৰ্জী, আমাৰ কানীয়া সভাৰ এক অধিবেশন আদি গল্পলৈ আঙুলিয়াব পাৰি।

৭১. 'এটা সমীক্ষা মতে ১৯২৫-২৬ চনত অসম উপত্যকাত থকা পঞ্জীভুক্ত কানীয়াৰ সংখ্যা আছিল ৯০ হাজাৰ।'

দ্ৰষ্টব্য ঃ Amalemdu Guha, *Op. cit.* P-195.

৭২. Hunter, *A Statistical Account of Assam*, Vol-I, Pp-54, 141, 262, 385.

৭৩. ১৯১১-২১ দশকটোত যেতিয়া সৰ্বভাৰতীয় বৃদ্ধিৰ হাৰ -০.৩ শতাংশলৈ নামিছে তেনে সময়ত অসমত ই বাঢ়িছিল ২০.৪৭ শতাংশ হাৰত। এনে প্ৰব্ৰজনৰ ফলত ১৯১১ চনত অসমত জনসংখ্যা বাঢ়িছিল ১.২০ লাখ কিন্তু এই সংখ্যা ১৯৩১ চনত ৪.৮৭ লাখলৈ বৃদ্ধি পালে।

– *Census of India*, Vol-VI Part-I, Report-1950.

৭৪. E. Gait, *Op. cit.*, P-146.

৭৫. দ্ৰষ্টব্য ঃ লক্ষ্মীনাথ বেজবৰুৱা, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৫০

৭৬. লক্ষ্মীনাথ বেজবৰুৱা, 'বগলুৱা পাপৰ আমদানী' *বাঁহী*, চতুৰ্থ বছৰ, ১৮৩৫ শক

৭৭. দ্ৰষ্টব্য ঃ গুণাভিৰাম বৰুৱা, *আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত*, পৃষ্ঠা,১৬৮, গুণাভিৰাম বৰুৱা, *আসাম বুৰঞ্জী*, পৃষ্ঠা-২০, *অৰুনোদই*, এপ্ৰিল ১৮৪৮, পৃষ্ঠা ২২৮

৭৮. এই সন্দৰ্ভত 'বাঁহী' কাকতত প্ৰকাশিত বেজবৰুৱাৰ 'বৰবৰুৱাৰ গাত চ'তৰ বিহু', 'বৰবৰুৱাৰ বিহুনাম', 'বিহু', 'বৰবৰুৱাৰ বিহুৰ আশীৰ্বাদ' আদি ৰম্যৰচনা স্মৰণ কৰিব পাৰি।

দ্ৰষ্টব্য ঃ *বেজবৰুৱা গ্ৰন্থাৱলী*, ২য় খণ্ড, পৃষ্ঠা-১৩৪৪, ১৪৫৫, ১৫৬৯

৭৯. দ্ৰষ্টব্য ঃ 'মাউৰ কালত যুবা দাসবিয়াৰ বিবৰণ', *অৰুণোদই*, মে', ১৮৪৭, পৃষ্ঠা-৩৬, 'নগাৰিত মাউৰ লগাৰ কথা', *অৰুণোদই*, জুলাই ১৮৫১, পৃষ্ঠা-১০৬।

# দ্বিতীয় অধ্যায়

## ২.০১ লোকমন, লোকবিশ্বাস আৰু লোকসংস্কাৰ

একোটা জাতিৰ লোকসংস্কৃতিৰ প্ৰবহমান ধাৰাটোৰ মাজত জাতিটোৰ জনমানসৰ পৰিচয় প্ৰস্ফুটিত হয়। জাতিটোৰ অতীত ইতিহাসৰ জোৱাৰ-ভাটা আৰু ভঙা-গঢ়াৰ নিদৰ্শনসমূহ সংৰক্ষিত হৈ থাকে লোকসংস্কৃতিতে। সেয়ে সমাজ-বিকাশৰ বিভিন্ন স্তৰৰ মানুহৰ জীৱন-সংগ্ৰাম, আনন্দ-বেদনা, হাঁহি-কান্দোন, আশা-আকাংক্ষা, ধৰ্মীয় বিশ্বাস-সংস্কাৰ আদিৰ সামগ্ৰিক ৰূপটো জাতিটোৰ লোকসংস্কৃতিত প্ৰতিফলিত হয়।[১] জাতিটোৰ লোকসাংস্কৃতিক উপাদানবোৰ সমাজৰ সমবেত সৃষ্টিৰূপে বিবেচিত হয়। সেয়ে লোকসংস্কৃতি প্ৰকৃততে সমষ্টি মননৰ সৃষ্টি। লোকসংস্কৃতিৰ উপাদানবোৰ যেনে বাক্, অংগ-ভংগী, আচাৰ-ব্যৱহাৰ, ক্ৰীড়া আৰু বস্তুৰ মাধ্যমত লোকমানসৰ প্ৰতিচ্ছবি প্ৰতিফলিত হয়।[২] এই উপাদানবোৰৰ মাজত লোকসংস্কৃতিৰ ঐতিহ্যৰ ভূমিকাটোৱেই প্ৰধান আৰু গুৰুত্বপূৰ্ণ। সেয়ে লোকসংস্কৃতি মানেই ঐতিহ্যগত সৃষ্টি।[৩]

লোকসংস্কৃতিৰ বিভিন্ন উপাদানবোৰৰ ভিতৰত লোকসাহিত্য তথা মৌখিক সাহিত্যসমূহ হ'ল একোটা জাতিৰ আদিম অৱস্থাৰ পৰা সভ্য স্তৰলৈকে আঁত নিছিগাকৈ চলি অহা জনশ্ৰুতি। ই গদ্য আৰু গীত দুয়ো ৰূপতেই যুগ যুগ ধৰি সমাজৰ মুখে মুখে সৃষ্ট আৰু সংৰক্ষিত হয়। এই লোকসাহিত্যত লোকমনৰ পৰিচয় ব্যাপক। লোক (ইংৰাজী 'ফ'ক' (Folk) শব্দটোৱে আনুষ্ঠানিক শিক্ষাৰে পৰিশীলিত নোহোৱা জনসমষ্টিক বুজায়।[৪] কিন্তু এই অৰ্থৰ বৰ্তমানে সম্প্ৰসাৰণ ঘটিছে আৰু সেয়ে 'লোক' শব্দটো এতিয়া সামূহিক জীৱনৰ পৰিচয়জ্ঞাপক হৈ পৰিছে।[৫] গতিকে লোকজীৱনৰ ভেটি হ'ল সামূহিকতা। জন্মৰ পৰা মৃত্যুলৈকে জীৱনৰ সকলো স্তৰতে, লোকজীৱনৰ ঐক্যবদ্ধ সামূহিক জীৱনে সৃষ্টি কৰা বিশ্বাস, সংস্কাৰ, নীতি-নিয়মে মানুহক নিয়ন্ত্ৰণ কৰে। কোনো এক লোকজীৱনৰ পাছফালে সেই জীৱনৰ অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক পটভূমি, ঐতিহ্যৰ পৰা লাভ কৰা আৰু পৰম্পৰাগতভাৱে চলি অহা বিশ্বাস আৰু সংস্কাৰ, পাপ-পুণ্য, ভাল-বেয়াৰ মূল্যবোধগত বিচাৰ, নৈতিক শিকনি আনকি আদিম জনগোষ্ঠীয় জীৱনৰ পৰা পৰিবৰ্তনৰ মাজেদি সৰকি আহি থকা ভাবনা আৰু ধাৰণা – এই আটাইবোৰেই জড়িত হৈ থাকে।[৬] এইবিলাকে একোটা লোকজীৱনৰ দৃষ্টিভংগী, সৌন্দৰ্যবোধ আৰু ৰসবোধ গঢ় লৈ উঠাতো ঘাই ভূমিকা পালন কৰে। আনকথাত এই উপাদানবোৰেই গঢ়ি তোলে এটা লোকমন আৰু লোক মানসিকতা। এই লোকমনটোৱেই প্ৰতিটো ব্যক্তিমনৰ মাজেদি প্ৰকাশ লাভ কৰে। সেয়ে লোকজীৱনে

সৃষ্টি কৰা গীত-কবিতা, লোককথা, চিত্ৰ, নৃত্য, ভাস্কৰ্য আদি সকলো শিল্পকলাৰ মাজত লোকমনৰ সক্ৰিয় ভূমিকা প্ৰণিধানযোগ্য।[৭] শব্দচয়ন, সুৰ-সংযোজন, অলংকাৰ প্ৰয়োগ, প্ৰতীক নিৰ্বাচন, ৰূপবস্তু নিৰ্মাণ আদি এই সকলোবোৰৰ মাজেদি লোকমনৰ প্ৰকাশ ঘটে।

লোকসাহিত্যৰ অন্তৰ্গত ৰূপবোৰ হ'ল লোকগীত, সাথৰ, ফকৰা-যোজনা, প্ৰবাদ-প্ৰবচন, লোক কাহিনী (সাধু), মালিতা, লোকনাট্য আৰু মন্ত্ৰসমূহ। এনেবোৰ উপাদানত প্ৰকাশিত লোকমানসৰ পৰা আমি জাতি একোটাৰ সামূহিক বৈশিষ্ট্য বিচাৰি উলিয়াব পাৰোঁ। এনেবোৰ উপাদানৰ মাজতে পাব পাৰি সৃষ্টিৰ আদিম কালৰ পৰা আৰম্ভ কৰি সমাজ-বিকাশৰ বিভিন্ন স্তৰত সমসাময়িক মানুহৰ চেতনা আৰু জীৱন আৰু জগত সম্পৰ্কে তেওঁলোকৰ দৃষ্টিভংগীৰ পৰিচয়। এনেবোৰ উপাদানৰ মাজতে প্ৰতিফলিত হয় মানুহৰ বহুযুগৰ সঞ্চিত অভিজ্ঞতা আৰু আশা-আকাংক্ষা।

লোকবিশ্বাস আৰু লোকসংস্কাৰ শব্দ দুটা সমাৰ্থক নহয়। বিশ্বাস আৰু সংস্কাৰৰ মাজত গুণগত আৰু পৰিমাণগত স্পষ্ট পাৰ্থক্য আছে। অভিধানগত অৰ্থতো 'বিশ্বাস' আৰু 'সংস্কাৰ' দুয়োটা শব্দৰে অৰ্থ ভিন্ন যদিও[৮] 'লোকবিশ্বাস' আৰু 'লোকসংস্কাৰ' শব্দ দুটা প্ৰায়ে সমাৰ্থক ৰূপত ব্যৱহৃত হোৱা লক্ষ কৰা যায়। ইংৰাজী 'ফ'ক বিলিফ' (Folk belief) শব্দটো অনূদিত ঋণ শব্দ ৰূপত অসমীয়াত কৰা হৈছে 'লোকবিশ্বাস'। কিন্তু অসমীয়াত কেতিয়াবা কেতিয়াবা ইংৰাজী 'ছুপাৰষ্টিচন্' (Superstition) শব্দটোকো সংস্কাৰ অৰ্থতে প্ৰয়োগ কৰা দেখা যায়। যিটো প্ৰকৃততে শুদ্ধ নহয়। সংস্কাৰৰ ভাল-বেয়া দুয়োটা দিশেই আছে, কিন্তু 'ছুপাৰষ্টিচন্' বুলি ক'লে সংস্কাৰৰ কেৱল বেয়া দিশটোহে বুজায়। 'ছুপাৰষ্টিচন্' সম্পৰ্কত আভিধানিক ব্যাখ্যা এনে ধৰণৰ ঃ 'বিচাৰ শক্তি শূন্য, অযৌক্তিক বা সাধাৰণভাৱে অমূলক বিশ্বাস'।[৯] বিচাৰ শক্তিশূন্যতা বা অযৌক্তিকতা সংস্কাৰৰ অন্যতম বৈশিষ্ট্য। সংস্কাৰৰ মাজত এটা প্ৰাচীনতা থাকে আৰু মানুহে কেতিয়াবা নুবুজাকৈয়ো সংস্কাৰবোৰ মানি চলে। গতিকে ভিত্তিহীন বিশ্বাসেই সংস্কাৰৰ মূল।

লোকবিশ্বাস আৰু লোকসংস্কাৰৰ প্ৰসংগত বিভিন্নজনে বিভিন্ন সংজ্ঞা দাঙি ধৰিছে। কোনোৱে ক'ব খোজে যে এনে সংস্কাৰবোৰ প্ৰতিখন সমাজত অতীত কালৰ পৰাই চলি আহিছে আৰু সিবোৰ বৰ্তমানেও নুবুজাকৈয়ে অনুসৃত হৈ থাকে।[১০] এজন লোকতত্ত্ববিদৰমতে সংস্কাৰবোৰ হ'ল মিছা বা ভিত্তিহীন বিশ্বাস আৰু এনে বিশ্বাসবোৰ সাধাৰণতে অতিপ্ৰাকৃত ক্ষমতা সংক্ৰান্ত।[১১] কোনোৱে আকৌ ক'ব খোজে সংস্কাৰবোৰ হ'ল প্ৰাচীন চিন্তাধাৰাৰ জীৱন্ত ভগ্নাৱশেষ, যিবোৰ এসময়ত গুৰুত্বপূৰ্ণ মহিমাত অধিষ্ঠিত আছিল কিন্তু বৰ্তমানে সিবোৰ পৰিত্যক্ত আৰু বিস্মৃত।[১২]

উল্লিখিত সংজ্ঞাবোৰ পৰস্পৰ বিৰোধী আৰু সেয়ে ইবোৰৰ পৰা কোনো এটা সংজ্ঞাকেই অবিসম্বাদিতভাৱে গ্ৰহণ কৰা সম্ভৱ নহয়। প্ৰকৃততে কোনো জনসমষ্টিয়ে যিবোৰ আচাৰ-ব্যৱহাৰ আৰু কাৰ্যক কৰ্তব্য-অকৰ্তব্য বুলি বিবেচনা কৰে আৰু যিবোৰৰ লগত শুভাশুভ বোধ জড়িত হৈ থাকে সেইবোৰেই হ'ল লোকবিশ্বাস। কিন্তু লোকসংস্কাৰ হ'ল 'সেইবোৰ আচাৰ-অনুষ্ঠান বা ক্ৰিয়া-কলাপ যিবোৰ পালনীয় বা বৰ্জনীয় বুলি সংহত জনসমষ্টিয়ে

কেৱল বিশ্বাসেই নকৰে, ব্যৱহাৰিক জীৱনত সেইবোৰ মানিও চলে'।[১৩] লোকসংস্কাৰৰ লগত ঐতিহ্যৰ সম্পৰ্ক যথেষ্ট গভীৰ। লোকবিশ্বাস অতি সাম্প্ৰতিক কালৰো হ'ব পাৰে, কিন্তু লোকসংস্কাৰ হঠাৎ গঢ় লৈ নুঠে, ই পুৰুষানুক্ৰমে অনুসৃত হয়।

লোকবিশ্বাস আৰু লোকসংস্কাৰ উভয়তে এক ঐহিক শুভাশুভ বোধে ক্ৰিয়া কৰে। পিছে যি ক্ষেত্ৰত লোকবিশ্বাস একান্তভাৱে এক মানসিক ক্ৰিয়া মাথোন, সেই ক্ষেত্ৰত লোকসংস্কাৰৰ লগত কিছুমান আচাৰ-অনুষ্ঠানো পোনপটীয়াভাৱে জড়িত হৈ থাকে। লোকসংস্কাৰ উৎপত্তিৰ অন্তৰালত ধৰ্মবোধ বা শাস্ত্ৰনিৰ্দেশে বহু সময়ত ক্ৰিয়া কৰে।[১৪] লোকবিশ্বাস অনুসৃত নহ'লে বিশেষ মানসিক প্ৰতিক্ৰিয়া নহয়, কিন্তু লোকসংস্কাৰ অনুসৃত নহ'লে বা পালিত নহ'লে প্ৰায়ে বিৰূপ মানসিক প্ৰতিক্ৰিয়াৰ সৃষ্টি হয় আৰু এই মানসিক প্ৰতিক্ৰিয়া সংস্কাৰটো পালন নকৰাৰ বাবে সৃষ্টি হোৱা অস্বস্তিৰ পৰাই উদ্ভূত হয়।

অৱশ্যে ভালেমান লৌকিক সংস্কাৰ ধৰ্মীয় আচাৰ-অনুষ্ঠানৰ পৰাই উদ্ভৱ হ'লেও শাস্ত্ৰীয় ধৰ্মবিশ্বাস আৰু লোকবিশ্বাসৰ মাজত স্পষ্ট পাৰ্থক্যও আছে আৰু সেয়ে হৈছে ধৰ্মবিশ্বাসসমূহ সম্পূৰ্ণৰূপে পাৰত্ৰিক, ধৰ্মই সদায় ইহজীৱনৰ অতিৰিক্ত কোনো সত্য বা লক্ষ্যৰ প্ৰতিহে আমাৰ মনোযোগ আকৰ্ষণ কৰে। কিন্তু আনহাতে লোকবিশ্বাসসমূহ সম্পূৰ্ণৰূপে ঐহিক, অৰ্থাৎ পৰলোকত নহয় বা মৃত্যুৰ পাছত নহয়, এইটো জীৱনতে কি কৰিলে বিপদ-বিঘিনি দূৰ হ'ব, কি বস্তু বা ঘটনা শুভদায়ক, কি বস্তু বা ঘটনা অশুভদায়ক —এনেধৰণৰ জ্ঞানাত্মক আৰু ক্ৰিয়াত্মক বিষয়েই লোকবিশ্বাসৰ বিষয়বস্তু।[১৫]

ব্যক্তিগত বিশ্বাস আৰু সংস্কাৰৰ লগত লোকবিশ্বাস আৰু লোকসংস্কাৰৰ পাৰ্থক্য আছে। সংহত সমাজৰ মানুহৰ মনত স্থান লাভ কৰিব নোৱাৰিলে বিশ্বাস কেতিয়াও লোকবিশ্বাসত পৰিণত নহয়। ব্যক্তিগত বিশ্বাস আৰু লোকবিশ্বাসৰ মাজত মূল পাৰ্থক্য এইখিনিতেই। ব্যক্তিগতভাৱে সমাজৰ প্ৰায়বোৰ মানুহেই বাঞ্ছিত সাফল্য লাভ কৰিবৰ বাবে কিছুমান বিশ্বাসৰ (প্ৰধানকৈ সংস্কাৰৰ) বশৱৰ্তী হৈ চলে। ব্যক্তিভেদে এনে বিশ্বাসৰ পৃথকতা থাকে বা থাকিব পাৰে। শুভকৰ্ম, যাত্ৰা আদিৰ ক্ষেত্ৰত তিথি, বাৰ, নক্ষত্ৰ, দিশ আদিৰ বিচাৰ কৰাটো জ্যোতিষ শাস্ত্ৰৰ ভিতৰুৱা। ইবিলাকৰ উপৰিও কোনো ব্যক্তিৰ কিছুমান ব্যক্তিগত বিশ্বাস গঢ় লৈ উঠে। সদায় ব্যৱহাৰ কৰা কোনো বস্তু, সদায় দেখা পাবলৈ বাঞ্ছা কৰা কোনো বিষয় আদিৰ উপস্থিতি বা অভাৱত সংশ্লিষ্ট ব্যক্তিৰ মনত তেওঁৰ কৰ্ম বা উদ্দেশ্য সম্পৰ্কে নেতিবাচক বা ইতিবাচক ভাব দৃঢ়ীভূত হয়। এনে ধৰণৰ ব্যক্তিগত বিশ্বাস বা সংস্কাৰবোৰ লোকবিশ্বাস বা লোকসংস্কাৰ বুলিব পৰা নাযায়। কিন্তু একে ভৌগোলিক, অৰ্থনৈতিক আৰু ঐতিহাসিক পৰিবেশত, একে ধৰণৰ আচাৰ-ব্যৱহাৰ আৰু জীৱন-চৰ্যাত অভ্যস্ত সংহত জনসমষ্টিৰ মাজত যিটো বিশ্বাস বা সংস্কাৰৰূপে গৃহীত হয় সেয়ে হ'ল লোকবিশ্বাস আৰু লোকসংস্কাৰ। পৈতৃক সম্পত্তিৰ দৰে জনসাধাৰণে সেইবোৰ বিনা দ্বিধায় গ্ৰহণ আৰু অনুসৰণ কৰে।[১৬] ব্যক্তিবিশেষৰ সংস্কাৰ বা বিশ্বাস দীৰ্ঘস্থায়ী নহয়, কিন্তু লোকবিশ্বাস আৰু *লোকসংস্কাৰ দীৰ্ঘস্থায়ী। ব্যক্তিগত বিশ্বাস বা সংস্কাৰ ব্যক্তিৰ নিজৰ আৱিষ্কাৰ, কিন্তু লোকবিশ্বাস আৰু লোকসংস্কাৰ সাৰ্বজনীন সমাজৰ আৱিষ্কাৰ। দেখা যায়, আদিম কালৰ*

গোষ্ঠীগত জীৱন-যাপনৰ পৰাই এটা সামূহিক মনৰ জন্ম আৰু বিকাশ সম্ভৱ হৈ আহিছে। স্থান, কাল আৰু পাত্ৰভেদে ইয়াৰ অভিব্যক্তি বেলেগ হ'লেও কিছুমান সাধাৰণ লক্ষণ সকলো সময়তে ইবিলাকৰ মাজত বিদ্যমান। বিভিন্ন দেশ, কাল আৰু ভাষাৰ লোকসাহিত্যৰ বিষয় আৰু ভাবৰ সাদৃশ্যৰো ইয়েই ঘাই কাৰণ।[১] এই লোকমনৰে এটা ডাঙৰ অংশ অবিচ্ছেদ্যভাৱে জুৰি আছে লোকবিশ্বাস আৰু লোকসংস্কাৰে। এই কথাও প্ৰণিধানযোগ্য যে আধুনিক মানুহৰ মনৰ মাজতো লোকবিশ্বাস আৰু লোকসংস্কাৰৰ প্ৰভাৱে ক্ৰিয়া কৰি আহিছে আৰু সেইবাবে আধুনিক সাহিত্যকে ধৰি সুকুমাৰ কলাৰ বিভিন্ন অংগত ইবিলাকৰ অভিব্যক্তি ঘটি আহিছে।

## ২.০২ আধুনিক মানুহৰ ওপৰত লোকবিশ্বাস আৰু লোকসংস্কাৰৰ প্ৰভাৱ

১৮৪৬ খ্ৰীষ্টাব্দত লণ্ডনৰ 'এথেনিয়াম' পত্ৰিকাত ইংৰাজী 'ফ'কল'ৰ' (Folklore) শব্দটো প্ৰথমে চয়ন কৰি উইলিয়াম জোন টমছ্-এ 'ফ'ক' শব্দটোৰ দ্বাৰা সুনিৰ্দিষ্টভাৱে প্ৰাচীন আচাৰ-ব্যৱহাৰ, প্ৰথা আদিৰ সংৰক্ষক, ঐতিহ্যাশ্ৰয়ী, গ্ৰাম্য কৃষিনিৰ্ভৰ জনগোষ্ঠীক নিৰ্দেশ কৰিছিল। তেওঁ ঐতিহ্যমূলক বিশ্বাস, প্ৰথা, কাহিনী, প্ৰবাদ, সংস্কাৰ আদিক লোকসংস্কৃতি ৰূপে নিৰ্দেশ কৰিছিল। পৰৱৰ্তী কালত পাশ্চাত্য জগতত আৰু ভাৰতবৰ্ষতো লোকসংস্কৃতিয়ে নিৰ্দেশ কৰা বিষয়, উপাদান আদিৰ সন্দৰ্ভত বিস্তৰ আলোচনা হৈছে আৰু 'ফ'কল'ৰ' শব্দটোৱে লোকসংস্কৃতিবিদসকলৰ মাজত যথেষ্ট মত-পাৰ্থক্য আৰু খেলি-মেলিৰো সৃষ্টি কৰিছে। অৱশ্যে এই কথাত সকলো লোকসংস্কৃতিবিদেই একমত যে মানৱ সভ্যতাৰ উষালগ্নতে লোকসংস্কৃতিৰ জন্ম। কেৱল কৃষিভিত্তিক নিৰক্ষৰ লোকসমাজেই লোকসংস্কৃতিৰ জন্মক্ষেত্ৰ নহয়। ই কেৱল অতীতৰ, কেৱল অনগ্ৰসৰ সমাজৰ, কেৱল গাঁও অঞ্চলৰ, কেৱল অশিক্ষিত সম্প্ৰদায়ৰ অথবা কেৱল মৌখিক ঐতিহ্যৰ – এনে ধৰণৰ ধাৰণাবোৰ সাম্প্ৰতিক কালত অসাৰ আৰু ভ্ৰান্ত ধাৰণাৰূপে পৰিগণিত হৈছে। কাৰণ, লোকসংস্কৃতিৰ প্ৰাংগণ এতিয়া সু-বিস্তৃত – অতীতৰ পৰা বৰ্তমান-ভৱিষ্যত,[৮] গাঁও-নগৰ-মহানগৰ[৯], অশিক্ষিত-শিক্ষিত সমাজ[১০], মৌখিক-লিখিত সাহিত্য আদি সকলো ক্ষেত্ৰলৈকে ই প্ৰসাৰিত। সেয়ে কোনো কোনো লোকসংস্কৃতিবিদে মতপ্ৰকাশ কৰে যে লোকসংস্কৃতিৰ যথাযথ জ্ঞান অবিহনে ইতিহাস আৰু মানৱ জীৱনৰ বা সমাজ-সভ্যতা-সংস্কৃতিৰ প্ৰকৃত মূল্যায়ন সম্ভৱ নহয়।[১১]

আধুনিক শব্দটোৰ অৰ্থ হ'ল বৰ্তমান কালৰ, নতুন, নব্য ইত্যাদি। গতিকে আধুনিক মানুহ মানে সেইসকল মানুহ যিসকল মানুহ সভ্যতাৰ ক্ৰম-বিৱৰ্তনৰ ফলত কৃষিভিত্তিক, গাঁও ভিত্তিক সমাজ-ব্যৱস্থাৰ মাজেদি আহি বৰ্তমান স্তৰত উপনীত হৈছেহি। মানুহৰ সভ্যতাৰ তিনিটা স্তৰ—জুইৰ ব্যৱহাৰৰ স্তৰ, কৃষিজীৱন আৰম্ভৰ স্তৰ আৰু নগৰ সভ্যতা পত্তনৰ স্তৰৰ ভিতৰত শেষৰটোৱেই হ'ল আধুনিক। কিন্তু এই 'আধুনিকতা'ও আপেক্ষিক মাত্ৰ। কাৰণ নগৰ সভ্যতা পত্তনৰ ইতিহাসো ভাৰতবৰ্ষতে মহেঞ্জোদাৰো-হৰপ্পাত গঢ় লৈ উঠা সভ্যতাৰ কালতে আৰম্ভ হৈছে। মানৱ সভ্যতাৰ বিৱৰ্তনৰ পথ-পৰিক্ৰমাত সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আদি বিভিন্ন কাৰণত ৰূপান্তৰিত সমাজৰ মূল্যবোধ আৰু আকাংক্ষাবোৰেও আত্মপ্ৰকাশ কৰে। প্ৰাচীন কালৰ অনগ্ৰসৰ সমাজৰ আধুনিক শিক্ষা-নিৰপেক্ষ জনমানসৰ

প্ৰতিফলন লোকসংস্কৃতিত প্ৰতিফলিত হয় যদিও, ই কেৱল অতীতৰে প্ৰতিফলন নহয়, ইয়াৰ মাজত প্ৰতিফলিত হয় বৰ্তমান কালৰ প্ৰতিচ্ছবিও। কাৰণ, লোকসংস্কৃতি মূলতঃ জনমানসৰ ঐতিহ্যানুসাৰী জীৱন-চৰ্যা আৰু মানস চৰ্চাৰ এক সামগ্ৰিক কৃতি।[২২] সভ্যতাৰ উষালগ্নৰ পৰা বৰ্তমানলৈকে প্ৰৱাহিত লোকসংস্কৃতিৰ প্ৰৱাহটোৰ মাজেদি লোসসমাজ আৰু আদিম মানুহৰ মানসিক বৈশিষ্ট্য, সামাজিক আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, ৰুচি-অভিৰুচি, বিশ্বাস-সংস্কাৰ, উৎসৱ-অনুষ্ঠান, ধৰ্মীয় ক্ৰিয়া-কাণ্ড আদি উপাদানসমূহ কম-বেছি পৰিমাণে অবিকৃত ৰূপত প্ৰৱাহিত হয় আৰু আধুনিক সমাজে সেইখিনি উত্তৰাধিকাৰী সূত্ৰেই পূৰ্বসূৰীসকলৰ পৰা লাভ কৰে।

লোকসংস্কৃতি যে কেৱল নিৰক্ষৰ গ্ৰামীণ লোকসকলৰহে বস্তু এনে নহয়, অক্ষৰজ্ঞান সম্পন্ন, তথাকথিত আধুনিক শিক্ষাৰে শিক্ষিত নগৰীয়াজনো যে লোকসংস্কৃতিৰ প্ৰভাৱৰ পৰা মুক্ত নহয় সেই কথা আগতেই কৈ অহা হৈছে। নগৰ-চহৰ-গাঁও আদি বিভিন্ন সমাজৰ জাতি-বৰ্ণ, পুৰুষ-স্ত্ৰী নিৰ্বিশেষে সকলো স্তৰৰ লোকে লোকসংস্কৃতিৰ ধাৰক-বাহকৰূপে ভূমিকা গ্ৰহণ কৰে। শিক্ষিত-অশিক্ষিত, অভিজাত-নিম্ন আদি বিভাগ লোকসংস্কৃতিত গ্ৰহণযোগ্য নহয়। নিৰ্দিষ্ট এখন সমাজত বসবাসকাৰী মানুহৰ মাজত যদি ঐক্যবোধ আৰু সংহতি ৰক্ষিত হয়, যদি সেই সমাজৰ মানুহখিনি একে ভাষা, একে ধৰ্ম, একে গোষ্ঠী চেতনাৰ দ্বাৰা পৰিশীলিত হয় তেনেহ'লে সেইখিনি মানুহ এটা নিৰ্দিষ্ট 'লোকসমষ্টি' আখ্যাৰে অভিহিত হ'ব পাৰে। প্ৰকৃততে ন্যূনতম উমৈহতীয়া উপাদানৰ অংশীদাৰ কোনো এক জনসমষ্টি 'লোক' আখ্যাৰে বিভূষিত হ'ব পাৰে।[২৩] তেওঁলোকৰ সৃজনীশীলতা সামগ্ৰিক সমাজৰ সৃষ্টিত পৰিণত হৈ উঠিলে সেয়া তেওঁলোকৰ লোকসংস্কৃতি।[২৪]

আধুনিক মানুহৰ ওপৰত লোকমন, লোকবিশ্বাস আৰু লোকসংস্কাৰৰ প্ৰভাৱ নিৰূপণ কৰিবলৈ যাওঁতে লোকসংস্কাৰ আৰু লোকবিশ্বাস যে কেৱল নিৰক্ষৰ সমাজৰ বস্তু নহয়, ই যে সমাজৰ সকলো স্তৰৰ লোককে সামৰিব পাৰে, সেই কথা সততে মনত ৰাখিব লাগিব। এই ক্ষেত্ৰত শিক্ষিত-অশিক্ষিত বা সাক্ষৰ-নিৰক্ষৰৰ মাজত কোনো পাৰ্থক্য নাই। গ্ৰামীণ, নাগৰিক সংস্থান নিৰ্বিশেষে সভ্যতাৰ সকলো স্তৰতেই ইয়াৰ সৰ্বব্যাপক যাত্ৰা প্ৰসাৰিত। এজন আধুকি মানুহৰ দৃষ্টিভংগীত, তেওঁৰ কাৰ্যকলাপত, তেওঁৰ জ্ঞাতে বা অজ্ঞাতে লোকমন, লোকবিশ্বাস আৰু লোকসংস্কাৰৰ পৰিচয় ফুটি উঠে। সেয়ে আধুনিক পৃথিৱীৰ বিজ্ঞানবোধত দীক্ষিত মানুহৰ মাজতো নানা অন্ধবিশ্বাস আৰু কু-সংস্কাৰ পালিত হোৱা দেখা যায়। এই ক্ষেত্ৰত অসমীয়া লোকজীৱনৰ উদাহৰণেৰে কথাটো বিচাৰ কৰি চাব পৰা যায়। এজন অসমীয়া মানুহ, তেওঁ যিমানেই আধুনিক নহওক, তেওঁৰ দৃষ্টিভংগীত, তেওঁৰ কথা-বতৰাত নিজৰ অজ্ঞাতেই এটা সামূহিক মন বা লোকমন সক্ৰিয় হৈ থাকে। কাৰণ, তেওঁৰ জন্ম, প্ৰতিপালন আৰু বিকাশৰ লগত তেওঁৰ সমাজত প্ৰচলিত বিশ্বাস, সংস্কাৰ আৰু ঐতিহ্যৰ সম্পৰ্ক অবিচ্ছেদ্য হৈ থাকে আৰু ফলত তেওঁৰ মনোজগতত এনে প্ৰভাৱবোৰৰ স্থায়ী সাঁচ বৈ যায়। এই স্থায়ী প্ৰভাৱেই তেওঁৰ চেতন আৰু অৱচেতনকো বহু সময়ত পৰিচালিত কৰে। এনেকৈয়ে একোখন সমাজৰ প্ৰতিজন মানুহৰ মানসিক জগতত

লোকসংস্কৃতিৰ উপাদানবোৰে অজানিতে ক্ৰিয়া কৰি থাকে।

একোজন ব্যক্তিৰ জীৱন-পৰিক্ৰমাৰ প্ৰধান ঘটনা তিনিটা—জন্ম, বিবাহ আৰু মৃত্যু। শিক্ষিত-অশিক্ষিত, গাঁৱলীয়া-চহৰীয়া নিৰ্বিশেষে সকলো অসমীয়া মানুহৰ এই তিনিটা প্ৰধান ঘটনাৰ লগত জড়িত ভালেমান বিশ্বাস আৰু সংস্কাৰ প্ৰচলিত হৈ আছে। মহানগৰীত বাস কৰা অসমীয়াজনেও এনে ধৰণৰ কিছুমান বিশ্বাস আৰু সংস্কাৰৰ বশৱৰ্তী হৈ জীৱন-যাপন কৰে। এনে সংস্কাৰসমূহৰ সৃষ্টিৰ অন্তৰালত ধৰ্মবিশ্বাস আৰু ধৰ্মৰ আনুষ্ঠানিকতাই একোটি বিশেষ ভূমিকা গ্ৰহণ কৰে। উদাহৰণ স্বৰূপে, এজন আধুনিক অসমীয়া হিন্দু ধৰ্মাৱলম্বী মানুহ ধৰ্মীয় ক্ৰিয়া-কাণ্ডৰ লগত প্ৰত্যক্ষভাৱে জড়িত হওকেই বা নহওক, তেওঁৰ অসচেতন মানসিক প্ৰক্ৰিয়াৰ লগত সংস্কাৰবোৰ জড়িত হৈ থাকে। জন্ম-বিবাহ-মৃত্যু -- এই তিনিটা প্ৰধান ঘটনাৰ লগত জড়িত শাস্ত্ৰীয় সংস্কাৰসমূহৰ লগতে লৌকিক সংস্কাৰসমূহো পালিত হয়। উদাহৰণ স্বৰূপে, প্ৰতিজন অসমীয়া হিন্দুৰ নামকৰণৰ ক্ষেত্ৰত এটা গোপন নাম থাকে। নামৰ এই সংস্কাৰ বৰ্তমানৰ অতি আধুনিক মানুহৰ ঘৰতো প্ৰচলিত। আকৌ বিবাহৰ ক্ষেত্ৰত লক্ষ্য কৰা যায়, ৰাশি, জোৰা, গণ, চন্দ্ৰ, তাৰা, দিন, বাৰ, নক্ষত্ৰ, বাৰবেলা, কালবেলা, মাহ আদিৰ শুদ্ধাশুদ্ধ বিচাৰ কৰা হয়। এইবিলাকতো এহাতে জ্যোতিষ শাস্ত্ৰৰ প্ৰভাৱ আৰু আনহাতে লোকবিশ্বাস আৰু লোকসংস্কাৰৰ প্ৰভাৱ অপৰিসীম। এখন অসমীয়া হিন্দু বিবাহত কন্যা চোৱাৰ পৰা কন্যা উলিয়াই দিয়ালৈকে আৰু তাৰ পাছতো ভালেমান লৌকিক আচাৰ-অনুষ্ঠান পালিত হয়। তদুপৰি বৈদিক প্ৰথাভিন্ন অন্য বিবাহ-প্ৰথা মানি চলাসকলে আৰু হিন্দুভিন্ন অন্য ধৰ্মৰ অসমীয়া মানুহেও সদৃশ লৌকিক নীতি-নিয়ম পালন কৰা দেখা যায়।

মানুহৰ জীৱনত বিবাহ অনিবাৰ্য ঘটনা বুলি স্বীকৃত নহ'লেও সকলো প্ৰাণীৰ ক্ষেত্ৰত মৃত্যু যে অনিবাৰ্য ঘটনা সেই কথা কোৱা বাহুল্য মাথোন। মৃত্যুৰ লগত জড়িত পৃথিৱীৰ সকলো দেশৰ সকলো সমাজত এনে কিছুমান সংস্কাৰ জড়িত হৈ আছে যিবোৰ সদায়েই অনুসৃত হয়। অসমীয়া হিন্দু সমাজতো এনে ধৰণৰ বিশ্বাস প্ৰচুৰ। উদাহৰণ স্বৰূপে অসমীয়া হিন্দুধৰ্মী লোকসকলে পুনৰ্জন্মত বিশ্বাস কৰে। তেওঁলোকে বিশ্বাস কৰে কৰ্মফল অনুযায়ী জীৱৰ পুনৰ্জন্ম হয়। ইফালে জীৱ মুক্তি লাভৰ বাবে ব্যাকুল। সেই ব্যাকুলতাৰ পৰাই এই সংস্কাৰৰ উদ্ভৱ হৈছে যে মৃত্যু পথযাত্ৰী ব্যক্তিৰ ইচ্ছা-আকাংক্ষা অপূৰ্ণ ৰাখিব নালাগে। মৃত্যুৰ লগত জড়িত আন ভালেমান সংস্কাৰ যেনে — মৃতকৰ শ সৎকাৰৰ লগত জড়িত সংস্কাৰসমূহ, শ্মশানত পালন কৰিব লগা আৰু শ্মশানলৈ যোৱাসকলে ঘূৰি আহি পালন কৰা সংস্কাৰ, মৃতকৰ পত্নী-পুত্ৰ-কন্যাই পালন কৰিব লগা ভালেমান সংস্কাৰ অসমীয়া সমাজত প্ৰচলিত আছে।[২৪] তাৰ উপৰি সন্তান জন্মৰ আগতে আৰু সন্তান জন্মৰ পাছত মাতৃয়ে পালন কৰিব লগা ভালেমান সংস্কাৰ অসমীয়া সমাজত প্ৰচলিত আছে।[২৫] জন্ম-মৃত্যুৰ লগত জড়িত এনে সংস্কাৰবোৰ নগৰীয়া-গাঁৱলীয়া, শিক্ষিত-অশিক্ষিত, ধনী-দুখীয়া নিৰ্বিশেষে সকলো অসমীয়া মানুহে পালন কৰা দেখা যায়। স্থান আৰু কালভেদে এনে সংস্কাৰবোৰৰ হয়তো কিছু তাৰতম্য ঘটিছে, কিন্তু মূল ভেটিটোৰ উপাদানসমূহ প্ৰায় একেই আছে।

জন্ম-মৃত্যু-বিবাহৰ উপৰিও আধুনিক মানুহৰ মন নানা সংস্কাৰত আচ্ছন্ন হৈ থাকে।

এই সন্দৰ্ভত প্ৰথমেই উল্লেখ কৰিব পাৰি সংখ্যাৰ সংস্কাৰৰ কথা। কিছুমান সংখ্যা শুভ আৰু কিছুমান অশুভ বুলি আধুনিক মানুহে বিশ্বাস কৰে। যদি কোনো ব্যক্তিয়ে কোনো এটি সংখ্যা অশুভ বুলি বিবেচনা কৰে তেনেহ'লে তেওঁ সকলো কাৰ্যতে সেই সংখ্যা বৰ্জন কৰিবৰ যত্ন কৰে।[২৭] সংখ্যাৰ দৰে যাত্ৰা[২৮], ৰঙ[২৯], শৰীৰৰ অংগ[৩০] আদিৰ ক্ষেত্ৰত বিভিন্ন সংস্কাৰ অসমীয়া মানুহৰ মাজত প্ৰচলিত আছে।

আধুনিক মানুহ বিভিন্ন লোকবিশ্বাসত বিশ্বাসী। পৰম্পৰাগত এই বিশ্বাসবোৰ আধুনিক মানুহৰ মাজতো মজ্জাগত হৈ থাকে। অসমীয়া সমাজখনতে এনে ধৰণৰ প্ৰচুৰ লোকবিশ্বাসৰ প্ৰচলন লক্ষ্য কৰা যায়। উদাহৰণ স্বৰূপে শুভকাৰ্যলৈ বুলি যাত্ৰা কৰোঁতে পৰিপূৰ্ণ জলপাত্ৰ দেখা পালে যাত্ৰা শুভ হয় বুলি আৰু ইয়াৰ বিপৰীতে উকা জলপাত্ৰ দেখিলে যাত্ৰা নিষ্ফল হয় বুলি বিশ্বাস কৰা হয়। কেনিবা যাত্ৰা কৰি ওলাওতেই যদি কোনোবাই 'ক'লৈ যোৱা' বুলি সোধে বা যাত্ৰা কৰি ওলাওতেই যদি কোনো সম্প্ৰদায়ৰ বিশেষ লোকক দেখে তেনেহ'লে যাত্ৰা নিষ্ফল হয় বুলি অসমীয়া মানুহে বিশ্বাস কৰে।

জীৱ-জন্তুৰ লগতো ভালেমান বিশ্বাস জড়িত হৈ আছে। ফেচাৰ একোটা বিশেষ চিএৰ অমংগলসূচক, কাউৰীৰ ৰমলিওৱা ঘৰলৈ অতিথি অহাৰ আগজাননী, মেকুৰীৰ মেও মেও আৰু কুকুৰৰ বিননি অশুভ সংকেত বুলি অসমীয়া সমাজত বিশ্বাস কৰা হয়। আকৌ সপোনত হাঁহিলে দিঠকত কান্দিব লগা হয় আৰু সপোনত কান্দিলে দিঠকত আনন্দ পাব পৰা ঘটনা ঘটে বুলি অসমীয়া মানুহে বিশ্বাস কৰে। চুলি কটা আৰু নখ কটাৰ ক্ষেত্ৰটো কিছুমান নিৰ্দিষ্ট বাৰ অসমীয়া মানুহে এৰাই চলে।[৩১]

প্ৰসংগক্ৰমে উল্লেখযোগ্য যে যিবোৰ সমাজত শতকৰা এশভাগ লোকেই শিক্ষিত তেনে সমাজতো এনে ধৰণৰ লোকসংস্কাৰ আৰু লোকবিশ্বাসৰ প্ৰচলন আছে। পাশ্চাত্যৰ উন্নত দেশবোৰতো জন্ম-মৃত্যু-বিবাহ, সংখ্যা, কৃষি, বৰষুণ, যাত্ৰা আদি বিভিন্ন প্ৰসংগত ভালেমান বিশ্বাস আৰু সংস্কাৰৰ প্ৰচলন আছে আৰু সেইবোৰ বিজ্ঞানৰ আজি চৰম উৎকৰ্ষৰ দিনতো পশ্চিমীয়া লোকসকলে মানি চলে।[৩২]

লোকবিশ্বাস আৰু লোকসংস্কাৰবোৰ যে কেৱল পৰম্পৰাগত এনে নহয়, পৰিবৰ্তিত পৰিস্থিতিতো নানা সংস্কাৰ আৰু বিশ্বাসৰ উদ্ভৱ হ'ব পাৰে।[৩৩] অৱশ্যে এনে লোকবিশ্বাসবোৰৰ পৰিবৰ্তন, পৰিবৰ্ধন আৰু মৃত্যুও নঘটাকৈ নাথাকে। কিন্তু লগে লগে অনেক নতুন বিশ্বাসবো জন্ম হয়।

লোকবিশ্বাস আৰু লোকসংস্কাৰৰ মাই উদ্দেশ্য হ'ল মানুহৰ সকলো কৰ্মকে শুভ ফলপ্ৰদ কৰি তোলা আৰু অশুভ শক্তিবোৰ দূৰীভূত কৰা। এনে বিশ্বাস আৰু সংস্কাৰবোৰৰ পিছফালে হয়তো কোনো একোটা যুক্তিসংগত বা যুক্তিহীন কাৰণ নিহিত হৈ থাকে বা থাকিব পাৰে। কালক্ৰমত ই সামূহিক মন আৰু জীৱনক প্ৰভাৱান্বিত কৰি অৱশ্য-পালনীয় লোকসংস্কৃতিৰ ভিতৰুৱা হৈ পৰে।

লোকসংস্কাৰ বা লোকবিশ্বাসৰ পৰা আহৃত ইহকাল-পৰকাল সম্পৰ্কীয় ধাৰণা, পাপ-পুণ্য, ভাল-বেয়া সম্পৰ্কীয় বিচাৰৰ প্ৰভাৱ আধুনিক মনত পৰাৰ কথা আগতে উল্লেখ কৰি

অহা হৈছে। শিল্পকলাত, বিশেষকৈ সাহিত্যৰ ভাববস্তু আৰু আনকি বিষয়বস্তু আৰু প্ৰকাশভংগীতো সেইবাবে লোকসংস্কৃতিৰ নীৰৱ অথচ শক্তিশালী প্ৰভাৱ প্ৰৱাহিত হৈ থাকে। এনে প্ৰভাৱ সদায় পোনপটীয়া নহ'ব পাৰে, কিন্তু তাৰ ভাৱশক্তিৰ প্ৰভাৱ বহু সময়ত অপ্ৰতিৰোধ্য হৈ পৰে। তাৰ উপৰি, বহু সময়ত লেখক আৰু শিল্পীসকলে সচেতনভাৱেও লোকবিশ্বাস আৰু লোকজীৱনৰ বিভিন্ন বিষয় আৰু উপাদান তেওঁলোকৰ সাহিত্য-কৰ্মত ব্যৱহাৰ কৰে।

## ২.০৩ অসমীয়া ৰোমাণ্টিক কবিতাত প্ৰকাশিত লোকমন, লোকবিশ্বাস আৰু লোকসংস্কাৰৰ সূচনা

অসমীয়া ৰোমাণ্টিক কবিতাত লোকসংস্কৃতিৰ প্ৰতিফলন বিচাৰ কৰিবলৈ যাওঁতে আমি লোকসংস্কৃতিৰ বাক্‌ধৰ্মী উপাদানসমূহৰ ওপৰতে প্ৰধানকৈ নিৰ্ভৰ কৰিব লগা হয়। এনে বাক্‌ধৰ্মী উপাদানসমূহ হ'ল ভাষা, লোককথা, প্ৰবাদ-প্ৰবচন, লোকগীত, সাথৰ ইত্যাদি। পিছে লোকসংস্কৃতিৰ এই বাক্‌ধৰ্মী উপাদানসমূহৰ উপৰিও দৈহিক ক্ৰিয়াধৰ্মী, প্ৰয়োগধৰ্মী আৰু বিশ্বাস-অনুষ্ঠানধৰ্মী আদি আন কিছুমান উপাদানো আছে। সেয়ে লোকসংস্কৃতি সম্পূৰ্ণ হয় লোকবিশ্বাস, লোকসংস্কাৰ, লোককথা, প্ৰবাদ-প্ৰবচন, ফকৰা-যোজনা, সাথৰ-দৃষ্টান্ত, মন্ত্ৰ, আশীৰ্বাদ, গালি-শপনি-অভিশাপ, লোকভাষা, ধৰ্মীয় আচাৰ-অনুষ্ঠান, কাৰুকৰ্ম-চাৰুকৰ্ম, সাজ-পোছাক, ৰন্ধা-বঢ়া, উৎসৱ-অনুষ্ঠান, লোক চিকিৎসা, জৰা-ফুকা, নৃত্য-নাট্য, অভিনয়, কৌতুক, খেল-ধেমালি – এই সকলোবোৰৰ সমাহাৰত। একোটা জাতিৰ ৰূপ-বৰ্ণময় মনোজগতখনিৰ আৰু জীৱন-যাপনৰো ৰূপ এইবোৰৰ মাজতে ফুটি ওলায়। লোকসংস্কৃতিৰ যথাযথ জ্ঞান-ব্যতিৰেকে ইতিহাস আৰু মানৱ জীৱনৰ তথা সভ্যতা-সংস্কৃতিৰ প্ৰকৃত মূল্যায়ন সম্ভৱ নহয়। একোটা জাতিৰ চৰিত্ৰ অধ্যয়ন কৰিবলৈ হ'লে সেই জাতিৰ লোকসংস্কৃতিৰ অধ্যয়ন এক এৰাব নোৱৰা দিশেই নহয়, ই সৰ্বপ্ৰথম দিশো।[illegible] কাৰণ, জাতি একোটাৰ জাতীয় ইতিহাস ৰচনাত সেই জাতিটোৰ লোকসংস্কৃতিৰ ভূমিকাই সৰ্বাতোকৈ গুৰুত্বপূৰ্ণ। কিয়নো, লোকসংস্কৃতিয়ে কেৱল অতীত ইতিহাসৰ ওপৰতে আলোকপাত নকৰে তাৰ লগে লগে একোটা জাতিৰ জাতীয়তাবোধকো জাগ্ৰত কৰে।[illegible]

লোকসাহিত্যক উচ্চ সাহিত্য তথা আধুনিক সাহিত্যৰ প্ৰাথমিক স্তৰ হিচাপে গণ্য কৰা হয়। লোকসাহিত্যক কোৱা হয় 'সাহিত্য পূৰ্ববৰ্তী সাহিত্য'।[illegible] জাতীয় সাহিত্যৰ প্ৰাণৰসৰ যোগান ধৰে লোকসাহিত্যয়েই। লোকসাহিত্যই যুগ যুগ ধৰি জাতিৰ জনগণৰ অভিজ্ঞতা তথা চিন্তাৰ যি ভঁড়াল সযতনে ৰক্ষা কৰি আহে সিয়েই জাতিটোৰ মননভংগীক এক বিশিষ্ট ৰূপ প্ৰদান কৰে।[illegible] এই সন্দৰ্ভত ৰবীন্দ্ৰনাথ ঠাকুৰৰ মন্তব্য প্ৰণিধানযোগ্য : 'গছৰ শিপাডাল যেনেকৈ মাটিৰ লগত জড়িত আৰু গছৰ আগভাগ আকাশৰ ফালে বিস্তাৰিত ঠিক তেনেকৈ সকলোতে সাহিত্যৰ নিম্ন অংশ দেশৰ মাটিৰ লগত বহু পৰিমাণে জড়িত হৈ ঢাক খাই থাকে – সেয়াই বিশেষৰূপে আৰু সংকীৰ্ণৰূপে দেশীয় আৰু স্থানীয়। সেয়া

কেৱল দেশৰ জনসাধাৰণৰ উপভোগ্য আৰু বোধগম্য, তাত বাহিৰৰ মানুহে প্ৰৱেশৰ অনুমতি নাপায়। সাহিত্যৰ যি অংশ সাৰ্বভৌমিক সেয়া এই প্ৰাদেশিক ভাগটোৰ ওপৰতে থিয় হৈ থাকে। এনেদৰে নিম্ন সাহিত্য আৰু উচ্চ সাহিত্যৰ মাজত সদায়েই ভিতৰৰ এটি সম্পৰ্ক আছে। যি অংশ আকাশৰ ফালে আছে সেই অংশৰ ফুল-ফল, ঠাল-ঠেঙুলিৰ লগত মাটিৰ ভিতৰত থকা শিপাবোৰৰ তুলনা নহয় – তথাপি তত্ত্ববিদসকলৰ বাবে সিহঁতৰ সাদৃশ্য আৰু সম্বন্ধ কেতিয়াও লোপ পাব নোৱাৰে।[৩৮] সেয়ে এই লোকসাহিত্য সমাজৰ উমৈহতীয়া সৃষ্টি; সমাজৰ সৰ্বজনৰ ভাব, চিন্তা আৰু কল্পনাৰ মিলন-তীৰ্থ, সমগ্ৰ সমাজৰ আনন্দ-বিনোদনৰ কলাক্ষেত্ৰ। যুগ যুগ ধৰি জনসাধাৰণৰ মুখে মুখে লোকসাহিত্য চিৰন্তন আৰু চিৰজীৱী হৈ আছে।[৩৯]

অসমীয়া ৰোমাণ্টিক কবিতাত লোকমন, লোকবিশ্বাস আৰু লোকসংস্কাৰে কেনেদৰে প্ৰভাবিত কৰি গৈছে, সেই কথা বিশেষভাৱে মনকৰিবলগীয়া। প্ৰত্যেক ভাষাৰে সাহিত্যৰ প্ৰথম পৰিবৰ্তনটো সূচিত হয় কবিতাত আৰু কবিতাতো প্ৰথম পৰিবৰ্তনটো সূচিত হয় শব্দচয়নত।[৪০] কবিসকলে চিনাকি পুৰণি শব্দক নতুন অৰ্থ-ব্যঞ্জনাৰে সমৃদ্ধ কৰি প্ৰয়োগ কৰে আৰু এনেকৈয়ে একোটা ভাষাৰ সমৃদ্ধি-সাধনত কবিতাই বিশেষ ভূমিকা গ্ৰহণ কৰে। অসমীয়া ৰোমাণ্টিক কবিতাৰ ক্ষেত্ৰত 'জোনাকী'ৰ পৃষ্ঠাতে আমি দেখা পালো আধুনিক কবিসকলে কেনেকৈ পৰিচিত, সহজ-সৰল শব্দক নতুন ভাবপ্ৰকাশৰ উপযোগীকৈ ন-কৈ অৰ্থবহ কৰি প্ৰয়োগ কৰিবলৈ আৰম্ভ কৰিলে। শব্দচয়নৰ লগে লগে আহিল শব্দালংকাৰ আৰু অৰ্থালংকাৰৰ প্ৰয়োগ (দ্ৰষ্টব্য ঃ পৰৱৰ্তী ষষ্ঠ অধ্যায়)। লোকজীৱনৰ পৰা গ্ৰহণ কৰা উপমাদি অলংকাৰক নতুন বিষয়বস্তুৰ লগত ৰজিতা খোৱাকৈ প্ৰয়োগ কৰাৰ ফলত এই অলংকাৰসমূহেও যেন পুৰণি বান্ধোনৰ পৰা মুক্তি লাভ কৰিলে। প্ৰতীক আদি প্ৰয়োগৰ ক্ষেত্ৰতো এনে ঘটনা ঘটিল। অসমীয়া ৰোমাণ্টিক কবিতাৰ ছন্দসজ্জাৰ ওপৰতো লৌকিক কবিতাৰ ছন্দসজ্জাই প্ৰভাৱ বিস্তাৰ কৰিলে (দ্ৰষ্টব্য ঃ পৰৱৰ্তী ৫.০২ অধ্যায়)। দেখা যায়, অসমীয়া ৰোমাণ্টিক কবিতাৰ ৰূপতত্ত্বৰ বিশ্লেষণে লোককবিতাৰ ৰূপবস্তুৰ প্ৰভাৱৰ স্পষ্ট সাক্ষ্য দাঙি ধৰিছে (দ্ৰষ্টব্য ঃ পৰৱৰ্তী চতুৰ্থ অধ্যায়)। কবিতাৰ ৰূপবস্তুৰ আঁৰত থাকে ভাববস্তু, বিষয়বস্তু আৰু ৰসবস্তু। অসমীয়া ৰোমাণ্টিক কবিতাৰ ভাববস্তু নিৰ্মাণত মানৱিকতাবাদী নতুন দৃষ্টি, দেশাত্মবোধ আৰু ঐতিহ্যলব্ধ আদৰ্শবাদী বা ভাববাদী দৃষ্টিয়ে অৰিহণা যোগাইছে। এই শেষৰ উপাদানটিৰ মাজত এহাতে নিহিত হৈ আছে ধৰ্মীয় ঐতিহ্য আৰু আনহাতে লোকবিশ্বাস।

অসমীয়া ৰোমাণ্টিক কাব্য-সাহিত্যলৈ লক্ষ্য কৰিলে দেখা যায় যিটো কবিতাৰ পৰা অসমীয়া ৰোমাণ্টিক কবিতাৰ বুৰঞ্জী আৰম্ভ হৈছে বুলি কোৱা হয় সেই কবিতাৰ আৰ্হিটোৱেই এটা লোককবিতা। 'জোনাকী' কাকতৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত প্ৰকাশিত চন্দ্ৰকুমাৰ আগৰৱালাৰ 'বনকুঁৱৰী' নামৰ এই কবিতাটি এটি সাৰ্থক খণ্ড কবিতা। আধুনিক অসমীয়া কাব্য-সাহিত্যৰ এই সূচনাতে আমি লোকসাহিত্যৰ যি প্ৰতিফলন দেখা পাওঁ সেয়া পৰৱৰ্তী কবিসকলৰ হাতত অধিক ব্যাপক ৰূপত প্ৰতিফলিত হোৱা লক্ষ্য কৰা যায়।

প্ৰসংগক্ৰমে উল্লেখযোগ্য যে আধুনিক অসমীয়া কবিতাৰ যুগটো যাক ৰোমাণ্টিক কবিতাৰ যুগ বুলিও অভিহিত কৰা হয়, অসমীয়া সাহিত্যত ই কিন্তু ইংৰাজী সাহিত্যৰ দৰে স্বতঃস্ফূৰ্ত বা প্ৰথাবদ্ধ সাহিত্য-ৰীতিৰ বিৰুদ্ধে গঢ়ি উঠা এটা স্বতঃপ্ৰণোদিত আন্দোলন নাছিল। আমি পূৰ্বেই উল্লেখ কৰি আহিছোঁ যে অসমীয়া ৰোমাণ্টিক কবিতাৰ ধাৰাটো ইংৰাজী আৰু বাংলা কবিতাৰ লগত হোৱা পৰিচয়ৰ জৰিয়তেহে অসমীয়ালৈ প্ৰবাহিত হৈ আহিছিল। সেই কালত অসমত আধুনিক নাগৰিক সভ্যতাৰ পত্তন হোৱাই নাছিল বুলি ক'ব পাৰি। ঊনবিংশ শতিকাৰ শেষাৰ্ধ, যিটো অসমীয়া ৰোমাণ্টিক কবিতাৰ জন্মৰ সময়, সেই সময়ছোৱাত অসমত চহা জীৱনৰে প্ৰাধান্য আছিল। আনহাতে ৰোমাণ্টিক কবিতাত কৃত্ৰিম নাগৰিক সভ্যতালৈ পিঠি দি চহা জীৱন-ধাৰাত গুৰুত্ব আৰোপ কৰা হৈছিল।"[১] এনে এটা চহা পৰিবেশ তদানীন্তন অসমত পূৰামাত্ৰাই আছিল।"[২] আনহাতে অসমীয়া লোকসাহিত্যৰ প্ৰবাহটোও সেই সময়ৰ অসমত অব্যাহত আছিল। সেয়ে ৰোমাণ্টিক ভাৱাদৰ্শ আমাৰ প্ৰাচীন সাহিত্যৰ স্বাভাৱিক আদৰ্শ নোহোৱা সত্ত্বেও অসমীয়া কবিসকলে আদৰি লোৱাত কণমানো অসুবিধা পোৱা নাছিল। তাৰ উপৰি ৰোমাণ্টিক ভাৱাদৰ্শৰ লগত সুৰ মিলাবলৈ অসমীয়া কবিসকলৰ অনুকূল মানসিক পৰিবেশ এটাও আছিল। অসমভূমি আছিল প্ৰকৃতিৰ ৰম্য কানন স্বৰূপ। ৰোমাণ্টিচিজিমত প্ৰকৃতিৰ যি প্ৰশস্তি ধ্বনিত হৈছিল, বৈচিত্ৰ্যময়ী প্ৰকৃতিৰ ৰাজ্য অসমৰ কবিসকলে সহজে সেই আদৰ্শৰ লগত সহানুভূতি স্থাপন কৰিব পাৰিছিল।"[৩]

প্ৰথম অসমীয়া ৰোমাণ্টিক কবি চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাতে আমি প্ৰথমবাৰৰ বাবে লোকবিশ্বাস আৰু লোকসংস্কাৰৰ প্ৰতিফলন লক্ষ্য কৰোঁ। লোকগীতৰ মাত-কথা আৰু সুৰৰ লগত আধুনিক কবিতাৰ সম্বন্ধ ঘটোৱাৰ বিষয়ত আগৰৱালাই বাটকটীয়া। তাৰ পাছতেই বেজবৰুৱাই এইফালে হাত দিয়ে। পৰৱৰ্তী কালৰ কাব্যত লোকগীতৰ প্ৰভাৱৰ ইয়াতেই আৰম্ভ। অসমৰ গাঁৱলীয়া দৃশ্য – ফুলা সৰিয়হ ডৰা, তামোল-লেটেকু, বাঁহগছেৰে ভৰা এৰাবাৰী, চাপৰি বজাই থকা যখিনী ছোৱালী আগৰৱালাৰ কবিতাতে প্ৰথমে দেখা পাওঁ।"[৪] 'প্ৰতিমা'ৰ অন্তৰ্গত চন্দ্ৰকুমাৰৰ 'বনকুঁৱৰী', 'জলকুঁৱৰী' আৰু 'তেজীমলা' – এই তিনিওটা মালিতা চানেকিৰ কবিতা আৰু কবিতাকেইটিৰ বিষয়বস্তু চন্দ্ৰকুমাৰে লোকজীৱনৰ পৰাই গ্ৰহণ কৰিছে। ইংৰাজ ৰোমাণ্টিক কবিসকলৰ পৰা পোৱা প্ৰেৰণাৰ বলতে চন্দ্ৰকুমাৰে প্ৰতীক, জনশ্ৰুতি আৰু লোককথাৰ কাব্যিক প্ৰয়োগৰ প্ৰতি তৎপৰ হৈছিল। লোকবিশ্বাস আৰু লোকসংস্কাৰৰ মাজত অলৌকিকতাই বিশেষভাৱে ক্ৰিয়া কৰে। চন্দ্ৰকুমাৰৰ কবিতাতো এনে অলৌকিকতাৰ প্ৰতিফলন স্পষ্ট। বনকুঁৱৰী, জলকুঁৱৰী, যখিনী ছোৱালী আদিৰ জৰিয়তে তেওঁৰ কবিতাত অসমীয়া লোকবিশ্বাসৰে পৰিচয় ফুটি উঠিছে। লোকজীৱনৰ পৰা গৃহীত চিত্ৰকল্প আৰু উপমাদি অলংকাৰ আৰু জতুৱা ঠাঁচ আৰু খণ্ডবাক্যৰ প্ৰয়োগো চন্দ্ৰকুমাৰৰ দুয়োখন কবিতা-পুথিতে লক্ষ কৰিব পাৰি (দ্ৰষ্টব্য ঃ পৰৱৰ্তী ৫ম আৰু ৬ষ্ঠ অধ্যায়)।

বেজবৰুৱাই চন্দ্ৰকুমাৰে নিৰ্দেশ কৰা বাটেদিয়েই বাট বুলিছিল। 'বেজবৰুৱাৰ সাহিত্যত একফালে যেনেকৈ ন-ভাঙনি মাটিৰ পৰিচয় পোৱা যায়, আনহাতে তেনেকৈ জাতীয় লোকমানসৰ, ঐতিহ্যৰ সেই মাটিত এক নতুন অৰ্ঘদান কৰাৰ প্ৰচেষ্টাও পৰিলক্ষিত হয়।"[৫]

এজন সমালোচকে সঠিকভাৱেই মন্তব্য কৰিছে ঃ 'আধুনিক অসমীয়া সাহিত্যত লোকসাহিত্যৰ আৱিষ্কাৰ কৰি তাক উপযুক্ত স্থান দিয়া আৰু ব্যৱহাৰ কৰাৰ ক্ষেত্ৰত বেজবৰুৱা আগৰণুৱা।'[৬] বেজবৰুৱাই পোনপ্ৰথমে লোকজীৱনত প্ৰচলিত সাধুকথাবোৰ সংগ্ৰহ কৰি 'বুঢ়ী আইৰ সাধু', 'ককাদেউতা আৰু নাতিল'ৰা' – এই গ্ৰন্থ দুখনি প্ৰকাশ কৰে। 'বুঢ়ী আইৰ সাধু'ত সন্নিবিষ্ট লেখকৰ বক্তব্যখিনি পঢ়ি ধৰণা হয় বেজবৰুৱা আছিল এজন প্ৰকৃত লোকসংস্কৃতিবিদ। তেওঁ কৈছিল ঃ 'মানুহৰ জাতীয় জীৱনৰ অলিখিত পুৰণি বুৰঞ্জী জানিবৰ নিমিত্তে ফাইল'লজি অৰ্থাৎ ভাষাতত্ত্ব আৰু মাইথ'লজি অৰ্থাৎ পুৰাণতত্ত্ব যেনেকুৱা লাগতিয়াল, ফ'কল'ৰ অৰ্থাৎ সাধুকথা তত্ত্বও তেনেকুৱা লাগতিয়াল' (পাতনি, বুঢ়ী আইৰ সাধু)। লোককথাৰ বিষয়বস্তুৰেই বেজবৰুৱাই তেওঁৰ ধেমেলীয়া নাটকেইখন (লিতিকাই, চিকৰপতি নিকৰপতি, পাচনি আৰু নোমল) ৰচনা কৰিছিল। বেজবৰুৱাৰ ৰচনাৱলীৰ বিভিন্ন অংশত লোকসাহিত্যৰ বিষয়বস্তুৱে বিভিন্ন ধৰণে ভুমুকি মাৰিছে। তাৰ উপৰি অসমীয়া লোকগীতৰ সুৰত গীত ৰচনাৰ আৰ্হিও বেজবৰুৱায়েই পোনপ্ৰথমে দেখুৱাই গৈছে।[৭] বেজবৰুৱাৰ কবিতাসমূহতো লোকজীৱনৰ উপাদান প্ৰচুৰ (দ্ৰষ্টব্য ঃ পৰৱৰ্তী ৩.০২ অধ্যায়)। বিষয়বস্তু, উপমা-চিত্ৰকল্পৰ উপৰিও বেজবৰুৱাৰ কবিতাত লোকবিশ্বাস আৰু লোকসংস্কাৰবো প্ৰতিফলন আছে (দ্ৰষ্টব্য ঃ পৰৱৰ্তী ৬.০২ অধ্যায়)। মুঠতে অসমৰ লোকসংস্কৃতিৰ লগত, আধুনিক অসমীয়া কবিসকলৰ ভিতৰত বেজবৰুৱাৰ সম্পৰ্কই আছিল নিবিড়। সেয়ে ক'ব পাৰি, অসমৰ লোকসংস্কৃতি, অসমৰ লোকসাহিত্য — মুঠতে অসমীয়া লোকমানসৰ আপোন সুৰত বেজবৰুৱাৰ সাহিত্যৰ তাঁৰকেইডাল যেন গোপনে বন্ধা আছিল।[৮]

বেজবৰুৱাৰ পৰৱৰ্তী কবিসকলৰ সৰহ সংখ্যকেই তেওঁলোকৰ কবিতাৰ মাজত সচেতনভাৱেই লোকসাংস্কৃতিক উপাদানৰ প্ৰয়োগ কৰিছে। লোকসাংস্কৃতিক উপাদানক বিষয়বস্তুৰূপে লৈ কবিতা ৰচনা কৰা কবিসকলৰ ভিতৰত নাম ল'ব পৰা দুজনমান কবি হ'ল – আনন্দচন্দ্ৰ আগৰৱালা (যেনে- পানেশৈ, ফুলকোঁৱৰ আদি কবিতা), ৰঘুনাথ চৌধাৰী (যেনে- ব'হাগীৰ বিয়া, কেতেকী, মনাই ব'ৰাগী আদি কবিতা), নলিনীবালা দেৱী (যেনে- ৰঙালী বিহু, ভোগালী বিহু আদি কবিতা), ডিম্বেশ্বৰ নেওগ (যেনে- বিহুৱতী, থুপিতৰা কাব্যপুথি), পাৰ্বতিপ্ৰসাদ বৰুৱা (যেনে-ভঙা টোকাৰীৰ সুৰ, লখিমী কাব্য), আনন্দচন্দ্ৰ বৰুৱা (যেনে- কাতিবিহুৰ দিনা, মাঘবিহু, শিশিনীলৈ আদি কবিতা) ইত্যাদি।

বিষয়বস্তুৰ উপৰিও অসমীয়া ৰোমাণ্টিক কাব্য-সাহিত্যৰ সৰহসংখ্যক কবিয়ে কবিতাত লোকসংস্কৃতিৰ প্ৰকাশভংগীয়ে (জতুৱা ঠাঁচ, খণ্ডবাক্য, প্ৰবাদবাক্য আদি) প্ৰাধান্য লাভ কৰিছে। লোকজীৱনৰ পৰা গৃহীত চিত্ৰকল্প আৰু উপমাদি অলংকাৰৰ প্ৰয়োগ আৰু লৌকিক ছন্দসজ্জাৰ আৰ্হিত আধুনিক অসমীয়া কবিতাৰ ছন্দসজ্জা নিৰ্মাণ আদিৰে ৰোমাণ্টিক কবিসকলে তেওঁলোকৰ কাব্য-কৃতিত লোকসংস্কৃতিৰ প্ৰভাৱৰ পৰিধিয়েই বিস্তৃত কৰি দিলে। তাৰ উপৰি লৌকিক গীত-মাতৰ সুৰেও বেজবৰুৱা পৰৱৰ্তী ভালেকেইজন গীতিকাৰক (যেনে – পাৰ্বতিপ্ৰসাদ বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, কমলাকান্ত ভট্টাচাৰ্য আদি) প্ৰভাৱিত কৰি গৈছে। এনেদৰে বিচাৰ কৰি চালে দেখা যায় যে অসমীয়া ৰোমাণ্টিক কবিতাত অসমীয়া

লোকসাহিত্যৰ বিষয়-বস্তু, প্ৰকাশভংগী, ভাষা-ছন্দ আদি সকলো ক্ষেত্ৰতে প্ৰভাৱ নিপতিত হৈছে।

## প্ৰসংগ-নিৰ্দেশ

১. Jonas Balys, Source *SDFML*, P-398.

২. William R. Bascom, Source, *SDFML*, P-399.

৩. Arecher Taylor, 'Folklore and the student of literature', *The Study of Folklore*, (ed.) Alan Dundes, P-34.

৪. Alan Dundes (ed.), *The Study of Folklore*, Pp-14-15.

৫. ‘সংহত সমাজেই লোকসমাজ’।
– আশুতোষ ভট্টাচাৰ্য, *বাংলাৰ লোকসাহিত্য*, পৃষ্ঠা-২

৬. Maxim Gorky, *On Literature*, P-21.

৭. M. Edward Leach (ed.) *SDFML*, Vol-I, P-399.

৮. বিশ্বাস ঃ প্ৰত্যয়, পতিয়ন, নিষ্ঠা; *চন্দ্ৰকান্ত অভিধান*, ৩য় সংস্কৰণ, পৃষ্ঠা-৮৫১
সংস্কাৰ ঃ সংশোধন বা সূচী কাৰ্য, ইতৰ জন্তুৰ স্বাভাৱিক জ্ঞান, *উল্লিখিত গ্ৰন্থ*, পৃষ্ঠা-৮৫১

৯ 'An ignorant and traditional belief, an deeprooted but unfounded general belief.'
– *Chambers Twentieth Century Dictionary*, P-1356.

১০. মাৰ্টিন লিং, উৎস, বৰুণকুমাৰ চক্ৰৱৰ্তী, *লোকবিশ্বাস ও লোকসংস্কাৰ*, পৃষ্ঠা-১

১১. Carvent Read, *Man and His Superstition*, P-204.

১২. Christiana Hale, Foreword, *Encyclopaedia of Supertitions*, P-204.

১৩. বৰুণকুমাৰ চক্ৰৱৰ্তী, *লোকবিশ্বাস ও লোকসংস্কাৰ*, পৃষ্ঠা-৭

১৪. আমাৰ ভালেমান সংস্কাৰ মূলতঃ ধৰ্মীয় আচাৰ-আচৰণৰ পৰাই উদ্ভৱ হৈছে। ভাৰতীয় সাহিত্যৰ প্ৰাচীনতম লিখিত গ্ৰন্থ ঋক্‌বেদত আমাৰ কিছুমান সংস্কাৰৰ মূল বিচাৰি পোৱা যায়। উদাহৰণ স্বৰূপে কেচাৰ এটা বিশেষ চিলনীক অমংগলসূচক বুলি বিশ্বাস কৰা হয়। বেদত কেচাৰ চিলনীৰ পৰা হ'ব পৰা অমংগল নাশৰ মন্ত্ৰ আছে (দ্ৰষ্টব্যঃ ঋক্‌বেদ, ১০ম মণ্ডল, সূক্ত নং ১৬৫, পৃষ্ঠা ৬৬৬)। আকৌ যাত্ৰাকালত পিছফালৰ পৰা মতাটো অশুভ বুলি আমাৰ সমাজত বিবেচিত হয়। এই বিশ্বাসৰ মূল বেদতেই পোৱা যায় (দ্ৰষ্টব্যঃ *কৃষ্ণ যজুৰ্বেদ*, ৭ম প্ৰপাঠক, পৃষ্ঠা-৩৩১)। আমাৰ সমাজত ভাতৃ-ভগ্নীৰ বিবাহ

নিষিদ্ধ, ভাতৃ-ভগ্নীৰ সংগম যোৰতৰ পাপৰূপে বিবেচিত হয়। এই বিশ্বাসৰো মূল ঋক্‌বেদেই (দ্ৰষ্টব্যঃ *ঋক্‌বেদ*, ১০ম মণ্ডল, সূক্ত নং - ১০, পৃষ্ঠা-৪৬৪)।

১৫. পবিত্ৰ সৰকাৰ, *লোকভাষা লোকসংস্কৃতি*, পৃষ্ঠা-৮৬

১৬. এই সন্দৰ্ভত আমাৰ সমাজত প্ৰচলিত যাত্ৰা সম্বন্ধীয় কিছুমান লোকবিশ্বাস আৰু লোকসংস্কাৰৰ উল্লেখ কৰিব পাৰি। ঘৰৰ পৰা যাত্ৰা কৰাৰ সময়ত হাচি আহিলে যাত্ৰাত বাধা পৰে বুলি বিশ্বাস কৰা হয়। সেয়ে এই বাধা অতিক্ৰম কৰিবৰ বাবে কিছুসময় বৈ পুনৰ যাত্ৰাৰ বাবে ওলায়। এই বৈ থকা কাৰ্যটি সংস্কাৰৰ অন্তৰ্গত। একেলগে তিনিজন ব্যক্তি যাত্ৰা কৰা, যাত্ৰাৰ সময়ত ক'লা বৰণৰ বস্তু দেখা অমংগলসূচক বুলি বিবেচিত হয়। ঠিক যাত্ৰাৰ মুহূৰ্ততে কেনেবাকৈ আঘাত পালে যাত্ৰাত বাধা পৰা বুলি বিশ্বাস কৰা হয়।

১৭. 'লোকসাহিত্যৰ সৰ্বাতোকৈ লক্ষণীয় বিশেষত্বটো হ'ল ইয়াৰ অভিপ্ৰায়ৰ বিশ্বজনীনতা। বিশ্বৰ যিকোনো প্ৰান্তৰৰ লোকসাহিত্য বিশ্লেষণ কৰিলে দেখা যায় যে সিবোৰৰ মানসিক অভিপ্ৰায়ৰ এক আশ্চৰ্যজনক মিল আছে। সংস্কৃতি, ভাষা, আচাৰ-ব্যৱহাৰ, উৎসৱ-অনুষ্ঠান, লোকবিশ্বাস আৰু আৰ্থ-সামাজিক অৱস্থান ভিন্নতৰ হ'লেও জনগোষ্ঠীসমূহৰ চিন্তা-চেতনাত একে ধৰণৰ ঘটনা আৰু অভিজ্ঞতাই অহা-যোৱা কৰে।'
– দিব্যজ্যোতি মজুমদাৰ, *লোককথাৰ ঐতিহ্য*, পৃষ্ঠা-১৮০

১৮. 'Folklore is an echo of the past, but at the same time it is also vigorous voice of the present.'
– Y.M. Sokolov, *Russian Folklore*, P-15.

১৯ 'Folklore occurs in all societies even the most highly urbanised.'
– *The Encyclopaedia Americana*, Vol-II, P-422.

২০ 'For the modern folklorist there is no paradox whatsever in speaking of an urban folk. There are urban folk just as there are rural folk.'
– Alan Dundes, *Op. cit*, Pp-17-18.

২১ 'Folklore studies in full perspective -- ancient and modern, literary and historical, primitive and advanced, sociological and psychological-premise great rewards in understanding of man and society.'
– Kenneth and Mary Clarke, *Introducing Folklore*, P-123.

২২ তুষাৰ চট্টোপাধ্যায়, *লোকসংস্কৃতিৰ তত্ত্বৰূপ ও স্বৰূপ সন্ধান*, পৃষ্ঠা-৫২

২৩ 'The term 'folk' can refer to any group of people whatsever

who share at least one common factor.'
-- Alan Dundes, *Op. cit.*, P-2.

২৪ চিত্ত মণ্ডল, *ফোকলোৰৰ স্বৰূপ*, পৃষ্ঠা-৪৫

২৫. উদাহৰণ স্বৰূপে মৃতদেহ শ্মশানলৈ নিয়াৰ পাছত মৃতকৰ ঘৰৰ সকলোৱে মূৰ তিয়াই গা ধুব লাগে। স্বামীৰ মৃত্যুৰ পাছত হিন্দু নাৰীয়ে শিৰৰ সেন্দুৰ মচি পেলাব লাগে, অলংকাৰ ত্যাগ কৰিব লাগে, ৰঙীন কাপোৰ ত্যাগ কৰি শুদ্ধ বগা কাপোৰ ধাৰণ কৰিব লাগে। শ্মশানৰ পৰা ঘূৰি আহাৰ পাছত মৃতকৰ পুত্ৰই জুইত ভৰি সেকি, শিলত ভৰি দি ঘৰৰ ভিতৰ সোমাব লাগে আৰু মৃতকৰ শ্ৰাদ্ধাদি কৰ্ম হৈ নোযোৱা পৰ্যন্ত কঁকালত কটাৰী এখন থ'ব লাগে ইত্যাদি।

২৬. উদাহৰণ স্বৰূপে গৰ্ভাৱস্থাৰ ন মাহত 'প্ৰসূতি সবাহ' অনুষ্ঠিত কৰা হয় আৰু সবাহত আইসকলে বিনাকষ্টে প্ৰসৱৰ বাবে গৰ্ভৱতী তিৰোতাক আশীৰ্বাদ দিয়ে। গৰ্ভৱতী অৱস্থাত নাৰীয়ে খাবলৈ ইচ্ছা কৰা সকলো বস্তু দিব লাগে বুলি কোৱা হয়। প্ৰসৱ অৱস্থাত কোনো মাতৃয়ে কষ্ট পালে মন্ত্ৰ ডোল বান্ধি বা সৰিয়হ জাৰি দিলে সু-প্ৰসৱ হয় বুলি বিশ্বাস কৰা হয়। সন্তান যদি পুত্ৰ হয় তেনেহ'লে জন্মৰ সময়ত উৰুলি আৰু কন্যা হ'লে বেৰত ঢকিয়াব লাগে। সদ্যোজাত সন্তানক পিতৃয়ে চালনী এখনৰ ফুটাৰ মাজেৰে চাব লাগে বুলি কোৱা হয়। সন্তানৰ জন্মৰ পিছত এঘাৰ দিনলৈ মাকগৰাকী অশুচি বুলি গণ্য কৰা হয়।

২৭. উদাহৰণ স্বৰূপে তিনি সংখ্যাটো অসমীয়া সমাজত শুভ আৰু অশুভ দুয়ো ক্ষেত্ৰতে বিবেচিত হয়। যেনে, তিনিজন ব্ৰাহ্মণৰ একেলগে যাত্ৰা নিষেধ, আনহাতে ভগৱানৰ আশীৰ্বাদ লাভৰ বাবে প্ৰাৰ্থনাৰ পাছত তিনিবাৰ প্ৰণাম জনোৱা হয়। আকৌ অশুভ শক্তিক খেদোৱাৰ উদ্দেশ্যে আক্ৰান্ত ব্যক্তিৰ ওপৰত বিশেষ কোনো দ্ৰব্য তিনিবাৰ ছটিওৱা হয়। পাঁচ সংখ্যাটো শুভ সংখ্যাৰূপে পৰিগণিত। সেয়ে দেৱ-দেৱীৰ ওচৰত আৰতি কৰা হয় পঞ্চপ্ৰদীপ লৈ; পুণ্য অৰ্জনৰ বাবে হিন্দুসকলে পাঁচজন ব্ৰাহ্মণক ভোজন কৰায়; পূজাৰ ঘটত স্থাপন কৰা হয় পঞ্চপল্লৱ ইত্যাদি।

২৮. লোকবিশ্বাস আছে — যাত্ৰাৰ সময়ত পিছফালৰপৰা মাতিলে অমংগল হয়। যাত্ৰাৰ সময়ত হাচি আহিলে ক্ষন্তেক বৈ পুনৰ যাত্ৰা কৰিব লাগে।

২৯. ক'লা বৰং অসমীয়া সমাজত অশুভ ৰংৰূপে চিহ্নিত, ক'লা মেকুৰী অশুভতাৰ প্ৰতীক।

৩০. সোঁ হাতৰ তলুৱা খজুৱালে অৰ্থলাভ, কিন্তু বাওঁ হাতৰ তলুৱা খজুৱালে সি ক্ষতিৰ দ্যোতক।

৩১. উদাহৰণ স্বৰূপে শুক্ৰ, শনি আৰু বৃহস্পতিবাৰে নখ; মঙল, শনি আৰু বৃহস্পতিবাৰে চুলি আৰু জন্মবাৰত চুলি-নখ কাটিব নাপায় বুলি অসমীয়া সমাজত একোটা বিশ্বাস প্ৰচলিত আছে।

৩২. Phillipa Waring, *A Dictionary of Omens and Superstitions*, Preface, Pp-viii.

৩৩. সাম্প্ৰতিক কালত প্ৰচলিত তেনে এক সংস্কাৰ হ'ল দ্বিতীয় মহাযুদ্ধৰ সময়ৰ পৰা প্ৰচলিত একেডাল জুইশলা কাঠিৰে তিনিটা চিগাৰেট জ্বলাব নালাগে বোলা সংস্কাৰটো। সংস্কাৰটোৰ মূলতে আছে শত্ৰুৱে যাতে বিপৰীত পক্ষৰ সৈন্যৰ অৱস্থান লক্ষ্য কৰি গুলী কৰিব নোৱাৰে —এই কথাটো। প্ৰথমজনে জ্বলাওতে গুপুত স্থানত লুকাই থকা সৈন্যৰ অৱস্থিতি শত্ৰুৱে ধৰা পেলায়, দ্বিতীয়জনে জ্বলালে শত্ৰুৱে লক্ষ্য স্থিৰ কৰিবলৈ সুবিধা পায় আৰু তৃতীয়জনে জ্বলাওতে শত্ৰুৱে নিৰ্দিষ্ট স্থান লক্ষ্য কৰি গুলী কৰিবলৈ সুবিধা পায়। সেইবাবেই একেডাল জুইশলা কাঠিৰে তিনিটা চিগাৰেট জ্বলোৱা কাৰ্য দুৰ্ভাগ্যসূচক বুলি বিবেচনা কৰা হয়। সাধাৰণ জীৱনতো আধুনিক কালৰ বহুতো লোকেই এই বিশ্বাস মানি চলে।

— দ্ৰষ্টব্যঃ বৰুণকুমাৰ চক্ৰৱৰ্তী, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৪৭

৩৪. নিৰ্মলপ্ৰভা বৰদলৈ, *অসমৰ লোকসংস্কৃতি*, পৃষ্ঠা-১৯

৩৫. 'Folklore and Folk tradition have formed a large component of emergent nationalism'

– RM Dorson, 'The question of Folklore in a Nation'. *Journal of the Folklore Institute*, Vol-3, P-276.

৩৬. 'Literature before Literature', The study of World Literature. উদ্ধৃত, তুষাৰ চট্টোপাধ্যায়, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-১২৩

৩৭. সত্যেন্দ্ৰনাৰায়ণ মজুমদাৰ, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৫

৩৮. (অনূদিত) 'গ্ৰাম্য সাহিত্য', *লোকসাহিত্য*, পৃষ্ঠা-৯২

৩৯. বিৰিঞ্চিকুমাৰ বৰুৱা, *অসমৰ লোকসংস্কৃতি*, পৃষ্ঠা-২৯

৪০. C.M. Bowra, *Creative Experiment*, P-2.

৪১. 'ৱৰ্ডছৱৰ্থৰ মতে কবিতাৰ বিষয়-বস্তু হ'ব লাগিব চহা জীৱনৰ পৰা বুটলি লোৱা চৰিত্ৰ আৰু ঘটনাৰ ওপৰত প্ৰতিষ্ঠিত'।

– Edward Albert, *A History of English Literature*, P-295.

৪২. 'বেজবৰুৱাৰ যুগত অসম আছিল এখন ডাঙৰ গাঁও। জাতীয় মন, মধ্যযুগীয়া সংস্কাৰ আৰু ভাবানুভূতিৰে সেই অসম প্লাৱিত হৈ আছিল। চহৰ আছিল মাথোন কলিকতা, কিন্তু কলিকতা আছিল সুদূৰ।'

–দিলীপ বৰুৱা, 'বেজবৰুৱাৰ সাহিত্য-দৰ্শন', *বেজবৰুৱা*, পৃষ্ঠা-২১.

৪৩. Bhaben Baruah, 'The Road to Lakshminath Bezbaroa', *Lakshminath Bezbaroa : The Sahityarathi of Assam*, P-33.

৪৪. যজ্ঞেশ্বৰ শৰ্মা, 'অসমীয়া সাহিত্যত চন্দ্ৰকুমাৰ আগৰৱালা', *চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা*, পৃষ্ঠা-১৬২

৪৫. ভবেন বৰুৱা, 'বেজবৰুৱাৰ সাহিত্য জগতত প্ৰাচ্য আৰু পাশ্চাত্য', *বেজবৰুৱা*, পৃষ্ঠা-৪৭

৪৬. যজ্ঞেশ্বৰ শৰ্মা, *লক্ষ্মীনাথ বেজবৰুৱা আৰু গাঁৱলীয়া জীৱন*, পৃষ্ঠা-১৩

৪৭. যেনে ঃ 'টকা, পেঁপা ,ঢোল' গীতটি হুঁচৰিৰ সুৰত; 'সখী হে কি ক'ম দুখৰ কথা' গীতটি (জয়মতী কুঁৱৰী ১/৩), 'সোণবৰণীয়া কেতেকী ধুনীয়া' গীতটি (চক্ৰধ্বজসিংহ, ৫/১) লোকগীতৰ সুৰত; 'বৰদৈচিলা' আৰু 'চেনেহ চেনেহীলৈ' গীত দুটি বনঘোষাৰ সুৰত ৰচনা কৰিছিল।

৪৮. ভবেন বৰুৱা, *পূৰ্বোক্ত প্ৰবন্ধ*, পৃষ্ঠা-৪৭।

# তৃতীয় অধ্যায়

## ৩.০১ ৰোমাণ্টিক কবিতাৰ বিষয়বস্তু নিৰ্বাচনত লৌকিক জীৱন আৰু সাহিত্যৰ প্ৰভাৱ

অসমীয়া ৰোমাণ্টিক কবিতাৰ গঠন আৰু বিকাশত অসমৰ লোকমন আৰু লোকবিশ্বাসে বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। লোকজীৱনৰ প্ৰতি এক গভীৰ মমত্ববোধ অসমীয়া ৰোমাণ্টিক কবিতাৰ অন্যতম প্ৰধান লক্ষণ আছিল। আধুনিক অসমীয়া কবিতাৰ জন্মৰ সময়টো অৰ্থাৎ ঊনবিংশ শতিকাৰ শেষৰ দুটা দশকত অসমৰ যিটো সামাজিক পৰিবেশ বা অৱস্থা তাক প্ৰকৃততে লোকসমাজৰ পৰিবেশ বুলিয়েই অভিহিত কৰিব পাৰি। বস্তুকেন্দ্ৰিক কৃত্ৰিম নাগৰিক সভ্যতাৰ অভিঘাতে স্পৰ্শ নকৰা তেনে এক লৌকিক বাতাবৰণত অসমীয়া ৰোমাণ্টিক কবিসকলে কৰা সৃষ্টিসমূহত স্বাভাৱিকতে লোকজীৱনে বিশেষ স্থান লাভ কৰিছিল। কবিতাৰ বিষয়বস্তু, ভাববস্তু, ছন্দ-অলংকাৰ আদি সকলো ক্ষেত্ৰতে লৌকিক জীৱন আৰু সাহিত্যই প্ৰভাৱ বিস্তাৰ কৰিছিল।

অসমীয়া ৰোমাণ্টিক কবিতাৰ বিষয়-বস্তু গঠনত লৌকিক জীৱন আৰু সাহিত্যই যি প্ৰভাৱ বিস্তাৰ কৰিছে তাক সামগ্ৰিকভাৱে দুটা ভাগত বিভক্ত কৰিব পাৰি ঃ (১) বহিৰংগ প্ৰভাৱ আৰু (২) অন্তৰংগ প্ৰভাৱ। বহিৰংগ প্ৰভাৱৰ ভিতৰত লোকজীৱনৰ পৰা পোনপটীয়াকৈ গ্ৰহণ কৰা বিষয়বস্তু, লোকসংস্কৃতিৰ ভিতৰুৱা উৎসৱ-অনুষ্ঠান, সংগীত-নৃত্য, সাজ-পোছাক, খাদ্য-কৃষি আৰু লোকসাহিত্যৰ অন্তৰ্গত বিভিন্ন সাহিত্য-ৰূপৰ প্ৰভাৱ নিৰ্দেশ কৰিব পাৰি। অন্তৰংগ প্ৰভাৱত লোক মানসিকতাৰ প্ৰভাৱ নিৰ্দেশ কৰিব পাৰি। ইয়াৰ ভিতৰত পৰে প্ৰবাদ-প্ৰৱচন, খণ্ডবাক্য, সাঁথৰ, মন্ত্ৰ, অন্ধবিশ্বাস, কু-সংস্কাৰ আৰু নানা লোকাচাৰ। লোকসংস্কৃতিৰ এনে বহিৰংগ আৰু অন্তৰংগ উপাদানসমূহে আধুনিক অসমীয়া কবিতাৰ বিষয়বস্তু গঠনত কেনেদৰে প্ৰভাৱ বিস্তাৰ কৰিছিল সেই বিষয়ে তলত আলোচনা কৰা হৈছে।

### (১) বহিৰংগ প্ৰভাৱ

অসমীয়া ৰোমাণ্টিক কবিতাৰ ভালেমানৰে বিষয়বস্তু পোনপটীয়াকৈ লোকজীৱনৰ পৰাই গৃহীত হৈছে। বিভিন্ন কবিৰ হাতত এনে বিষয়বস্তুৱে কেনে ৰূপ লৈছে তলৰ উদাহৰণবোৰৰ পৰা সেই কথা স্পষ্ট হ'ব।

প্ৰথম অসমীয়া ৰোমাণ্টিক কবি চন্দ্ৰকুমাৰ আগৰৱালাৰ এটি উল্লেখযোগ্য কবিতা 'বীণ বৰাগী'। স্বাধীনতাপূৰ্ব কাললৈকে অসমৰ গাঁৱে-ভূঞে হাতত এখন বীণ বা টোকাৰী লৈ

গীত গাই ফুৰা এক শ্ৰেণীৰ ব'ৰাগী লোক আছিল। এই ব'ৰাগীসকলে সাংসাৰিক সুখলৈ পিঠি দি দেহবিচাৰ বা তেনে ধৰণৰ ভক্তিমূলক গীত গাই গাঁৱে গাঁৱে ঘূৰি ফুৰিছিল। কেতিয়াবা তেওঁলোকে ঐহিক জীৱনৰ নানা কৰুণ-কাহিনীও গীতৰ মাজেৰে ৰূপায়িত কৰিছিল। এনে বীণ ব'ৰাগীৰ চৰিত্ৰক ভিত্তি কৰিয়েই আগৰৱালাই তেওঁৰ বিখ্যাত কবিতাটো ৰচনা কৰিছে। একেদৰে লক্ষ্মীনাথ বেজবৰুৱাৰ দেশপ্ৰেমমূলক কবিতা 'বীণ ব'ৰাগী'ৰো আধাৰ অসমীয়া সমাজৰ এই বীণ ব'ৰাগীয়েই। অন্যান্য ৰোমাণ্টিক কবিসকলেও বীণ ব'ৰাগীক তেওঁলোকৰ কবিতাত স্থান দিছে। উদাহৰণ স্বৰূপে মনাই ব'ৰাগী (ৰঘুনাথ চৌধাৰী), ব'ৰাগী (নলিনীবালা দেৱী), ব'ৰাগীৰ গীত (বিনন্দচন্দ্ৰ বৰুৱা), ব'ৰাগীৰ বীণ, পোহৰ ব'ৰাগী (জ্যোতিপ্ৰসাদ আগৰৱালা), বীণ ব'ৰাগী (পাৰ্বতিপ্ৰসাদ বৰুৱা) আদি কবিতা এই প্ৰসংগত স্মৰণযোগ্য।

লোকসংস্কৃতিৰ পোনপটীয়া বিষয়বস্তুৰে বেজবৰুৱাই কে'বাটাও কবিতা ৰচনা কৰিছে। তেওঁৰ 'ধনবৰ আৰু ৰতনী' আৰু 'ৰতনীৰ বেজাৰ' – এই দুয়োটি কবিতা পোনপটীয়াকৈ অসমৰ গ্ৰাম্যজীৱনৰে চিত্ৰ। দিখৌ আৰু ধনশিৰি – অসমৰ এই দুখন নদীৰ পাৰত বসবাস কৰা মিচিং সমাজৰ এহাল ডেকা-গাভৰুৰ প্ৰণয়ৰ দুখাত্মক চিত্ৰ কবিতাদুটিত অংকিত হৈছে (দ্ৰষ্টব্য ঃ পৰৱৰ্তী ৩.০২ অধ্যায়)। 'তিলকা' নামৰ তেওঁৰ মালিতাটিত এগৰাকী অসমীয়া বাল্য বিধৱাৰ কৰুণ ছবি জিলিকি উঠিছে। বেজবৰুৱাৰ 'আমাৰ জন্মভূমি' কবিতাটিত অসমীয়া সংস্কৃতিৰ সামগ্ৰিক ৰূপটোৱেই যেন উঠলি উঠিছে। দুৰ্গেশ্বৰ শৰ্মাৰ 'ৰাঙলা' আৰু 'প্ৰণয় বাতৰি' – এই দুয়োটি কবিতাৰে বিষয়বস্তু অসমৰ লোকজীৱন। 'বুঢ়া ডাঙৰীয়া', 'যখিনী', 'জলকুঁৱৰী' আদি বিষয়ো শৰ্মাৰ কবিতাৰ বিষয়বস্তুৰূপে বিধৃত হৈছে। আনন্দচন্দ্ৰ আগৰৱালাৰ মালিতা দুটি (পানেশৈ আৰু ফুলকোঁৱৰ) যিহেতু একোটা প্ৰাচীন সাধু আৰু মালিতাৰ আধাৰত নিৰ্মিত সেয়ে দুয়োটি মালিতাতে অসমীয়া লোকজীৱনৰ একোখন স্পষ্ট ছবি উদ্ভাসিত হৈ উঠিছে। লোকজীৱনৰ পৰা গৃহীত পোনপটীয়া বিষয়বস্তুৰে ৰচিত অন্যান্য কবিতাসমূহৰ ভিতৰত বৰদৈচিলা (হেমচন্দ্ৰ গোস্বামী), আমাৰ গাঁও (আনন্দচন্দ্ৰ আগৰৱালা), মোৰ গাঁও (ডিম্বেশ্বৰ নেওগ), গৰখীয়া গীত (বিনন্দচন্দ্ৰ বৰুৱা), শিপিনীলৈ (আনন্দচন্দ্ৰ বৰুৱা), অক'মান ল'ৰা অক'মাণি ছোৱালী (জ্যোতিপ্ৰসাদ আগৰৱালা) আদি উল্লেখযোগ্য।

জাতীয় উৎসৱ হিচাপে বিহুৱে বিভিন্নজন অসমীয়া কবিৰ কবিতাত প্ৰধান বিষয়-বস্তু হিচাপে স্থান লাভ কৰিছে। কবিতাৰ বিভিন্ন প্ৰসংগত বিহুৰ অজস্ৰ উল্লেখৰ কথা এৰিলেও বিহুক কবিতাৰ বিষয়বস্তু ৰূপে লৈ ৰচনা কৰা কবিতাৰ সংখ্যাও যথেষ্ট। উদাহৰণ স্বৰূপে লক্ষ্মীনাথ বেজবৰুৱাৰ 'বিহু', 'বিহুৱান' (বেজবৰুৱা গ্ৰন্থাৱলী, ২য় খণ্ড, পৃষ্ঠা ৯৬৬/১০০২), দুৰ্গেশ্বৰ শৰ্মাৰ 'বিহু' (ৰচনাৱলী/১৫০), নলিনীবালা দেৱীৰ 'বিহু অপেচৰী' (অলকানন্দা/২৬৩), 'ভোগালী বিহু', 'ৰঙালী বিহু' (পৰশমণি/১১৯,১২২), ডিম্বেশ্বৰ নেওগৰ 'বিহু', 'বিহুৱতী' (নেওগ কাব্যমালা৭৮/৯১) আৰু 'বিহুৱান' (বিচিত্ৰা/২১), পাৰ্বতিপ্ৰসাদ বৰুৱাৰ 'বিহু চেনো বিহুৱান', 'আহিলি ৰঙিলী বাওলী' (ৰচনাৱলী২৮/৬০), আনন্দচন্দ্ৰ বৰুৱাৰ 'কাতি বিহুৰ দিনা' আৰু 'মাঘ বিহু' (বকুল বনৰ কবিতা ১৪/১৫) আৰু দেৱকান্ত বৰুৱাৰ 'বিহুৰ পেঁপা' (সাগৰ

দেখিছা/১৭) আদি কবিতা এই প্ৰসংগত স্মৰণ কৰিব পাৰি।

বহিৰংগ প্ৰভাৱৰ ভিতৰত অসমৰ উৎসৱ অনুষ্ঠানসমূহৰ প্ৰভাৱ চকুত লগা। উৎসৱ-অনুষ্ঠানসমূহৰ ভিতৰত কিছুমান শাস্ত্ৰীয় আৰু কিছুমান অশাস্ত্ৰীয়, একেদৰে কিছুমান ব্যক্তিগত আৰু কিছুমান সামাজিক। এনে উৎসৱ-অনুষ্ঠানক বিষয়বস্তুৰূপে লৈ ভালেমান অসমীয়া ৰোমাণ্টিক কবিতা ৰচিত হৈছে। তাৰ উপৰি বিভিন্ন কবিৰ কবিতাত সিবোৰৰ বিশেষ উল্লেখো প্ৰসংগক্ৰমে লক্ষ্য কৰিব পাৰি। আমৰ আলোচ্য দহজন কবিৰ কবিতাৰপৰা সিবোৰৰ বিস্তৃত তালিকা একোখন তলত দিয়াৰ দৰে নিৰ্দেশ কৰিব পাৰি—

## তালিকা (ক) : উৎসৱ-অনুষ্ঠান

| উৎসৱ-অনুষ্ঠান | কবি | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| বিহু | লক্ষ্মীনাথ বেজবৰুৱা | বিহু | বেজবৰুৱা গ্ৰন্থাৱলী | ৯৬৬ |
| ঐ | আনন্দচন্দ্ৰ আগৰৱালা | নৱবৰ্ষ | আনন্দচন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী | ২ |
| ঐ | ডিম্বেশ্বৰ নেওগ | ৰঙালি বিহু | মালিকা | ৫ |
| ঐ | ঐ | বিহু | নেওগ কাব্যমালা | ৭৮ |
| ঐ | ঐ | বিহুৱতী | ঐ | ৯১ |
| ঐ | পাৰ্বতিপ্ৰসাদ বৰুৱা | বিহুচেৰা বিহুৱান | পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী | ২৮ |
| ঐ | ঐ | আহিলি ৰঙিলি ৰাঙলী | ঐ | ৬১ |
| ঐ | আনন্দচন্দ্ৰ বৰুৱা | কাতি বিহুৰ দিনা | বকুল বনৰ কবিতা | ১৪ |
| ঐ | ঐ | মাঘ বিহু | ঐ | ৯৫ |
| হুচৰি | পাৰ্বতিপ্ৰসাদ বৰুৱা | বুঢ়া আহত আৰু বোৱতী নৈ | ৰচনাৱলী | ৭৯ |
| ভাওনা | আনন্দচন্দ্ৰ আগৰৱালা | আমাৰ গাঁও | গ্ৰন্থাৱলী | ১৫ |
| ঐ | ৰঘুনাথ চৌধাৰী | ব'হাগীৰ বিয়া | ৰচনাৱলী | ৮০,৯৮ |
| ঐ | জ্যোতিপ্ৰসাদ আগৰৱালা | অক'মানি জোনালী | জ্যোতিপ্ৰসাদ ৰচনাৱলী | ৭১৫ |
| ওজাপালি | ৰঘুনাথ চৌধাৰী | ব'হাগীৰ বিয়া | ৰচনাৱলী | ১১ |
| দীপান্বিতা | বিনন্দচন্দ্ৰ বৰুৱা | তোমাৰ পূজা | প্ৰতিধ্বনি | ৯ |

| উৎসৱ-অনুষ্ঠান | কবি | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| দীপান্বিতা | আনন্দচন্দ্র বৰুৱা | মাঘ বিহু | বকুল বনৰ কবিতা | ৯৫ |
| বিবাহ | ৰঘুনাথ চৌধাৰী | ব'হাগীৰ বিয়া | ৰচনাৱলী | ৭ |
| ঐ | আনন্দচন্দ্র বৰুৱা | পেগোৰা | সেই নিমাতী পুৰাৰ পৰা | ৩২ |
| ঐ | জ্যোতিপ্ৰসাদ আগৰৱালা | অক'মানি ছোৱালী | ৰচনাৱলী | ৭১৬ |
| সৱাহ | আনন্দচন্দ্র আগৰৱালা | আমাৰ গাঁও | গ্ৰন্থাৱলী | ১৫ |
| ঐ | জ্যোতিপ্ৰসাদ আগৰৱালা | নৱবিপ্লৱী কবি জাগে | ৰচনাৱলী | ৬২৪ |
| ন খোৱা | আনন্দচন্দ্র বৰুৱা | পুনৰ্জন্ম | বকুল বনৰ কবিতা | ১৯৮ |
| জন্মাষ্টমী | ঐ | শ্ৰীকৃষ্ণৰ জন্মাষ্টমী | ঐ | ১৩৫ |

লোকগীত আৰু লোকনৃত্যই অসমৰ লোকসংস্কৃতিত এখনি বিশিষ্ট আসন অধিকাৰ কৰি আছে। গ্ৰাম্য সমাজৰ অৱসৰ বিনোদনৰ প্ৰধান প্ৰক্ৰিয়াস্বৰূপ এই নৃত্য-গীতৰ অনুষ্ঠানৰ লগত জড়িত হৈ আছে লোকবাদ্যসমূহ। অসমীয়া ৰোমাণ্টিক কবিতাত অসমীয়া লোকগীত, লোকনৃত্য আৰু লোকবাদ্যৰ বিভিন্ন সমল উল্লিখিত হৈছে। এনেবোৰ সমল কিছুমান কবিতাত বিষয়-বস্তুৰূপেও বিধৃত হৈছে। লোকসংস্কৃতিৰ এই সমলবোৰ কবিতাত কেনেদৰে প্ৰয়োগ হৈছে তলৰ তালিকাৰ পৰা সেই কথা স্পষ্ট হ'ব--

## তালিকা (খ) ঃ লোকগীত-নৃত্য আৰু লোকবাদ্যৰ সমলৰ প্ৰয়োগ

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| চন্দ্ৰকুমাৰ আগৰৱালা | বীণ | বীণ ব'ৰাগী | চন্দ্ৰামৃত | ৬১ |
| লক্ষ্মীনাথ বেজবৰুৱা | বাঁহী | বাঁহী (৫টা কবিতা) | বেজবৰুৱা গ্ৰন্থাৱলী | ৯৬০ |
| | বীণ | কবিতা | ঐ | ৯৬৪<br>৯৭৬<br>৯৬২ |
| | দবা-শঙ্খ-মৃদং-খোল | অসম সঙ্গীত | ঐ | ১০০৫ |
| আনন্দচন্দ্র আগৰৱালা | বাঁহী | বলম | গ্ৰন্থাৱলী | ৮ |
| | বীণ | ঐ | ঐ | ৮ |

| কবি | সমলৰ নাম | কৱিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| মফিজুদ্দিন আহমদ হাজৰিকা | খুটিতাল | মুনিচুনি বেলি | মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী | ২৬ |
| | ঢোল-কালি | ব'হাগীৰ বিয়া | ৰঘুনাথ চৌধাৰী ৰচনাৱলী | ৬০ |
| ৰঘুনাথ চৌধাৰী | জয়ঢোল | শঙ্কৰদেৱ | ঐ | ৬০ |
| | দোতাৰা | দহিকতৰা | ঐ | ২৫৭ |
| | গগনা | ঐ | ঐ | ২৬৪ |
| | সুতুলি | পুৱতী তৰা | ঐ | ২৭৮ |
| | বিহুনাম | কেতেকী | ঐ | ১৫৮ |
| | দবা-শঙ্খ-কাঁহ | শেষ উপহাৰ | বিচিত্ৰা | ১৭ |
| | মুৰুলী | যৌৱন যেতিয়া যাব | ঐ | ৩৭ |
| | ঢোল | মোৰ গাঁও | ঐ | ৫৪ |
| | বাঁহী | অভিমান | ঐ | ৫৯ |
| | ডম্বৰু | জীৱন | ঐ | ৪১ |
| ডিম্বেশ্বৰ নেওগ | বীণ | ভাগ্যলিপি | ঐ | ১৬ |
| | ঢাক, ঢোল, ভেৰি মহৰি, কালি | শেষ প্ৰয়াস | অসমা | ৭৫ |
| | ঢোল-পেঁপা | ঐ | ঐ | ৭৮ |
| | বিয়ানাম | আমি সাত ভাই-ভনী | নেওগ কাব্যমালা | ৭৫ |
| | টোকাৰী | ভঙা টোকাৰীৰ সুৰ | ৰচনাৱলী | ১৭ |
| | ঝুমুৰ, মাদল | অকলশৰীয়া | ঐ | ২৫ |
| পাৰ্বতিপ্ৰসাদ বৰুৱা | মৃদং | পুতৌ বেচেৰী পৃথিৱী | ঐ | ৫২ |
| | বীণ | ঐ | ঐ | ১০০ |
| | পেঁপা | গুণ-গুণনি | ঐ | ১০৩ |

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| পাৰ্বতিপ্ৰসাদ বৰুৱা | দবা-কাঁহ | লুইতী | ৰচনাবলী | ১৩৪ |
| | মঞ্জিৰা | ঐ | ঐ | ১৪৩ |
| | নেপুৰ | ঐ | ঐ | ১৪৩ |
| | ঢোল | ঐ | ঐ | ১৪৩ |
| | বিহুনাম | শুকুলা ডাৱৰ | ঐ | ১৬৩ |
| | পেঁপা | গীত ১ | জ্যোতিপ্ৰসাদ ৰচনাবলী | ৫২৫ |
| | গৰখীয়া গীত | ঐ | ঐ | ৫২৫ |
| | ভোৰতাল,খোল, বাঁহী | গীত-২০ | ঐ | ৫৩১ |
| | বনগীত-বৰগীত | গীত-১৪০ | ঐ | ৫৭৪ |
| | বৰধেমালি | গীত ১৩১ | ঐ | ৫৭০ |
| জ্যোতিপ্ৰসাদ | শঙ্খ | গীত ২৭৭ | ঐ | ৬১৩ |
| আগৰৱালা | বনঘোষা, বিহুনাম | শিল্পীৰ আলোকযাত্ৰা | ঐ | ৬২১ |
| | বিয়ানাম | কনকলতা | ঐ | ৬৪৮ |
| | জুনুকা | নতুন অকণমানিৰ গান | ঐ | ৬৫৩ |
| | বীণ | অসমীয়া ছোৱালীৰ উক্তি | ঐ | ৬৮৩ |
| | গায়ন-বায়ন | ঐ | ঐ | ৬৮৩ |
| | ঢোল, ঢাক, মৃদঙ্গ | ঐ | ঐ | ৬৮৩ |
| | একতাৰা | ঐ | ঐ | ৬৮৪ |
| | সুতুলি | তনু আৰু অতনুৰ প্ৰেম | বকুল বনৰ কবিতা | ৮ |
| | বাঁহী | বসন্ত বাহাৰ | ঐ | ১৯ |
| | টোকাৰী | অনন্ত প্ৰয়াস | ঐ | ৬৯ |
| | শংখ | ৰ'বা, অলপ অপেক্ষা কৰা | ঐ | ৯২ |
| | মুৰুলি | পূণ্য প্ৰভাত | ঐ | ১১০ |
| | মাদল-ঝুমুৰ | শিহিৰি বন | ঐ | ১২০ |

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| আনন্দচন্দ্ৰ বৰুৱা | ডম্বৰু | নেঘেৰিটিং | ঐ | ১৯৭ |
| | দবা-শঙ্খ | যাজ্ঞবল্ক আৰু মৈত্ৰেয়ী | সেই নিমাতী পুৰাৰ পৰা | ২১ |
| | বীণা | ঐ | ঐ | ২১ |
| | নূপুৰ | কালিন্দী ভোমোৰা | ঐ | ২৫ |
| | মৃদঙ্গ | ঐ | ঐ | ২৫ |
| বিনন্দচন্দ্ৰ বৰুৱা | জয়ঢোল | শ্মশান | শঙ্খধ্বনি | ৩৪ |
| | শঙ্খ-মৃদঙ্গ | ঐ | ঐ | ৩৪ |
| | বীণা | ৰুদ্ৰবীণা | ঐ | ৭২ |
| | ঢোল, দবা ভোৰতাল | গড়গাঁও | প্ৰতিধ্বনি | ৬৪ |
| | বীণ | বাজবীণ | ঐ | ৬৮ |
| | বিহুনাম | ৰঙপুৰ | ঐ | ৩১ |
| | গৰখীয়া গীত | গৰখীয়া গীত | শিশুধ্বনি | ২৭ |

সাজ-পাৰ আৰু অলঙ্কাৰ-পাতি একোটা জাতিৰ সভ্যতা-সংস্কৃতিৰ অন্যতম পৰিচায়ক। এই সাজ-পাৰ আৰু অলঙ্কাৰ-পাতিয়ে একোটা জাতিৰ আৰ্থিক অৱস্থাৰ পৰিচয় দিয়াৰ উপৰিও ইয়াৰ মাজতেই প্ৰকাশিত হয় জাতিটোৰ সুকুমাৰ শিল্পমন আৰু সৌন্দৰ্যপ্ৰিয়তা। আকৌ ভৌগোলিক পৰিবেশ অনুযায়ী একোটা জাতিৰ কৃষি-কৰ্ম-পদ্ধতি আৰু খাদ্য-তালিকা ভিন্ন হয়। খাদ্য আৰু কৃষিয়েই জাতি একোটাৰ বিশিষ্টতা প্ৰতিপন্ন কৰাত বিশেষ ভূমিকা গ্ৰহণ কৰে। অসমীয়া লোকসংস্কৃতিৰ এই উপাদানসমূহে আধুনিক অসমীয়া ৰোমাণ্টিক কবিতাৰ বিষয়-বস্তু গঠনত কেনে ভূমিকা পালন কৰিছে তলৰ তালিকাৰ পৰা সেই কথা স্পষ্ট হ'ব

## তালিকা (গ) ঃ সাজ-পাৰ, অলঙ্কাৰ-পাতি, খাদ্য-কৃষি-সমন্বিত জীৱন

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| | জোলোঙা | বীণ ব'বাগী | চন্দ্ৰামৃত | ৭৩ |
| | বীজৰ পজান | ঐ | ঐ | ৮০ |

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| চন্দ্ৰকুমাৰ | ঘানী | ফুলা সৰিয়হ ডৰা | ঐ | ৩৫ |
| | দৈ-পইতা, চিৰা | বৰদৈচিলা | বেজবৰুৱা গ্ৰন্থাৱলী | ১০০১ |
| | সান্দহ, পিঠা, তিলৰ লাডু | বিহুবান | ঐ | ১০০২ |
| | চালনী | চালনী আৰু বেজী | ঐ | ৯৬৬ |
| লক্ষ্মীনাথ বেজবৰুৱা | বিহুবান | বিহুবান | ঐ | ১০০২ |
| | জোলোঙা | মহাপ্ৰয়াণৰ যাত্ৰী | ঐ | ৯৮৩ |
| | পোৱালমণি | প্ৰিয়তমা | ঐ | ৯৫৭ |
| | কেৰু, লাটুমণি | কৃষ্ণৰ নিদ্ৰাভঙ্গ | ঐ | ১০০৪ |
| | ভঁৰাল | আমাৰ গাঁও | আনন্দচন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী | ১৫ |
| | খাটলি পীৰা | পানেশৈ | ঐ | ৩২ |
| | টঙালি | নৱবৰ্ষ | ঐ | ৫১ |
| আনন্দচন্দ্ৰ আগৰৱালা | শঙ্খ | ফুলকোঁৱৰ | ঐ | ৪০ |
| | সাতসৰী | ঐ | ঐ | ৪৬ |
| | গজমতি হাৰ | ঐ | ঐ | ৪৬ |
| | জালি গাঁত | বাওঁবাট (পাপৰ) | মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী | ২৮ |
| | কেৰু-মণি | অসমীয়া | ঐ | ৯১ |
| | পাগুৰি | ঐ | ঐ | ৯১ |
| | পিঠা-পনা | ঐ | ঐ | ৯১ |
| মফিজুদ্দিন আহমদ হাজৰিকা | মাছ ভজা খোলা | বাওঁবাট | ঐ | ২৮ |
| | কঁথা | বাটচৰা | ঐ | ৮৩ |
| | চুৰিয়াৰ ঠোৰ | মুনিচুনি বেলি | ঐ | ১৯ |
| | ঢেঁকা, চোলা, টুপী | আৰু | ঐ | ৩৮ |
| | কঠীয়াৰ কণ | আহুন্ | ঐ | ৫২ |

| কবি | সমলৰ নাম | কৰিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| মফিজুদ্দিন | নাকীজৰী | ঐ | ঐ | ৫৫ |
| | চেলেং | ব'হাগীৰ বিয়া | ৰঘুনাথ চৌধাৰী ৰচনাৱলী | ৯১ |
| | লাহতী খোপা | ঐ | ঐ | ৯১ |
| | কেৰু, মুঠিখাৰু | ঐ | ঐ | ৯১ |
| | গোমচেং চোলা | ঐ | ঐ | ৯১ |
| | ৰিহা, ৰিহাৰ আচল | ছায়াচিত্ৰ | ঐ | ১০ |
| | হাচতি | উলাহ সঙ্গীত | ঐ | ৯৯ |
| | তাঁত-মাকো-যঁতৰ-মহৰা | কেতেকী | ঐ | ১৬৩ |
| ৰঘুনাথ চৌধাৰী | বনকৰা শাড়ী | দহিকতৰা | ঐ | ২৬৩ |
| | জোলোঙা | ঐ | ঐ | ২৬৩ |
| | পাগুৰি | ঐ | ঐ | ২৬৩ |
| | ছুকথীয়া কাছুটি | মনাই ব'ৰাগী | ঐ | ৩৬৩ |
| | কৰধ্বনি | ব'হাগীৰ বিয়া | ঐ | ৯১ |
| | দুগদুগী | দহিকতৰা | ঐ | ২৫৮ |
| | গলপতা | মনাই ব'ৰাগী | ঐ | ৩৬৮ |
| | বাহ, বেতৰ, কাঠী-কামী | খেকেৰুপতীয়া | ঐ | ৩৯৫ |
| | বৰজাপি | এটা ছাটি | বিচিত্ৰা | ৮ |
| | বিহুবান | বিহুবান | ঐ | ২১ |
| | সঁফুৰা | সঁফুৰা | ঐ | ২১ |
| ডিম্বেশ্বৰ নেওগ | বৰণীৰা | শেষ প্ৰয়াস | নেওগ কাব্যমালা | ১৪০ |
| | তামোল | আত্মদান | অসমা | ৭২ |
| | ছুকথীয়া | আমাৰ গাঁও | ঐ | ৮১ |
| | পাগুৰি | ব'ৰাগী | বিচিত্ৰা | ৫৩ |
| | বিহুৰ আচল | মাউৰা | ঐ | ৬৭ |

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| ডিম্বেশ্বৰ নেওগ | আখৈ-চিৰা | আমি সাত ভাই-ভনী | নেওগ কাব্যমালা | ৪১ |
| | পিঠাপনা | বিহু | ঐ | ৭৫ |
| | থেৰেঙ্গু | বিহুৱতী | ঐ | ৭৮ |
| | বৰহমথুৰি | অঞ্জলি | ঐ | ৯২ |
| | কড়ীয়া | ঐ | ঐ | ৬০ |
| পাৰ্বতিপ্ৰসাদ বৰুৱা | আঁচু | ৰূপজেউতি | পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী | ১৫ |
| | মুগাৰ ৰিহা | ঐ | ঐ | ১৫ |
| | খোলা চাপৰিয়া পিঠা | বিহু চেৰা বিহুৱান | ঐ | ২৮ |
| | সাঁজ পানী | একো ঠেহ নাই | ঐ | ৩৬ |
| | বানবাটি | একেই | ঐ | ৪০ |
| | জোলোঙা | জীয়াতেজ | ঐ | ৪৭ |
| | ন কঠিয়া | গীত | ঐ | ১০৬ |
| | ভঁৰাল | ঐ | ঐ | ১০৬ |
| | সঁফুৰা | ঐ | ঐ | ১০০ |
| | গুটি ধান | ঐ | ঐ | ১০১ |
| | ভোগজৰা | ঐ | ঐ | ১১৫ |
| | পাটকাপোৰ | ঐ | ঐ | ১৩২ |
| | জালিকটা | ঐ | ঐ | ১৬১ |
| | পাগুৰী | ঐ | ঐ | ১৭৩ |
| জ্যোতিপ্ৰসাদ আগৰৱালা | তাঁতৰ পাটি | গীত-৩ | জ্যোতিপ্ৰসাদ ৰচনাৱলী | ৫২৫ |
| | বিহুৱান | ঐ | ঐ | ৫২৫ |
| | ৰিহা-মেখেলা-সূতা | গীত-৭ | ঐ | ৫২৭ |
| | সাতশৰী | গীত-১৫ | ঐ | ৫৩০ |

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| | বানবাটি | গীত-৪০ | জ্যোতিপ্ৰসাদ ৰচনাৱলী | ৫৩৮ |
| | বিছ গামোচা, মাকো | গীত-৪৭ | ঐ | ৫৪০ |
| | মহুৰা | গীত-৬০ | ঐ | ৫৪৫ |
| | শৰাই, শৰাই ঢকা | ঐ | ঐ | ৫৪৫ |
| | তামোল-পাণ | ঐ | ঐ | ৫৪৫ |
| | বাখৰ পতা জোনবিৰি | গীত-১৭৬ | ঐ | ৫৮৫ |
| | বেৰু-খাৰু | গীত-২৪২ | ঐ | ৫২৬ |
| | যঁতৰ | গীত-২৫৭ | ঐ | ৬১০ |
| | সোণাৰি শাল | গীত-২৬১ | ঐ | ৬১২ |
| জ্যোতিপ্ৰসাদ আগৰৱালা | জোলোঙা | নতুন অকমানিৰ গান | ঐ | ৬৫৩ |
| | পাটৰ পাগুৰী | লুইতৰ পাৰৰে ৰবেচহৰ | ঐ | ৬৫৪ |
| | জাপি | যতীন্দ্ৰ কবিতা | ঐ | ৬৫৭ |
| | খনিয়া | অসমীয়া ছোৱালীৰ উক্তি | ঐ | ৬৭৬ |
| | ৰৰজাপি | ঐ | ঐ | ৬৭৬ |
| | বানবাটি | অকমানি ছোৱালী | ঐ | ৭১৩ |
| | খিলাপিঠা, তিলপিঠা | ঐ | ঐ | ৭১৩ |
| | নাৰিকলৰ লাডু | ঐ | ঐ | ৭১৩ |
| | খোলাচাপৰিয়া পিঠা | ঐ | ঐ | ৭১৩ |
| | মাকো-তাঁত-গৰকা | পিপিনীলে | বকুল বনৰ কবিতা, | ২১ |
| | বাৱৰীয়া ফুল | ঐ | ঐ | ২১ |
| আনন্দচন্দ্ৰ বৰুৱা | চানেকি | পিপিনীলে | ঐ | ২১ |
| | গামোচা | ঐ | ঐ | ২১ |
| | বিহুবান | জয়মালতী | ঐ | ৩৩ |
| | গামখাৰু | জীৱন সঙ্গিনী | ঐ | ৪২ |

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| আনন্দচন্দ্ৰ বৰুৱা | বাখৰ | তেওঁ আৰু তুমি | বকুল বনৰ কবিতা | ৫০ |
| | ফুলাম খনিয়া | ঐ | ঐ | ৫০ |
| | ৰিহাৰ আচল | তেওঁ আৰু তুমি | ঐ | ৫০ |
| | খাৰু | খাৰুপতীয়া | ঐ | ৫৬ |
| | পোৱালমণি | সৰ্বমঙ্গলা | ঐ | ১১৭ |
| | গলপতা | ঐ | ঐ | ১১৭ |
| | তাঁতবাতি | লিহিৰি বন | ঐ | ১২৩ |
| | ন খোৰা | পুনৰ্জন্ম | ঐ | ১৯৮ |
| বিনন্দচন্দ্ৰ বৰুৱা | শোকোতা-তিতা | প্ৰাণী মহামণ্ডল | সেই নিমাতী পুৰাৰ পৰা | ৪৬ |
| | মিৰজাই চোলা | শ্মশান | শঙ্খধ্বনি | ২৯ |
| | মুগা চুৰীয়া | ঐ | ঐ | ২৯ |
| | টঙালি | শ্মশান | ঐ | ২৯ |
| | ফুলাম গামোচা | ঐ | ঐ | ২৯ |
| | গেৰুকা তামোল | ঐ | ঐ | ২৯ |
| | মথুৰা পাগ | ঐ | ঐ | ২৯ |
| | কিংখাপ চোলা | গড়গাঁও | প্ৰতিধ্বনি | ৬৫ |
| | সঁফুৰা | লক্ষ্মীনাথ | ঐ | ৯৪ |
| | ভঁৰাল | ঐ | ঐ | ৯৪ |
| | লখিমী | টীয়ক | ঐ | ১০৭ |
| | জোলোঙা | যোৰহাটৰ আটলীয়া গাঁও | জয়ধ্বনি | ৭৮ |
| | পিঠা | যোৰহাটৰ আটলীয়া গাঁও | ঐ | ৭৮ |
| | বৰজাপি | আহত জাপি | শিঙাধ্বনি | ৩১ |
| | ডাঁহ | গাঁওখনি | ঐ | ৪৬ |

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| বিনন্দচন্দ্ৰ বৰুৱা | চেলেং | পথাৰৰ বঙিয়া | শিশুধ্বনি | ৪৮ |
| | জেতুকা | বাৰমাহ | ঐ | ৫৫ |

জন্ম-মৃত্যু-বিবাহ — এই তিনিওটাই মানুহৰ জীৱনৰ প্ৰধান ঘটনা। অতি প্ৰচীন কালৰে পৰাই এই তিনিটা প্ৰধান ঘটনাৰ লগত জড়িত ভালেমান বিশ্বাস-সংস্কাৰ আদি অসমৰ লোকজীৱনত প্ৰচলিত হৈ আছে। এই তিনিটাৰ ভিতৰত বিবাহে বিশেষ গুৰুত্ব লাভ কৰা দেখা যায়। বিবাহৰ লগত জড়িত ভালেমান লোকাচাৰ বিশেষকৈ স্ত্ৰী-আচাৰৰ অসমত প্ৰচলন আছে। জন্ম-মৃত্যু-বিবাহৰ কথাই অসমীয়া ৰোমাণ্টিক কবিতাত কেনেধৰণে স্থান লাভ কৰিছে তলৰ তালিকাৰ পৰা সেই কথা স্পষ্ট হ'ব—

## তালিকা (ঘ) ঃ জন্ম-মৃত্যু-বিবাহৰ প্ৰসঙ্গ

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| চন্দ্ৰকুমাৰ আগৰৱালা | দৰা | প্ৰাণৰ দৰাটি | চন্দ্ৰামৃত | ২৬ |
| | কন্যা বিয়া | আশীৰ্বাদ | ঐ | ৪৮ |
| লক্ষ্মীনাথ বেজবৰুৱা | নোবায় উৰুলি দি | সখীৰ প্ৰতি | বেজবৰুৱা গ্ৰন্থাৱলী | ৯৫৪ |
| | নতুন কন্যা | বিহু | ঐ | ৯৬৬ |
| | শাহুৰ আদৰ | ঐ | ঐ | ৯৬৬ |
| আনন্দচন্দ্ৰ আগৰৱালা | পানীতোলা | কদমৰ কথা | গ্ৰন্থাৱলী | ২৫ |
| | বিয়া | পানেশৈ | ঐ | ৩০ |
| | দৰা | ঐ | ঐ | ৩০ |
| | মৃত্যুৰ কলীয়া ৰেখা | ঐ | ঐ | ৩৩ |
| মফিজুদ্দিন আহমদ হাজৰিকা | মৈদাম | মৰিশালিশনি | ৰচনাৱলী | ১১ |
| | মৰিশালি | ঐ | ঐ | ১১ |
| | বিয়া | বাওঁ বাট | ঐ | ৩০ |
| ৰঘুনাথ চৌধাৰী | বিয়া | ব'হাগীৰ বিয়া | ৰচনাৱলী | ৭ |
| | বৈহুৱ | ঐ | ঐ | ৮ |

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| | জোৰোণ | ঐ | ৰচনাৱলী | ৮ |
| | উৰুলি | ঐ | ঐ | ৮ |
| | দৰা | ঐ | ঐ | ১১ |
| ৰঘুনাথ চৌধাৰী | ফুলশয্যা | ফুলশয্যা | ঐ | ১১ |
| | চিতা | মৰণ | ঐ | ৮১ |
| | মৰিশালি | উলাহ্ সঙ্গীত | ঐ | ৮৯ |
| | সুৱাগুৰি | দহিকতৰা | ঐ | ২৫৯ |
| | বৰণ-মালা | ভাগ্যলিপি | বিচিত্ৰা | ১৫ |
| | মৰিশালি | মৰিশালি | ঐ | ৬৯ |
| | হোম | সুপ্ত যৌৱন | ঐ | ৭৯ |
| ডিম্বেশ্বৰ নেওগ | লগুণ গাঁঠি | ঐ | ঐ | ৭৯ |
| | চিতা জুই | মাউৰা | নেওগ কাব্যমালা | ৪১ |
| | দৰা-কন্যা | আমি সাত ভাই-ভনী | ঐ | ৭৯ |
| | বিয়া | ঐ | ঐ | ৭৯ |
| | মৰণ | মৰণ নির্মালি | ৰচনাৱলী | ১০ |
| | হোমৰ জুই | চকুপানী | ঐ | ২০ |
| পাৰ্বতিপ্ৰসাদ বৰুৱা | দৰা-জোৰালী | আত্মাৰ আবাহ | ঐ | ৭০ |
| | মৰিশালি | বুঢ়া আঁহত বোৰতী নৈ | ঐ | ৮১ |
| | বৰণৰ মালা | মৌ টোকাৰী | ঐ | ২১৩ |
| | শ্মশান | শ্মশান | শঙ্খধ্বনি | ২৯ |
| বিনন্দচন্দ্ৰ বৰুৱা | দৰা | গোবিন্দ কৌৰৱ | ঐ | ৫১ |
| | চিতাৰ জোৰ | বন্দীশা | ঐ | ৭৩ |
| আনন্দচন্দ্ৰ বৰুৱা | বিয়াৰ যৌতুক | পেঙোৰা | সেই নিমাতী পুৱাৰ পখা | ৩২ |

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| | বৰণৰ মালা | বেদৰ উষা | সেই নিমাতী পুৱাৰ পৰা | ২ |
| আনন্দচন্দ্ৰ বৰুৱা | বিধৱা | বিধৱা | বকুল বনৰ কবিতা | ৬৩ |
| | পুনৰ্জন্ম | জগজ্যোতি অমিতাভ | ঐ | ১৪ |
| | দৰা | গীত-৬২ | জ্যোতিপ্ৰসাদ ৰচনাৱলী | ৫৪৬ |
| | মাহ-হালধী সানি নোওৱা কন্যা | ঐ | ঐ | ৫৪৬ |
| জ্যোতিপ্ৰসাদ আগৰৱালা | বৰ বিয়া | অক'মানি ছোৱালী | ঐ | ৭১৬ |
| | বাহী বিয়া | ঐ | ঐ | ৭১৬ |
| | পানীতোলা | ঐ | ঐ | ৭১৬ |

## লোকসাহিত্যৰ প্ৰভাব

লোকসাহিত্যৰ অন্তৰ্গত বিভিন্ন লোকগীত আৰু লোককথাৰ প্ৰভাৱ অসমীয়া ৰোমাণ্টিক কবিতাত লক্ষ্য কৰা যায়। এনে প্ৰভাৱবোৰ কেতিয়াবা বিষয়বস্তুৰ ক্ষেত্ৰত পোনপটীয়াকৈ পৰিছে আৰু কেতিয়াবা কবিতাৰ চিত্ৰকল্প, উপমাদি অলংকাৰৰ মাজেদি আহিছে। লোক-সাহিত্যৰ অন্তৰ্গত মালিতাসমূহৰ প্ৰভাৱ পৰৱৰ্তী অধ্যায়ত বিশদভাৱে আলোচনা কৰা হৈছে। অন্যান্য কাব্যিক ৰূপ, লোককথা আৰু লোকসংগীতে অসমীয়া ৰোমাণ্টিক কবিতাক কেনেভাৱে প্ৰভাৱান্বিত কৰিছে এতিয়া আমি বিচাৰ কৰি চাব পাৰোঁ—

চন্দ্ৰকুমাৰ আগৰৱালাৰ 'তেজীমলা' কবিতাটি একে নামৰ প্ৰাচীন লোককথাটোৰ আলমত ৰচিত হৈছে। অৱশ্যে লোককথাটিৰ কাহিনীৰ ভাববস্তুতকৈ কবিতাটিৰ ভাববস্তু সম্পূৰ্ণ পৃথক। এই কবিতাটিৰ উপৰিও আগৰৱালাৰ কবিতাসমূহৰ বিভিন্ন স্থানত বিভিন্ন লোকগীত-লোককথাৰ পোনপটীয়া প্ৰভাৱ অনুভৱ কৰিব পাৰি। এই সন্দৰ্ভত তলৰ উদাহৰণবোৰ প্ৰণিধানযোগ্য—

১। 'কিনোনো কৈ যাম/কিনোনো শুনিবা/দুখৰে উপৰি দুখ
কুকুৰে কামোৰে/ছৱালে দলিয়াই/ক'তো নিমিলে সুখ।'
(বীণ ব'ৰাগী, *চন্দ্ৰামৃত*, পৃষ্ঠা-৮)

আগৰৱালাৰ কবিতাৰ এই স্তৱকটিৰ লগত তলৰ দেহবিচাৰ গীতটিৰ সাদৃশ্য অতি স্পষ্ট—

'দুখৰ উপৰে দুখ
কুকুৰে কামোৰে ছৱালে দলিয়াই/ভিখাতো নিমিলে খুদ'।
(উদ্ধৃত ঃ *যাৰ মাহৰ তেৰ গীত*, পৃষ্ঠা-৮০)

২। 'ধনেই তোমাৰ পৰম সুখ/ধনেই তোমাৰ ধৰ্ম
ধনকে বুটলি ধনকে চিনিলা/ধনেই নাশিব কৰ্ম'।

(পশুবল, *চন্দ্ৰামৃত* পৃষ্ঠা-১০০)

*　*　*

'ধন-সোণ সাঁচি/ধন ধন কৰি/এৰিলে ধৰমজ্ঞান।'

(বীণ ব'ৰাগী, *চন্দ্ৰামৃত*, পৃষ্ঠা-৮)

উল্লিখিত স্তৱক দুটিৰ লগত বিহুনামৰ তলৰ স্তৱকটিৰ সাদৃশ্য লক্ষ্য কৰিবলগীয়া--

'ধনক ধনে কৰি ধনকে ঘটিলোঁ/পৰম যতন কৰি
ধন গ'ল ছ'লি, মন গ'ল পিছলি/লগত গ'ল দুছলি খৰি।'

(উদ্ধৃত ঃ *বাৰ মাহৰ তেৰ গীত*, পৃষ্ঠা-১৬৬)

৩। 'কুটুমেই ৰান্ধে কুটুমেই বাঢ়ে/কুটুমে কুটুমক খায়
কুটুমৰ তেজেৰে বন্তি জ্বলালে/মজিয়া ভকেভকায়।'

(বীণ ব'ৰাগী, *চণ্ডামৃত*, পৃষ্ঠা-৯)

আগৰৱালাৰ কবিতাৰ এই স্তৱকটি পোনপটীয়াকৈ এটা লোককথাৰ পৰাই গ্ৰহণ কৰা।' ইয়াৰ উপৰিও আগৰৱালাৰ কবিতাৰ কিছুমান চৰণত, যেনে – 'শুকুলা হাতীত উঠি গোসাঁয়ে দেখিলোঁ' (সংশয় ৰহস্য), 'ওফন্দি বিহৰ হ্ৰদ কলীয়া পানীৰ' (সংশয় ৰহস্য), 'তুমি ভালে বিশ্ব ভাল' (বিশ্ব ভাবৰীয়া), 'কিলোৱা কুটুমহে কুটুম' (কুট), 'বীজৰ পতান মই নাৰদ হৈ বাচোঁ' (বীণ ব'ৰাগী) আদিত লোকসাহিত্যৰ প্ৰতিধ্বনি শুনা যায়।

লক্ষ্মীনাথ বেজবৰুৱাৰ কবিতাত লোকসাহিত্যৰ প্ৰভাৱ অধিক ব্যাপক ' তেওঁৰ 'নিমাতী কন্যা' নামৰ কবিতাটিৰ বিষয়বস্তু সম্পূৰ্ণৰূপে লোকসাহিত্যৰে পৰাই গৃহীত হৈছে। এইটি কবিতা আৰু 'ধনবৰ আৰু ৰতনী', 'ৰতনীৰ বেজাৰ' আৰু 'তিলকা' আদি কবিতা লোকসাহিত্যৰ মালিতা নামৰ কাব্যৰূপৰ আদৰ্শত ৰচিত আৰু মালিতা হিচাপেও এই কেউটিয়েই সাৰ্থক মালিতা।

বেজবৰুৱাৰ কবিতাৰ বিভিন্ন প্ৰসংগত আমি লোকসাহিত্যৰ ধ্বনি-প্ৰতিধ্বনি শুনিবলৈ পাওঁ। উদাহৰণ, যেনে—

১। 'পৰ্বতে পৰ্বতে বগাব পাৰোঁ মই/লতাত বগাবলৈ টান
ৰতনী সোণাইকে ৰবাব পাৰো মই/মাকক বুজাবলৈ টান।'

(ধনবৰ আৰু ৰতনী, *বেজবৰুৱা গ্ৰন্থাৱলী*, পৃষ্ঠা-৯৭৯)

উল্লিখিত কবিতাৰ স্তৱকটি তলৰ বিহুনামৰ স্তৱকটিৰ সৈতে সাদৃশ্য একে

'পৰ্বতে পৰ্বতে বগাব পাৰোঁ মই/লতাত বগাবলৈ টান,
যুৰীয়া হাতীকো ধৰাব পাৰোঁ মই/চেনাইক ধৰাবলৈ টান।'

(*বিহুগীত আৰু বনঘোষা*, পৃষ্ঠা-২১০)

২। 'চৰায়ে তুলিলে ঐ ছ'ৰা পোৱালি/গছৰ ডাল শুৱনি কৰি
ৰতনীক তুলিলে মাকে বাপেকে/ধনাইৰ কাল শতৰু কৰি।'

(*পূৰ্বোক্ত কবিতা*)

এই স্তৱকটিও বিহুনামৰ পোনপটীয়া প্ৰতিধ্বনি–

'চৰায়ে তুলিলে ছঁঅৰা পোৱালি/গছৰ ডাল শুৱনি কৰি
মাকে বাপেকে জীয়াৰী তুলিলে/লোকৰ ঘৰ শুৱনি কৰি।'

(*পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-১২১)

৩। 'মইনা মইনা বুলি কতনো মাতিম মই
কতনো বিনাই মই কাকুতি কৰিম ঐ
নাইনে মইনা মোৰ? নাই নেকি মনচোৰ?
নাইনে নাইনে মোৰ মইনা মউৰ?
নাইনে জগতে মোৰ চেনেহ চকোৰ?'

(মইনা, *গ্ৰন্থাৱলী*, পৃষ্ঠা-৯৫৫)

এই স্তৱকটিৰ লগত বিহুনামৰ তলৰ স্তৱকটিৰ সাদৃশ্য লক্ষ্য কৰিব পাৰি –

'মইনা মইনা বুলি মাতিলে নামাত/কি জগৰ লগালো তোৰ
চকুলৈ চালেও মুখলৈ নাচাৱ/কিনো গতি হ'ব মোৰ।'

(*বিহুগীত আৰু বনঘোষা*, পৃষ্ঠা-১২১)

৪। 'জোনবাইৰ আগৰে/একেটি মাথোন/আয়ে বিয়া দিয়া দৰা।'

(গীত, *গ্ৰন্থাৱলী*, পৃষ্ঠা-৯৬৬)

এই স্তৱকটি তলৰ নিচুকনি গীতৰ স্তৱকটিৰ পোনপটীয়া প্ৰতিধ্বনি–
'জোনবাইৰ আগৰে একেটি তৰা
আয়ে বিয়া দিলে গঠিয়া দৰা।'

(*বাৰ মাহৰ তেৰ গীত*, পৃষ্ঠা-১)

উল্লিখিত উদাহৰণবোৰৰ উপৰিও বেজবৰুৱাৰ 'তিলকা' কবিতাত 'বাৰী কোঁৱৰৰ সাধু', 'ৰাইকহৰ সাধু', 'খৰিভাৰীয়ে ৰজাৰ জীয়েকক লাভ কৰা' আদি লোককথাৰ প্ৰসংগই ভুমুকি মাৰিছে।

কেৱল লোককথাই নহয়, লোকসংগীতৰ সুৰেও বেজবৰুৱাৰ কবিতাত প্ৰাধান্য লাভ কৰিছে। এই প্ৰসংগত উদাহৰণ স্বৰূপে বেজবৰুৱাই বিভিন্ন লোকগীতৰ সুৰত ৰচনা কৰা 'ৰাধা আৰু সখীসকল' (অসমীয়া নামৰ সুৰ), 'বিহু' (হুঁচৰিৰ সুৰ), 'তিলকা' (আগলি কলাপাত লৰে কি চৰে সুৰত), 'বৰদৈচিলা', 'চেনেহৰ চেনেহীলৈ' (বনঘোষাৰ সুৰ) আদি গীত আৰু কবিতাৰ উল্লেখ কৰিব পাৰি।

আনন্দচন্দ্র আগৰৱালাৰ দুটি উল্লেখযোগ্য মালিতা 'ফুলকোঁৱৰ' আৰু 'পানেশৈ'। 'পানেশৈ' মালিতাৰ বিষয়বস্তু লোকসাহিত্যৰ পৰাই পোনপটীয়াকৈ গৃহীত হৈছে। আনকথাত 'পানেশৈ' নামৰ লোককথাটিকে আগৰৱালাই কাব্যৰূপ দিছে। লোক কথাটিত ব্যৱহৃত গীতৰ কিছুমান শাৰীও আগৰৱালাই অবিকল ৰূপত কবিতাটিত ব্যৱহাৰ কৰিছে। যেনে—

'পানেশৈ পানেশৈ মোৰ আই পানেশৈ/মোৰ ঘাটে চপাই দে নাও
দুহাতে দুমুঠি দি যাম চাৰিমুঠি/ডিঙিতো পিন্ধামে হাৰ।
খাটলি পীৰাতে বহি ভাতে খাবি/বেটীয়ে ধৰিব আল'। ইত্যাদি।

কবিতাটিত ব্যৱহৃত এনে শাৰীবোৰ লোককথাটিৰ পৰাই আগৰৱালাই পোনপটীয়াকৈ গ্ৰহণ কৰিছে।" তেওঁ 'ফুলকোঁৱৰ' কবিতাটি প্ৰাচীন অসমীয়া ফুলকোঁৱৰ মালিতাৰ দৃশ্য-কাব্যৰূপত সজাইছে। এই কবিতাতো আগৰৱালাই প্ৰাচীন মালিতাটিত ব্যৱহৃত ভালেমান পদ অবিকল ৰূপত ব্যৱহাৰ কৰিছে।

ৰঘুনাথ চৌধাৰীৰ কবিতাত অসমৰ লোকজীৱনে বিভিন্ন প্ৰসংগত বিভিন্ন ৰূপেৰে ভুমুকি মাৰিছে যদিও তেওঁৰ কবিতাত লোকসাহিত্যৰ পোনপটীয়া প্ৰভাৱ দৃষ্টিগোচৰ নহয়। তথাপি তেওঁৰ বৈৰাগ্যমূলক কবিতাসমূহৰ (যেনে- মনাই ব'ৰাগী, বৈৰাগ্যৰ কথা, সন্তাপ, বণিজৰ কথা আদি) কিছুমান স্তৱকত দেহবিচাৰ গীতৰ প্ৰতিধ্বনি শুনা যায়। চৌধাৰীৰ দৰেই যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাতো স্থানবিশেষে দেহবিচাৰ গীতৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়। এই প্ৰসংগত তলৰ স্তৱকটি প্ৰণিধানযোগ্য—

'আহিছিলো শুদা হাতে/যামো শুদা হাতে/ধন বস্তু মাথো দুদিনীয়া।'
(নাৱৰীয়া 'ক', *আপোন সুৰ*, পৃষ্ঠা-১৯)

অসমীয়া লোকসাহিত্যৰ উদ্ধাৰ আৰু প্ৰচাৰৰ ক্ষেত্ৰত ডিম্বেশ্বৰ নেওগে এক বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। তেওঁৰ কবিতাসমূহত অসমৰ লোকজীৱনৰ সমল সেয়ে থুপ খাই আছে। অসমীয়া লোকসাহিত্যৰ বিভিন্ন ৰূপেও তেওঁৰ কবিতাত প্ৰভাৱ বিস্তাৰ কৰিছে। উদাহৰণ স্বৰূপে তেওঁৰ 'মাতৃভাষা' কবিতাত (নেওগ কাব্যমালা, পৃষ্ঠা-৫৬) 'জোনবাইৰ আগৰে একেটি তৰা', 'হালধীয়া চৰায়ে বাওধান খায়', 'শিয়ালি এ নাহিবি ৰাতি', 'ঘ'দালি এ ৰ'দ দে' আদি নিচুকনি গীত আৰু 'চিলনী জীয়েকৰ সাধু' আদি লোকসাহিত্যৰ সমলে ভুমুকি মাৰিছে। 'যাত্ৰী' নামৰ কবিতাত তেওঁ লিখিছে—

'ধন ধন কৰি ধনকে ঘাটিছা/পৰম যতন কৰি
ধনকে চিনিছা মানুহ নিচিনা/ধন হ'ল কালবৈৰী'।
(*নেওগ কাব্যমালা*, পৃষ্ঠা-১৬২)

এই স্তৱকটি আমি ইতিপূৰ্বে উল্লেখ কৰি অহা বিচনামৰ্চিৰে প্ৰতিধ্বনি মাত্ৰহে।

পাৰ্বতিপ্ৰসাদ বৰুৱাৰ গীত আৰু কবিতাসমূহৰ প্ৰথম চকুত লগা বিশেষত্ব এয়ে যে

সিবোৰৰ প্ৰকাশভংগী সম্পূৰ্ণ চহাসুৰীয়া। তেওঁৰ কবিতাৰ শব্দ-যোজনাত তৎসম অথবা বিদেশী শব্দৰ পয়োভৰ নাই, অসমৰ লোকজীৱনৰ প্ৰতিনিধিত্বমূলক শব্দহে তেওঁৰ কবিতাত সচৰাচৰ ব্যৱহৃত হৈছে। লোকসাহিত্যৰ সমল আৰু লোকসংগীতৰ সুৰে তেওঁৰ গীত আৰু কবিতাসমূহ টৌৱাই ৰাখিছে। লোকসংগীতৰ একোটা স্তৱক তেওঁ একেটা ৰূপতে নিজৰ ৰচনাত ব্যৱহাৰ কৰিছে। এই সন্দৰ্ভত তলৰ উদাহৰণবোৰ প্ৰণিধানযোগ্য—

ক. হাতী হেৰুৱালো লিহিৰি বনতে/ঘোঁৰা হেৰুৱালো ৰণত,
পাই হেৰুৱালো সৰগৰ মুকুতা/চোতালৰ দুবৰি বনত।'
(বীণ ব'ৰাগী, *পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী*, পৃষ্ঠা-২৫৪)

খ. 'চালত মলঙিলে চালৈ দৈ কোমোৰা/টেকেলিত মলঙিল লোণ,
মাটিত মলঙিলে মণিৰাম দেৱান ঐ/নেকান্দি থাকিব কোন।'
(মৌ টোকাৰীৰ গীত, *ৰচনাৱলী*, পৃষ্ঠা-২২১)

গ. 'ধনক ধনে কৰি ধনকে ঘটিছা/পৰম যতন কৰি,
ধন যায় উছলি দেহা যায় পিছলি/লগত যায় দুচ্ছলি খৰি।'
(জীৱনৰ মৌ ৰহ, *ৰচনাৱলী*, পৃষ্ঠা-১৪৮)

ঘ. 'চাইনো চাই বুলিবা বাট সমনীয়া/চাইনো চাই বুলিবা বাট,
দেহাৰ ভিতৰত আছে খলা বমা/পিছলি পৰিবা তাত।'
(লুইতৰ বুকুতে (গীত) *ৰচনাৱলী*, পৃষ্ঠা-১৩৬)

উল্লিখিত স্তৱকসমূহৰ উপৰিও তেওঁৰ গীত আৰু কবিতাৰ বিভিন্ন প্ৰসংগত লোকসাহিত্যৰ বিভিন্ন উপাদানে ভুমুকি মাৰিছে। যেনে—

'চুলি মেলি চেংকলি/মৃদং বজায়'।
(পুতৌ বেচেৰী পৃথিৱী, *ৰচনাৱলী*, পৃষ্ঠা-৪২)

এই কবিতাফাকিৰ লগত 'চেংকলি নিকলি কাঁহি-বাতি নুধুলি' আদি ওমলা গীতৰ প্ৰতিধ্বনি শুনা যায়। একেদৰে 'ফৰিং' কবিতাত ব্যৱহাৰ কৰা 'গাগিনী কিমান পানী' আদি বাক্যই আমাক ওমলা গীতৰ কথাকে স্মৰণ কৰাই দিয়ে। আকৌ,

'অ'চিত পখিলী/কচোন ক'ত পাই
সৰু পাখি দুখিলী।'
(অ'চিত পখিলী, *ৰচনাৱলী*, পৃষ্ঠা-১৪১)

এই স্তৱকটিও অসমীয়া নিচুকনি গীতৰে প্ৰতিধ্বনি। 'লুইতী'ৰ প্ৰথমটো গীতৰ 'কোনে জানে হাঁয়/ক'ৰে তেজা বাই/ফুলতী গাভৰু হ'ল' আদি শাৰীয়ে 'তুলা আৰু তেজা' লোককথাটিৰ প্ৰসংগলৈ মনত পেলাই দিয়ে। একেদৰে 'হে'ৰ' বলিয়া নয়ন ভৰি চা' গীতৰ 'ইকৰা পাতৰ নাও', 'কলমৌ ঠাবিৰ পেঁপা' আদি বাক্যইও লোককথাৰ প্ৰসংগলৈ মনত পেলাই দিয়ে। তাৰ উপৰি তেওঁৰ গীতৰ পুথিকেইখনৰ সৰহভাগ গীতেই কবিয়ে নিজেই

বনগীতৰ সুৰ-চানেকিত সৃষ্টি কৰি গৈছে।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ গীতি-নাট্য 'নিমাতী কন্যা'ৰ কাহিনীভাগ লোকসাহিত্যৰ পৰাই গৃহীত হৈছে। একে কাহিনীৰে বেজবৰুৱাই 'নিমাতী কন্যা' মালিতা আৰু জ্যোতিপ্ৰসাদে 'নিমাতী কন্যা' গীতি-নাট্য ৰচনা কৰিছে। অৱশ্যে প্ৰাচীন লোককাহিনীৰ পৰা আঁতৰি আহি জ্যোতিপ্ৰসাদে নিমাতীক 'কলালক্ষ্মী' স্বৰূপে ৰূপায়িত কৰি আৰু চিৰসুন্দৰৰ সাধক ৰূপকোঁৱৰৰ আমন্ত্ৰণ আৰু বোধন মন্ত্ৰতহে উদ্বোদ্ধিত হৈ নিমাতীয়ে হঁহা দেখুৱাই নতুনত্বৰ সূচনা কৰিছে। তেওঁৰ গীত আৰু কবিতাত লোকসাহিত্যৰ সমল সিঁচৰতি হৈ আছে যদিও জ্যোতিপ্ৰসাদত লোকসংগীতৰ প্ৰভাৱহে অধিক গভীৰ আৰু ব্যাপক। 'শোণিত কুঁৱৰী' নাটকখনি অসমীয়া সংগীত-বুৰঞ্জীৰ এটা লাগতিয়াল পাত বুলি নাট্যকাৰে নিজেই অভিহিত কৰিছে।[8] কাৰণ, 'শোণিত কুঁৱৰী'ৰ গীতবোৰ পোনপ্ৰথমবাৰৰ বাবে অসমীয়া বিয়ানাম, আইনাম, বনগীত আৰু বিহুগীতৰ সুৰত নাটকখনিত উপস্থাপিত হৈছিল। 'শোণিত কুঁৱৰী'ৰ উপৰিও জ্যোতিপ্ৰসাদৰ আনকেইখন নাটকৰ কিছুমান গীতো লোকগীতৰ আৰ্হিতে সুৰাৰোপিত হৈছিল।

বিনন্দচন্দ্ৰ বৰুৱাই প্ৰাচীন মালিতাৰ আদৰ্শত কেইবাটাও কবিতা ৰচনা কৰিছে। সেইসমূহৰ ভিতৰত 'ৰঙামুৱা বীৰ', 'নজনা বীৰৰ মৃৰ' আৰু 'আগীয়াঠুঁটীৰ বীৰ' উল্লেখযোগ্য। এই কেউটি মালিতাতে বুৰঞ্জী আৰু কিম্বদন্তী নিবিড়ভাৱে সাঙোৰ খাই আছে। তেওঁৰ আন কবিতাসমূহতো স্থানবিশেষে লোকসাহিত্যৰ প্ৰসংগই ভুমুকি মাৰিছে। উদাহৰণ স্বৰূপে—

'দুখৰ উপৰি দুখ ঐ মইনা/দুখৰে উপৰি দুখ
সুখ সুখ বুলি সংসাৰ বলিয়া/ক'তো যে নিমিলে সুখ।'
(শ্মশান, শংখধ্বনি, পৃষ্ঠা-৩১)

এই স্তবকটিত দেহবিচাৰ গীতৰ পোনপটীয়া প্ৰতিধ্বনি অনুভৱ কৰিব পাৰি। একেদৰে 'প্ৰতিধ্বনি' কবিতাপুথিৰ 'ৰ'ৱাগীৰ গীত'তো দেহবিচাৰ গীতৰ সুৰ শুনা যায়।

লোকজীৱনৰ চিত্ৰ আৰু প্ৰকাশভংগীয়ে আনন্দচন্দ্ৰ বৰুৱাৰ কবিতাত বিশেষ স্থান লাভ কৰিছে। তেওঁৰ কবিতাসমূহৰ ভালেমানতে লোকসাহিত্যৰ বিভিন্ন প্ৰসংগই ভুমুকি মাৰিছে। এই সন্দৰ্ভত তলৰ উদাহৰণকেইটি প্ৰণিধানযোগ্য—

(ক) 'কাঠৰ পখীঘোঁৰাত উঠি ফুলকোঁৱৰে/উবাকং কৰিলে কেনি,
ঠানুৱা কোঁৱৰে মিচিকি হাঁহিলে/মালিনীৰ মুখলৈ চাই।'.....
(এয়া আমাৰ ভাৰতবৰ্ষ, ফকুল বনৰ কবিতা, পৃষ্ঠা-১৩৯)

উল্লিখিত শাৰী দুটি কবিয়ে 'ফুলকোঁৱৰ' মালিতাৰ পৰা পোনপটীয়াকৈ আনি তেওঁৰ কবিতাত ব্যৱহাৰ কৰিছে। একেদৰে—

(খ) 'আই মোৰ আছিলে ধনে পছেতুলী/বোপাই সাউদৰে নাতি
আইক লৈ গ'ল সাউদৰ মুদেয়ে/শুকুলী হাতীতে তুলি।'
(মোৰ আই, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-১৯০)

এই অংশটিও 'ফুলকোঁৱৰ' মালিতাৰে অৰুণা-জগৰাৰ বিলাপৰ অংশ। তাৰ উপৰি আনন্দচন্দ্ৰ বৰুৱাৰ কবিতাত অসমীয়া লোকগীতৰ বিভিন্ন সুৰেও ভুমুকি মাৰিছে। যেনে–

বিহুনাম ঃ হাতী হেৰুৱালো লিহিৰি বনতে
ঘোঁৰা হেৰুৱালো ক'ত .......।'
(লিহিৰি বন, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-১১৯)

নিচুকনি গীত ঃ 'হাতীত উঠি বাপিৰাম/ঘৰলৈ যায়'।
(*উল্লিখিত কবিতা*)

*　　*　　*

'লাই হালে জালে আবেলি বতাহে
লফা হালে জালে পাতে।'
(লাই হালে জালে, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-১৯০)

সাধুকথাৰ 'ফুলকোঁৱৰ', 'সপোন কোঁৱৰ', 'পৰীৰ দেশ' আদি প্ৰসংগয়ো বৰুৱাৰ কবিতাত মাজে মাজে ভুমুকি মাৰিছে।

অসমীয়া লোকসাহিত্যৰ অন্যতম কাব্যৰূপ মালিতাৰ আদৰ্শত আৰু দুজনমান কবিয়ে কবিতা ৰচনা কৰিছে। সেইসকলৰ ভিতৰত দুৰ্গেশ্বৰ শৰ্মাৰ 'ৰঙিলা', 'প্ৰণয় বাতৰি' আৰু শৈলধৰ ৰাজখোৱাৰ 'পাষাণ প্ৰতিমা' এই প্ৰসংগত স্মৰণযোগ্য (দ্ৰষ্টব্য ঃ পৰৱৰ্তী ৩.০২ অধ্যায়)।

## লোকসংস্কৃতিৰ অন্তৰংগ প্ৰভাৱ

লোক মানসিকতাৰ প্ৰতিফলন ঘটা লোকসংস্কৃতিৰ অন্তৰংগ প্ৰভাৱসমূহৰ ভিতৰত ফকৰা-যোজনা, প্ৰবাদ-প্ৰৱচন, খণ্ডবাক্য-সাঁথৰ, নানা লোকাচাৰ, অন্ধবিশ্বাস, কু-সংস্কাৰ, অলৌকিক বিশ্বাস আদি পৰে। একোটা জাতিৰ সমূহীয়া ব্যৱহাৰিক আৰু নৈতিক জ্ঞানৰ সঞ্চয় পুঁজিস্বৰূপ লোকসাহিত্যৰ সুভাষিতাৱলী' ফকৰা-যোজনা, প্ৰবাদ-প্ৰৱচন, লোকবিশ্বাস-লোকসংস্কাৰে অসমীয়া ৰোমাণ্টিক কবিতাত কেনেদৰে প্ৰভাৱ বিস্তাৰ কৰিছে সেই বিষয়ে ইতিপূৰ্বে বিশদভাৱে আলোচনা কৰি অহা হৈছে। এতিয়া নানা লোকসংস্কাৰ আৰু অলৌকিক বিশ্বাস আদিয়ে অসমীয়া ৰোমাণ্টিক কবিতাত কেনে প্ৰভাৱ বিস্তাৰ কৰিছে সেই কথা বিচাৰ কৰি চাব পাৰি।

লোকসাহিত্যৰ অন্যতম প্ৰধান লক্ষণ অলৌকিকতা। ভূত-ভৱিষ্যত-চিন্তা, শুভ-অশুভৰ গণনা আদি কাৰ্যত লোকজীৱনত ভালেমান অলৌকিক উপাদানে ক্ৰিয়া কৰে। লোকজীৱনৰ *ধৰ্মীয় চেতনাৰ লগত এনে অলৌকিক উপাদানবোৰ সচৰাচৰ জড়িত হৈ থাকে। এনে*

অলৌকিক উপাদানসমূহে অসমীয়া ৰোমাণ্টিক কবিতাত কেনেদৰে স্থান লাভ কৰিছে সিপিঠিৰ তালিকাৰ পৰা সেই কথা স্পষ্ট হ'ব—

## তালিকা (ক) ঃ অলৌকিক উপাদান

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| চন্দ্ৰকুমাৰ আগৰৱালা | বাক্স | জীৱন উচ্ছ্বাস | চন্দ্ৰামৃত | ৬ |
| | লখিমী | নহয় সপোন | ঐ | ২২ |
| | বনকুঁৱৰী | বনকুঁৱৰী | ঐ | ৪০ |
| | যক্ষিণী | ঐ | ঐ | ৪৩ |
| | জলকুঁৱৰী | জলকুঁৱৰী | ঐ | ৫০ |
| লক্ষ্মীনাথ বেজবৰুৱা | ললাটত লিখা | বাৰেক উষা | বেজবৰুৱা গ্ৰন্থাৱলী | ৯৫৫ |
| | | ভনীয়েক প্ৰতিমা | | |
| | বনদেৱী | ভ্ৰম | ঐ | ৯৫৮ |
| | যখিনী | ধনবৰ আৰু ৰতনী | ঐ | ৯৮০ |
| | অপেশ্বৰী | পকাচুলি | ঐ | ৯৮২ |
| | ৰাইকহ | তিলকা | ঐ | ৯৮৭ |
| | দেওকন্যা | পদুম পাতৰ পানী | ঐ | ৯৯৯ |
| | প্ৰেতিনী | বিৰহ | ঐ | ১০০০ |
| | খেতৰ | বিজ্ঞান | ঐ | ১০০২ |
| আনন্দচন্দ্ৰ আগৰৱালা | দেৱকন্যা | দেৱকন্যা মানৱী বেশেৰে | গ্ৰন্থাৱলী | ৩৮ |
| | বনদেৱী | নৱবৰ্ষ | ঐ | ২ |
| | মায়াডোল | কলম | ঐ | ৯ |
| | দেও | ফুলকোঁৱৰ | ঐ | ৪০ |
| মফিজুদ্দিন আহমদ হাজৰিকা | দৈত্য | বিশ্ব খনিকৰ | ৰচনাৱলী | ২ |
| | বক্ক-বক্ক | ঐ | ঐ | ৪ |
| | ভূত-পিশাচ | মুনি চুনি বেলি | ঐ | ৩৭ |
| | ভেলেকী-বান | ঐ | ঐ | ৪২ |

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| ৰঘুনাথ চৌধাৰী | পিশাচিনী | ভিক্ষা | ৰচনাৱলী | ২ |
| | ৰাক্ষসী | ভিক্ষা | ঐ | ২ |
| | জলকুঁৱৰী | ব'হাগীৰ বিয়া | ঐ | ১২ |
| | বিধিৰ বিধান | গছৰ পাত | ঐ | ৪৯ |
| | বনদেৱী | বনবিহাৰিণী | ঐ | ১০৭ |
| | যাদুমন্ত্র | যাদুমন্ত্র | ঐ | ২৬৪ |
| | নিয়তি | জোনলৈ | ঐ | ২৭৫ |
| | অপ্সৰী | গিৰিমল্লিকা | ঐ | ২৬৮ |
| | প্রেতিনী | কাৰবালা | ঐ | ২০৬ |
| | পকবাই পোৱা | প্রতিধ্বনি | ঐ | ২৯৫ |
| | কণা বিধাতা | মনাই ব'ৰাগী | ঐ | ৩৬৪ |
| | অসুৰ বিকট সুৰ | আমৰ কথা | ঐ | ৩৭৮ |
| ডিম্বেশ্বৰ নেওগ | দেৱতা | ভাগ্যলিপি | বিচিত্রা | ১২ |
| | পিশাচিনী | পিশাচিনী | অসমা | ৮২ |
| | বুঢ়া ডাঙৰীয়া | বিহুৱতী | নেওগ কাব্যমালা | ৯৫ |
| | নিয়তি | ঐ | ঐ | ৯৫ |
| পাৰ্বতিপ্রসাদ বৰুৱা | শীতলা গোসাঁনী | মৰণ মাধুৰী | ৰচনাৱলী | ৯ |
| | দেৱতা-দানহ | এজাক মানুহ এটি পইচা | ঐ | ৬৭ |
| | জলকুঁৱৰী | বুঢ়া আঁহত বোৱতী নৈ | ঐ | ৯৭ |
| | ভেলেকী | গীত | ঐ | ৮৭ |
| | লখিমী আই | গীত | ঐ | ১৫৮ |
| জ্যোতিপ্রসাদ আগৰৱালা | যখিনী | গীত-৪৬ | ৰচনাৱলী | ৫৪০ |
| | বনকুঁৱৰী | গীত-৮২ | ঐ | ৫৫৩ |

| কবি | সমলৰ নাম | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| জ্যোতিপ্ৰসাদ আগৰৱালা | দেৱতা-পিশাচ | গীত-১৫০ | ৰচনাৱলী | ৫৭৭ |
| | অসুৰ-দানৱ | গীত-১৫২ | ঐ | ৫৭৭ |
| | যক্ষ-ৰক্ষ | ঐ | ঐ | ৫৭৭ |
| | ভূত-পিশাচ | গীত-২৪৫ | ঐ | ৬০৬ |
| | দৈত্য-পিশাচ | শিল্পীৰ আলোকযাত্ৰা | ঐ | ৬২২ |
| | প্ৰেত | নৱবিপ্লৱী কবি জাগে | ঐ | ৬২৭ |
| আনন্দচন্দ্ৰ বৰুৱা | লখিমী | ৰঙালি বিহু | বকুল বনৰ কবিতা | ১৫ |
| | ফুলকোঁৱৰ | ঐ | ঐ | ২০ |
| | পৰী | ঐ | ঐ | ২০ |
| | নিয়তি | কোৱাণ শৰীক | ঐ | ৬৭ |
| | কুহকিনী | কুহক | ঐ | ২০৬ |
| বিনন্দচন্দ্ৰ বৰুৱা | ৰাক্ষসী | আকাশী লতা | প্ৰতিধ্বনি | ১২ |
| | ৰাহু | শ্মশান | শংখধ্বনি | ৩১ |
| | পিশাচ | সৈনিকৰ আক্ষেপ | ঐ | ৪০ |

উল্লিখিত আলোচনাৰ পৰা এটা কথা স্পষ্টভাৱে প্ৰতীয়মান হয় যে অসমীয়া ৰোমাণ্টিক কবিতাৰ বিষয়বস্তু গঠনত লোকসংস্কৃতিৰ অন্তৰংগ আৰু বহিৰংগ উপাদানসমূহে বিশেষভাৱে ক্ৰিয়া কৰিছিল আৰু তাৰ ফলস্বৰূপেই অসমীয়া ৰোমাণ্টিক কবিতাত অসমৰ লোকসংস্কৃতিৰ সমলবোৰ বহলভাৱে ব্যৱহৃত হৈছে।

## ৩.০২ কৃত্ৰিম মালিতাসমূহৰ বিষয়বস্তুৰ পৰ্যালোচনা

লোকসংস্কৃতিৰ বাক্‌কেন্দ্ৰিক উপাদানসমূহৰ ভিতৰত এক উল্লেখযোগ্য কাব্যৰূপ হ'ল মালিতাসমূহ। ইংৰাজী বেলাড (Ballad) শব্দটোৰ পৰিভাষা হিচাপে অসমীয়াত গীত কাব্য', আখ্যান গীত' আৰু কাহিনী গীত' আদি বিভিন্ন প্ৰতিশব্দ ব্যৱহৃত হৈ আহিছে। লিছে এই প্ৰতিশব্দবোৰতকৈ আমাৰ ভাষাত পূৰ্বৰে পৰা চলি অহা 'মালিতা' শব্দটোহে কাব্যৰ ৰূপটোৰ লগত অধিক খাপ খাই পৰা যেন অনুভৱ হয়। কাৰণ, 'কাহিনীও নহয়, গীতো নহয়, — ছন্দৰ উৰ্মিলহৰ, অলংকাৰ কলাত্মিকতা আৰু বাচকশৈলীয়া শব্দাৱলীৰ আলমুৰীয়া ৰূপৰ বিতানহে এইবিধ কবিতাৰ মূল উপকৰণ"। মালিতা শব্দটোৰ আভিধানিক

ব্যাখ্যা এনে ধৰণৰ ঃ 'লেখাৰিকৈ বৰ্ণনা দিয়া গীত বা পদ'[১০]। সম্ভৱতঃ শব্দটো সংস্কৃত মালা শব্দৰ পৰাই আহিছে। সেয়ে ফুলৰ মালাৰ দৰে ধাৰাবাহিকভাৱে গাঁথি থোৱা গীতিব্যঞ্জক কাহিনীয়েই হ'ল মালিতা।[১১]

অসমীয়া কৃত্ৰিম মালিতাসমূহৰ বিষয়বস্তু পৰ্যালোচনা কৰাৰ আগতে মালিতাসমূহৰ স্বৰূপ আৰু প্ৰকৃতি সম্পৰ্কে কণমান বিচাৰ কৰি চোৱাটো প্ৰয়োজন। বেলাডৰ সংজ্ঞা নিৰ্দেশ কৰিবলৈ গৈ সমালোচক হাডচনে কৈছে ঃ 'ই হৈছে পদ্যত ৰচনা কৰা চুটিগল্প।'[১২] এনে কাব্যৰূপ পৃথিৱীৰ প্ৰায় সকলোবোৰ সাহিত্যৰে প্ৰাচীন ৰূপত লক্ষ্য কৰা যায়। এনে কাব্যৰূপৰ উৎপত্তি সম্পৰ্কত এজন সমালোচকে এনেদৰে মন্তব্য দিছে ঃ 'গীত-পদ গুৰিতে নৃত্যৰ সৈতে অবিচ্ছেদ্যভাৱে জড়িত আছিল; বেলাড শব্দটোৱেও নৃত্যৰ পৰিপূৰকভাৱে গোৱা গীতক বুজায়। আদিম যুগত যেতিয়া হয়তো খেলটো চিকাৰৰ পৰা উভতিল তেতিয়া কোনোবা এজনে হাবিত কি কৌশল আৰু কেনে বিপদৰ মাজত হাতী বা বাঘ আঘাত কৰা হ'ল, কেনেদৰে তাক ধৰা হ'ল, এনে ঘটনাবিলাক হাত-ভৰি জোঁকাৰি অংগী-ভংগী কৰি বৰ্ণনা কৰিছিল; এনে বৰ্ণনাই সতকাই ওচৰে-পাঁজৰে থকা মানুহবিলাকৰ মন আকৰ্ষণ কৰে আৰু গেটেইবিলাক মানুহ গোট খাই এটা উত্তেজনাৰ আবেষ্টনীৰ সৃষ্টি কৰে। তেনে উত্তেজনাপূৰ্ণ আবেষ্টনীত সকলো মানুহেই একেজন ব্যক্তিৰ দৰে অংগী-ভংগী কৰে আৰু শৰীৰৰ উত্তেজনা মুখেৰে প্ৰকাশ কৰে। মুখেৰে প্ৰকাশ কৰা লয়পূৰ্ণ এই উত্তেজিত ভাষাই মালিতাৰ মূল বস্তু।[১৩]

মালিতাৰ প্ৰথম দুটা চকুত লগা বিশেষত্ব হ'ল এটা সু-সংবদ্ধ কাহিনীৰ ৰূপায়ণ আৰু গীতিধৰ্মিতা। সেয়ে মালিতাক গীতিব্যঞ্জক কাহিনী বা কাহিনীজড়িত গীত — দুয়োটাই আখ্যা দিব পাৰি। যিটো সু-সংবদ্ধ কাহিনী মালিতাত গীতৰ আকাৰত আগবঢ়াই নিয়া হয় সেই কাহিনীত নানা দুঃসাহসিক কাৰ্য, অলৌকিকতা, যুদ্ধ-বিগ্ৰহ, প্ৰেম-প্ৰীতি, ঘৃণা-বিদ্বেষ আদি সকলো জড়িত হৈ থাকে। ই কেৱল বৰ্ণনামূলক কবিতাই নহয়, ই গীতিধৰ্মী বৰ্ণনামূলক কবিতা অথবা বৰ্ণনাধৰ্মী গীতি-মুখৰ কাব্যৰূপ।[১৪]

লোকসাহিত্যৰ আনবোৰ ৰূপৰ দৰেই মালিতসমূহো নৈৰ্ব্যক্তিক আৰু এই নৈৰ্ব্যক্তিকতাই মালিতাৰ প্ৰথম আৰু প্ৰধান গুণ।[১৫] কোনে গীত এটি প্ৰথমে আৰম্ভ কৰে তাৰ প্ৰমাণ গীতটোত লাগি নাথাকে, কিয়নো মুখে মুখে জীয়াই থাকি আৰু এক অঞ্চলৰ পৰা আন অঞ্চললৈ গৈ সি গঢ়-পিত সলায় আৰু ক্ৰয় যোৱা পইচাৰ দৰে তাৰ সৃষ্টিকৰ্তাৰ সোঁৱৰণ পাহৰি পেলায়।[১৬] সেয়ে কোনোৱে ইয়াক ৰাজহুৱা উচ্ছ্বাসৰ উমৈহতীয়া সৃষ্টি বুলি ক'বলৈহে প্ৰয়াস কৰে।[১৭] কিয়নো, পোনতে হয়তো কোনোবা এজন চহা কবিয়েই গীতটোৰ দুৰাৰিমান ৰচনা কৰিছিল, কিন্তু দিন যোৱাৰ লগে লগে সেই গীতটিৰ লগতে বিভিন্নজনৰ ৰচনা সংযোজিত হ'বলৈ ধৰে আৰু তাৰ পাছত গীতটি এক সামূহিক সৃষ্টিত পৰিণত হয়।

অসমীয়া মালিতাসমূহক প্ৰধানকৈ দুটা শ্ৰেণীত ভাগ কৰা হয় — কল্পনাপ্ৰধান আৰু বুৰঞ্জীমূলক।[১৮] বুৰঞ্জীমূলক মালিতাৰ ভিতৰত উল্লেখযোগ্য মালিতাটি হ'ল 'বৰফুকনৰ গীত'। এইটো শ্ৰেণীৰ ভিতৰত এই মালিতাটিহে বৰ্তমানলৈকে সম্পূৰ্ণৰূপে উদ্ধাৰ হৈছে। এই

শ্ৰেণীৰ ভিতৰৰা আনবোৰ মালিতা হ'ল — পদ্মকুমাৰীৰ গীত, মণিৰাম দেৱানৰ গীত, জয়মতী কুঁৱৰীৰ গীত, আজান ফকীৰৰ গীত, নাহৰ খোৰাৰ গীত, চিকন সৰিয়হৰ গীত ইত্যাদি। বুৰঞ্জীৰ ঘটনাৰ আলমত নির্মিত এই অসম্পূর্ণ মালিতাসমূহৰ উপৰিও আৰু কিছুমান মালিতাৰ ভগা-ছিগা টুকুৰা পোৱা যায়।

কল্পনাপ্ৰধান মালিতাসমূহৰ ভিতৰত মণিকোঁৱৰৰ গীত, ফুলকোঁৱৰৰ গীত আৰু জনা গাভৰুৰ গীত পূর্ণাংগ ৰূপত পোৱা গৈছে। সেয়ে বর্তমানলৈকে সংগৃহীত আৰু প্ৰকাশিত মালিতাসমূহৰ যিখিনি পূর্ণাংগ ৰূপত পোৱা গৈছে সেইবোৰ হয় বুৰঞ্জীমূলক নহ'লেবা কল্পনাপ্ৰধান। ৰোমাণ্টিকধর্মী কাহিনীৰ ভিত্তিত ৰচিত পূর্ণ পর্যায়ৰ মালিতা বর্তমানলৈকে পোৱা হোৱা নাই। নামনি অসমৰ পৰা সংগৃহীত কন্যা বাৰমাহী, শান্তি বাৰমাহী, সাউদৰ গীত আদি গীতত ৰোমাণ্টিক কাহিনীৰ আভাস আছে যদিও এই গীতবোৰক সীমিত অৰ্থতহে মালিতা বা কাহিনী গীত বুলিব পাৰি।[১৯]

মালিতাৰ এই দুটা প্ৰধান শ্ৰেণীৰ উপৰিও এজন সমালোচকে অসমীয়া মালিতাৰ আৰু দুটা শ্ৰেণী নির্দেশ কৰিছে — বাস্তৱ আৰু যাদুবাস্তৱমূলক মালিতা।[২০] প্ৰথমটো শ্ৰেণীত দুবলা শান্তিৰ গীত, সাউদৰ গীত, কন্যা বাৰমাহী আৰু পগলা পাৰ্বতীৰ গীত আৰু দ্বিতীয়টো শ্ৰেণীত ভূঁইকঁপৰ গীত, ভাউৰাৰ গীত, মলুৱাৰ গীত, যঁতৰৰ গীত আদি মালিতাসমূহ নির্দেশ কৰিছে। ইয়াৰ উপৰিও তেজীমলা, পানেশৈ, কমলা কুঁৱৰী, তুলা আৰু তেজা আদি লোককথাৰ লগত জড়িত কিছুমান গীতৰ খণ্ডিত টুকুৰাও পোৱা যায়। এই গীতবোৰকো কেতিয়াবা মালিতাৰ পর্যায়তে ধৰা হয় যদিও প্ৰকৃততে এনে ধৰণৰ গীতবোৰ প্ৰচলিত অৰ্থত সাধুও নহয়, মালিতাও নহয়।[২১] কাহিনী গীতৰ লগত ইবোৰৰ পাৰ্থক্য — এই গীতবোৰ সাধুকথাৰ চৰিত্ৰবোৰৰ উক্তি মাথোন।[২২]

অসমীয়া এই মালিতাসমূহৰ গঠনভংগীৰ কিছুমান বিশেষত্ব চকুত পৰে। অধিকাংশ মালিতাই বিজনামৰ দৰে চাৰি শাৰীৰ একোটা কলিৰে ৰচিত অর্থাৎ অধিকাংশ মালিতাই ত্ৰিপদী (দুলড়ী) ছন্দত ৰচিত। ইবোৰৰ তৃতীয় আৰু ষষ্ঠ চৰণত সাধাৰণতে পদান্তমিল থাকে। ছন্দৰ গতিও বৰ ক্ষিপ্ৰ। এই দিশৰ পৰা বনঘোষাৰ লগত ইয়াৰ গঠনভংগীৰ সাদৃশ্য লক্ষ্য কৰা যায়। মালিতাসমূহৰ আন এক লক্ষণ নাটকীয় গুণধর্মিতা। সংলাপন ৰীতি, সংযোগ আৰু আকস্মিকতাৰ প্ৰয়োগে গীতবোৰক নাটকীয়ত্ব প্ৰদান কৰিছে।[২৩] মালিতাসমূহত বিষয়ৰ লগত সংযোগ নথকা কিছুমান পদৰ ব্যৱহাৰ লক্ষ্য কৰা যায়। সাধাৰণতে ছন্দ মিলাবৰ বাবে প্ৰয়োগ কৰা এনে পদবোৰক কোনো কোনো সমালোচকে 'উপমাৰ মোচোৰা গাঁথি'[২৪] 'জোৰা দিয়া কথা'[২৫] 'অনুকাৰ বাক্য'[২৬] আৰু 'উপলুঙা বচন'[২৭] বুলি অভিহিত কৰিছে। এনে পদবোৰ ব্যৱহাৰ কৰি চহা কবিয়ে বর্ণনাৰ স্বাভাৱিকতা অক্ষুণ্ণ ৰাখে। যেনে- 'হাই দি তুলিবৰ লাই', 'কি মাছ মাৰিবৰ শ'ল', 'কি চৰাই কৰিবৰ চিউ', 'এ দেউ ব'ল', 'জবাৰ কোমল জিম' ইত্যাদি। প্ৰায়বোৰ মালিতাত বিশেষকৈ দীঘল মালিতাকেইটাত (যেনে- বৰফুকনৰ গীত, জনা গাভৰুৰ গীত আদি) বিয়ানাম, বিজনামৰ দৰে বর্ণনাৰ পুনৰুক্তি লক্ষ্য কৰা যায়। কিছুমান মালিতাত আৰম্ভণিতে 'আই সৰস্বতী, দেৱী পাৰ্বতীক বন্দনা কৰাৰ

পাছতহে কাহিনীভাগ আৰম্ভ হোৱা লক্ষ্য কৰা যায়।

গঠনভংগীৰ দিশৰ পৰা ইউৰোপীয় বেলাড আৰু অসমীয়া মালিতাৰ মাজত সামান্য বৈসাদৃশ্য লক্ষ্য কৰা যায়। ইউৰোপীয় বেলাডবোৰ অধিক কাহিনীমুখী। অনেক চুটি চুটি লৌকিক গীততো একোটা বেলাডৰ আখ্যানৰ কোঁহটো সোমাই থকা যেন অনুভৱ হয়।[১৮] কিন্তু অসমীয়া মালিতাৰ কাহিনীতকৈ গীতিধৰ্মিতাইহে অধিক গুৰুত্ব লাভ কৰে। দ্বিতীয়তে ইউৰোপীয় বেলাডবোৰত দেশাত্মবোধৰ ধাৰা এটা প্ৰায়বোৰ গীততে তলে তলে প্ৰৱাহিত হৈ থকা দেখা যায়। কিন্তু আমাৰ মালিতাবোৰত দেশাত্মবোধৰ প্ৰকাশ নিচেই ক্ষীণ।[১৯] ৰচনা পদ্ধতিতো ইউৰোপীয় বেলাড আৰু মালিতাসমূহৰ ভিতৰত কিছু পাৰ্থক্য লক্ষ্য কৰা যায়। অসমীয়া মালিতাসমূহত ইউৰোপীয় বেলাডৰ দৰে গীতৰ অন্তৰা বা দোহাৰ অংশ প্ৰায় নায়েই। সাধাৰণতে নৃত্যৰ লগত জড়িত এই বৈশিষ্ট্য অসমীয়া মালিতাত প্ৰায়ে দেখা নাযায় কাৰণ অসমীয়া মালিতাসমূহ প্ৰধানকৈ আবৃত্তিধৰ্মীহে।[২০] ইউৰোপীয় বেলাডৰ ছন্দৰ গতিৰ সঘন ক্ৰম-পৰিবৰ্তনে শ্ৰোতাৰ আমনি আঁতৰোৱাত সহায়ক হয়, কিন্তু আমাৰ মালিতাত সাধাৰণতে আদিৰপৰা অন্তলৈকে একেটা ছন্দৰ ব্যৱহাৰে মালিতাটো একেসুৰীয়া কৰি তোলে।

প্ৰাচীন এই বেলাডসমূহৰ আৰ্হিতে আধুনিক যুগৰ অনেক কবিয়ে মালিতা ৰচনা কৰি গৈছে। এনে বেলাড বা মালিতাসমূহকে কৃত্ৰিম মালিতা বা 'সাহিত্যিক মালিতা'[২১] বুলি অভিহিত কৰা হয়। আনকথাত এই কৃত্ৰিম মালিতাসমূহ প্ৰাচীন মালিতাসমূহৰে ক্ৰমবিকাশ বুলি ক'ব পাৰি। এনে মালিতাসমূহৰ সৃষ্টিৰ অন্তৰালত থাইকৈ ৰোমাণ্টিক ধ্যান-ধাৰণায়েই প্ৰধানভাৱে ক্ৰিয়া কৰিছিল। চহা বা আদিম জীৱন-ধাৰাত মূল্যাৰোপণ ৰোমাণ্টিক সাহিত্য-আন্দোলনৰ এক অন্যতম প্ৰধান লক্ষণৰূপে চিহ্নিত হৈছিল। চহা জীৱনৰ মুকলিমূৰীয়া কল্পনাৰঞ্জিত মালিতাসমূহে ৰোমাণ্টিক অসমীয়া কবিসকলক এনেদৰে আকৰ্ষিত কৰিছিল যে মালিতাৰ লক্ষণাক্ৰান্ত এটি ৰচনাৰেই অসমীয়া ৰোমাণ্টিক কাব্যধাৰাৰ শুভাৰম্ভ ঘটিছিল।[২২]

এজন সমালোচকে ক'ব খোজে যে 'আধুনিক কাহিনী গীত হৈছে কাব্যৰ সাৰ্বজনীনতা সৃষ্টি কৰাৰ আকাংক্ষা আৰু নৱন্যাস যুগৰ অনুভূতিপ্ৰৱণতাৰ সমাহাৰ।'[২৩] আমাৰ ৰোমাণ্টিক কবিসকলৰ কেইজনৰো কাব্যসৃষ্টিৰ অন্তৰালত এনে লক্ষণ পৰিদৃষ্ট হয়। প্ৰায় আঢ়েকুৰি বছৰীয়া অসমীয়া ৰোমাণ্টিক কাব্যধাৰাত কেইজনো কবিয়ে কৃত্ৰিম মালিতা সৃষ্টি-ক্ষেত্ৰত সাৰ্থকভাৱেই প্ৰৱেশ কৰা লক্ষ্য কৰা যায়। এই কবিসকল আৰু তেওঁলোকৰ সৃষ্টিসমূহ আমি তলত দিয়াৰ দৰে দেখুৱাব পাৰোঁ–

| কবিৰ নাম | মালিতাৰ নাম | উৎস |
|---|---|---|
| চন্দ্ৰকুমাৰ আগৰৱালা | বনকুঁৱৰী, জলকুঁৱৰী, তেজীমলা | চন্দ্ৰামৃত |
| লক্ষ্মীনাথ বেজবৰুৱা | ধনবৰ আৰু ৰতনী, ৰতনীৰ বেজাৰ, তিলকা, নিমাতী কন্যা | বেজবৰুৱা গ্ৰন্থাৱলী |

| কবিৰ নাম | মালিতাৰ নাম | উৎস |
|---|---|---|
| আনন্দচন্দ্ৰ আগৰৱালা | পানেশই, ফুলকোঁৱৰ | আনন্দচন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী |
| দুৰ্গেশ্বৰ শৰ্মা | ৰঙিলী, জলকুঁৱৰী | দুৰ্গেশ্বৰ শৰ্মা ৰচনাৱলী |
| শৈলধৰ ৰাজখোৱা | পাষাণ-প্ৰতিমা | নিজৰা |
| বিনন্দচন্দ্ৰ বৰুৱা | ৰঙামুৱা বীৰ, নজনা বীৰৰ মুৰ, আগিয়াঠুঁটীৰ বীৰ | প্ৰতিধ্বনি |

উল্লিখিত কবিসকলে তেওঁলোকৰ কৃত্ৰিম মালিতাসমূহত কেনেভাবে বিষয়বস্তু গ্ৰহণ কৰিছে সেইকথা তলত পৰ্যালোচনা কৰা হৈছে।

**চন্দ্ৰকুমাৰ আগৰৱালা :** চন্দ্ৰকুমাৰ আগৰৱালাৰ মালিতা লক্ষণাক্ৰান্ত কবিতা তিনিটা – বনকুঁৱৰী, জলকুঁৱৰী আৰু তেজীমলা। কবিতাকেইটিৰ সৃষ্টিৰ ক্ষেত্ৰত চন্দ্ৰকুমাৰে ইংৰাজ ৰোমাণ্টিক কবিসকলৰ পৰাই প্ৰেৰণা লাভ কৰিছিল আৰু এনে প্ৰেৰণাৰ ফলতেই প্ৰাচীন লোককথাক কাব্যিক ৰূপ দিয়াত তেওঁ তৎপৰ হৈছিল।

'বনকুঁৱৰী' কবিতাত বৰ্ণিত বিষয়ৰ ৰূপৰেখা এনে ধৰণৰ : নিজম দুপৰীয়া আপোন মনে বনৰ মাজত সুহুৰি মাৰি বনকুঁৱৰীয়ে আনন্দত মত্তলীয়া হৈ আছে। সংসাৰৰ মায়া-মোহ, বিষয়-বাসনাৰ পৰা সম্পূৰ্ণ আঁতৰত প্ৰকৃতিৰ জীয়াৰী বনকুঁৱৰীয়ে আপোন মনে মৰমৰ গীত গাইছে। জানৰ কাণত যক্ষিণী হোৱালীয়ে হৰিণা পোৱালিক পানী খুৱাইছে, আঁহতৰ তলত টুক টুক চাপৰি বজাই মুকলি চুলিৰে ঘূৰি ঘূৰি নাম গাইছে। কবিয়ে ঠাৱৰ কৰিব পৰা নাই, এওঁলোক সঁচাকৈয়ে দেৱী নে বনকুঁৱৰী।

'জলকুঁৱৰী' কবিতাৰ বিষয়ো ঠিক 'বনকুঁৱৰী'ৰ সমপৰ্যায়ৰ। নিজম পুৱতী নিশা জলকুঁৱৰীয়ে প্ৰকৃতি বুকুত আপোন মনে আনন্দত ৰং-ধেমালি কৰিছে। ফুলৰ পাপৰি পানীত উটাই দি, নৈৰ বুকুত ফুলাম নাও বাই জলকুঁৱৰীয়ে বিহাৰ কৰিছে। জলকুঁৱৰীসকলৰ লগতে দিগম্বৰীসকলে নাচিছে, নাগবালাসকলে চাপৰি বজাই আনন্দত আত্মহাৰা হৈছে। জলকুঁৱৰীয়ে নিজৰ মৰম-চেনেহেৰে নৈত চৰি ফুৰা ৰাজহাঁহ, গছ-বিৰিখৰ কেতেকী চৰাই আদি সকলোকে আপোন কৰি লৈছে। পুৱতী নিশাৰ অৱসানৰ লগে লগে উষাৰ আগমন ঘটিল আৰু কুঁৱলীৰ আঁৰে আঁৰে জলকুঁৱৰীয়েও মিলনৰ হাঁহিৰে চৌদিশ বেৰাই আঁতৰি গ'ল।

মালিতাত থাকিব লগা সু-সংবদ্ধ কাহিনীৰ ৰূপৰেখা অৱশ্যে এই দুয়োটি কবিতাতে লক্ষ্য কৰা নাযায়। সুসংগঠিত কাহিনীৰ পৰিবৰ্তে কবিয়ে ইয়াত আধিভৌতিক পৰিবেশ একোটিৰহে সাৰ্থক ছবি অংকন কৰিছে। দুয়োটি কবিতাতে গাভৰু ছোৱালীৰ মুকলি মূৰীয়া জীৱনৰ প্ৰতি কবিৰ আকৰ্ষণে প্ৰকাশ লাভ কৰিছে। অসমীয়া সমাজৰ জনবিশ্বাসেই এই দুয়োটি কবিতাৰ বিষয়ৰ আধাৰ। দুয়োটি কবিতাই যথাৰ্থতে দুটি ৰোমাণ্টিক খণ্ড কবিতাৰহে সাৰ্থক নিদৰ্শন।

তৃতীয়টি কবিতা 'তেজীমলা' আগৰৱালাৰ আন এটি সাৰ্থক কবিতা। ই মালিতাৰ লক্ষণেৰে অধিক লক্ষণাক্ৰান্ত। তেজীমলাৰ জনপ্ৰিয় লোককথাটিয়েই এই কবিতাটোৰ বিষয়-বস্তুৰ উপজীব্য। পিছত বেজবৰুৱাৰ 'বুঢ়ীআইৰ সাধু' গ্ৰন্থত সন্নিবিষ্ট এই সাধুটোৰ মূল কথা হ'ল মাহীমাকৰ অত্যাচাৰত মৃত্যুবৰণ কৰা এজনী অসহায়া ছোৱালীৰ করুণ কাহিনী। সাধুটোত দেউতাকৰ অনুপস্থিতিত মাহীমাকৰ অত্যাচাৰত মৃত্যুবৰণ কৰা তেজীমলা ক্ৰমে এজোপা লাও, জৰা আৰু শেহত পাৰিজাত গছ হৈ জীয়াই থাকে। দেউতাক সাউদ বণিজৰ পৰা ঘূৰি অহাৰ পাছত সেই পাৰিজাতৰূপী তেজীমলাৰ পৰিচয় উদ্ধাৰ কৰে আৰু সাউদে মাহীমাকক খেদি পঠায়। ইয়াত হিংসা, ঈৰ্ষা, হত্যা আদি অনৈতিক কৰ্মৰ ফল ভোগ কৰা দেখুওৱা হৈছে।

আগৰৱালাই 'তেজীমলা' কবিতাত সাধুটোৰ যথাযথ ৰূপ দিয়া নাই। সাধুটোৰ তেজীমলাৰ শেষ প্ৰাকৃতিক ৰূপ পাৰিজাত ফুলৰ পৰাহে আগৰৱালাৰ কবিতাটি আৰম্ভ হৈছে। মানৱ সমাজৰ মৰম-চেনেহৰ পৰা বঞ্চিতা হৈ তেজীমলাই প্ৰকৃতিৰ কোলাত আশ্ৰয় লৈছে আৰু তাই মানুহৰ প্ৰতি ভীতিগ্ৰস্তা হৈ পৰিছে। শেহত অৱশ্যে তাই পুনৰ হৃত বিশ্বাস ঘূৰাই পাইছে। কিন্তু কবিতাটিৰ শেষত আমি দেখা পাওঁ মানুহৰ হৃদয়হীনতা, নিষ্ঠুৰতা আৰু প্ৰতাৰণাৰ পৰিচয় পোৱা তেজীমলাই পুনৰ মানৱ সমাজলৈ ঘূৰি যোৱা নাই।

'তেজীমলা' কবিতাটিৰ কাহিনীৰ এই ৰূপৰেখাৰ পৰা আমি দেখা পাওঁ যে আগৰৱালাই কবিতাটিৰ শেষত প্ৰচলিত সাধুটোৰ পৰা আঁতৰি আহি মানুহৰ হৃদয়হীনতা আৰু নিষ্ঠুৰতাৰ বিৰুদ্ধে তেজীমলাক উপস্থাপন কৰিছে। পুৰণি কথাবস্তুত নতুন আলোকপাত ৰোমাণ্টিক কবিতাৰ এই লক্ষণ 'তেজীমলা' কবিতাত সুন্দৰভাৱে প্ৰতিভাত হৈছে। সমগ্ৰ কবিতাটোত কবিৰ মানৱিক প্ৰেমৰ ভাবধাৰাই প্ৰাধান্য লাভ কৰিছে। মালিতাত থাকিব লগা নিৰ্দিষ্ট আৰু সু-সংহত কাহিনী আগৰৱালাৰ তিনিওটি কবিতাত লক্ষ্য কৰিব পৰা নাযায়। 'তেজীমলা' কবিতাৰ অন্তৰালত অৱশ্যে তেজীমলাৰ আখ্যানটি অবিস্মৰণীয়ভাৱে বৈ আছে। মালিতাৰ সাংগীতিক লয় আৰু ছন্দৰ মাধুৰ্য অৱশ্যে 'তেজীমলা'ৰ বাহিৰে বাকী দুটি কবিতাত সাৰ্থকভাৱে বিচাৰিব পৰা নাযায়।

**লক্ষ্মীনাথ বেজবৰুৱা :** চন্দ্ৰকুমাৰ আগৰৱালাৰ ৰচনাত অসমীয়া কৃত্ৰিম মালিতাৰ শুভাৰম্ভ ঘটিলেও প্ৰকৃততে লক্ষ্মীনাথ বেজবৰুৱাৰ হাততহে এইশ্ৰেণী কবিতাই এক বিশেষ পৰিপূৰ্ণতা লাভ কৰিছে। বেজবৰুৱাৰ কৃত্ৰিম মালিতা চাৰিটা — ধনবৰ আৰু ৰতনী, ৰতনীৰ বেজাৰ, ডিলকা আৰু নিমাতী কন্যা। কেৱল এই চাৰিটা কবিতাতে নহয়, লোকসাহিত্যৰ ভাবশক্তিয়ে বেজবৰুৱাৰ সমগ্ৰ সাহিত্যৰাজিতে এক বিশেষ প্ৰভাৱ বিস্তাৰ কৰি আছে। বিশেষকৈ তেওঁৰ কবিতাসমূহ ৰোমাণ্টিক প্ৰতিভাৰ পোহৰত চহা গীতৰ সুৰ-সম্ভাৰৰ যোগেদি উজলি উঠিছে। এজন সমালোচকে সেয়ে যথাৰ্থভাৱেই কৈছে : 'অসমীয়া লোকসংস্কৃতি, লোকসাহিত্য — মুঠতে লোকমানসৰ আপোন সুৰত বেজবৰুৱা সাহিত্যৰ জীৱকেইডাল গোপনে বন্ধা আছে।'[৩৩]

'ধনবৰ আৰু ৰতনী' কবিতাত এহাল সহজ-সৰল মিচিং ডেকা-গাভৰুৰ প্ৰণয়ৰ পৰা উদ্ভূত বিচ্ছেদ-বেদনাৰ কাহিনী বিধৃত হৈছে। কাহিনীৰ নায়ক ধনবৰ। দিখৌমুখৰ ধনবৰৰ গাঁৱলৈ ধনশিৰিমুখৰ ৰতনী মাকৰ সৈতে ফুৰিবলৈ আহিল। ধনবৰ আৰু ৰতনীৰ মাজত এটা প্ৰেমৰ সম্পৰ্ক গঢ় লৈ উঠিল। কিন্তু সিহঁতৰ মিলনৰ পথত ৰতনীৰ মাক হেঙাৰ স্বৰূপে থিয় দিলে। নিঃস্ব ধনবৰলৈ মাকে ৰতনীক বিয়া দিব নোখোজাত ৰতনী নিজৰ গাঁৱলৈ এদিন ঘূৰি গ'ল। ৰতনী বিহীন জীৱনটো ধনবৰে বৰ নিঃসংগ যেন অনুভৱ কৰিলে। তাৰ হৃদয়ৰ দুখৰ কথা সি বৰলুইতৰ আগত চকুলো টুকি ব্যক্ত কৰিলে আৰু শেষত ৰতনীৰ বিচ্ছেদৰ দুখ সহ্য কৰিব নোৱাৰি সি বৰলুইতৰ বুকুত জপিয়াই আত্মহত্যা কৰিলে।

দ্বিতীয়টো কবিতা 'ৰতনীৰ বেজাৰ' প্ৰথমটো কবিতাৰ পৰিপূৰক। ধনবৰে আত্মহত্যা কৰাৰ পাঁচদিনৰ মূৰত এই বাতৰি ধনশিৰি মুখত ৰতনীৰ কাণত পৰিল। এই বাতৰি তাইৰ হৃদয়ত শেল সোমোৱাদি সোমাল। শোৱা পাটীত চটফটাই থাকি মাজনিশা তাই চোতালৰ আগত থকা বৰগছজোপাৰ তলত বহি ধনবৰৰ লগত পূৰ্বৰ প্ৰীতিৰ সম্পৰ্ক সুঁৱৰি, আকাশত অকলশৰে জিলিকি থকা তৰা এটিলৈ চাই বিলাপ কৰিবলৈ ধৰিলে।

লোক সমাজৰ একোখনি অনাড়ম্বৰ ছবি অংকিত এই দুয়োটি কবিতাই একোটি সাৰ্থক মালিতা। দুয়োটি মালিতাতে দুটি স্বগতোক্তি ব্যৱহৃত হৈছে। ধনবৰৰ বিলাপটি অধিক মৰ্মস্পৰ্শী। ইয়াৰ তুলনাত ৰতনীৰ বিলাপ কিছু সংযত। সহজ-সৰল অনাড়ম্বৰ প্ৰকাশভংগী দুয়োটি মালিতাৰে আকৰ্ষণীয় দিশ। ঘৰুৱা জীৱনত ব্যৱহৃত শব্দৰাজিয়ে কবিতা দুটিত মালিতাৰ স্বাভাৱিক পৰিবেশ প্ৰদান কৰিছে। আকৰ্ষণীয় প্ৰাকৃতিক দৃশ্যপটে দুয়োটি কবিতাতে ৰহণ চৰাইছে।

তৃতীয়টি কবিতা 'তিলকা'ত এগৰাকী বাল্য বিধৱা কন্যাৰ কৰুণ-কাহিনী বৰ্ণিত হৈছে। দহবছৰীয়া তিলকাই স্বামীৰ মুখ নেদেখাকৈয়ে বিধৱা হ'ল। অনাথিনী তিলকাৰ একমাত্ৰ আশ্ৰয়ৰ স্থল আছিল বুঢ়ীমাক বাঙলী। কিন্তু এদিন বাঙলী বুঢ়ীৰো মৃত্যু হ'ল। বুঢ়ীমাকৰ শবদেহৰ আগত তিলকাই কৰা বিলাপেই কবিতাটিৰ বিষয়বস্তু। পূৰ্বৰ দুটি কবিতাৰ দৰে এইটি কবিতাতো বেজবৰুৱাই স্মৃতিচাৰণৰ কৌশল ব্যৱহাৰ কৰিছে। অসমৰ লোকজীৱনৰ প্ৰতিফলন কবিতাটিৰ ছত্ৰে-ছত্ৰে বিদ্যমান। মালিতাটিত তিলকাৰ বিলাপৰ মাজেদি অসমৰ কে'বাটিও লোককথাৰ প্ৰসংগই ভুমুকি মাৰিছে। এটি জনপ্ৰিয় লোককথা 'টিপনী জীয়েকৰ সাধু'ৰ গীতৰ সুৰত মালিতাটি ৰচিত হৈছে।

বেজবৰুৱাৰ এই মালিতা তিনিটাত কেইটিমান উমৈহতীয়া সাদৃশ্য লক্ষ্য কৰিব পাৰি। কেউটি মালিতাই কৰুণ ৰসাত্মক; প্ৰকৃতিৰ এক সজীৱ চিত্ৰ কেউটি মালিতাতে লক্ষ্য কৰিব পাৰি। বিশেষকৈ বৰ্ণনীয় বিষয়ৰ লগত সংগতি ৰাখি কবিয়ে প্ৰাকৃতিক জগতৰ পৰা সঘনে উপমাদি অলংকাৰ ব্যৱহাৰ কৰিছে। এই মালিতাকেইটিত ভাবৰ কালৰ পৰাও অসমীয়া লোকজীৱনৰ নৈতিক মূল্যবোধ আৰু লোকমনৰ প্ৰকাশ ঘটিছে।

'নিমাতী কন্যা' বেজবৰুৱাৰ চতুৰ্থ মালিতা। ইয়াৰ কাহিনীভাগ লোককথাৰ পৰাই গৃহীত হৈছে। মালিতাটিত বৰ্ণিত কাহিনীৰ ৰূপৰেখা এনে ধৰণৰ ঃ ৰত্নপুৰৰ ৰজাৰ একেটি

মাথোন কন্যা, কিন্তু সেই কন্যা জন্মাৱধি নিমাতী। একেজনী মাথোন কন্যাৰ মাত নোহোৱাত ৰজা-ৰাণীৰ মনত বৰ দুখ। ৰজাই ঘোষণা কৰিলে যিজন ডেকাই নিমাতীৰ মাত উলিয়াব পাৰিব তেওঁলৈকে নিমাতীক বিয়া দিব। এই ঘোষণা শুনি জাকে জাকে কোঁৱৰৰ দল আহিল, কিন্তু নিমাতীৰ মাত উলিওৱাত সকলো ব্যৰ্থ হ'ল। কমতাপুৰৰ ৰাজপুত্ৰ আছিল আলসুৱা কোঁৱৰ। আলসুৱা কোঁৱৰে দিনে-ৰাতিয়ে কেৱল মাথোন বীণ বজাই থাকে। নিমাতী কন্যাৰ কথা শুনি আলসুৱা কোঁৱৰ আহি ৰতনপুৰত উপস্থিত হ'লহি আৰু ৰজাৰ অনুমতি লৈ নিমাতীৰ মাত উলিয়াবলৈ বীণ বজাবলৈ ধৰিলে। বীণৰ মধুৰ সুৰৰ মূৰ্ছনাত নিমাতী কন্যাৰ হৃদয় ভৰি উঠিল আৰু প্ৰাণ প্ৰিয় বুলি কোঁৱৰৰ ডিঙিত সাবটি ধৰিলে। ৰজায়ো কোঁৱৰক আঁকোৱালি ল'লে।

মালিতাটিত লোককথাৰ কাহিনীৰ পৰা বেজৱৰুৱা আঁতৰি যোৱা নাই, বৰং লোককথাটিৰ যথাযথ কাব্যিক ৰূপ দিছে। বাকীকেইটা মালিতাৰ বিপৰীতে এইটি মালিতাৰ পৰিণতি মিলনাত্মক। মালিতাৰ অনাড়ম্বৰ প্ৰকাশভংগী এইটি মালিতাতো লক্ষ্য কৰিব পাৰি। পিছে আনকেইটি মালিতাৰ দৰে প্ৰাকৃতিক চিত্ৰৰ সৰস বৰ্ণনা ইয়াত অনুপস্থিত।

**আনন্দচন্দ্ৰ আগৰৱালা ঃ** আনন্দচন্দ্ৰ আগৰৱালাৰ মালিতা দুটা – 'পানেশৈ' আৰু 'ফুলকোঁৱৰ'। পানেশৈ মালিতাৰ কাহিনীভাগ লোককথাৰ পৰাই গৃহীত হৈছে। মালিতাটিত বৰ্ণিত কাহিনীৰ ৰূপৰেখা এনে ধৰণৰ ঃ পিতৃ-মাতৃহীন পানেশৈয়ে তেজ-মঙহৰ সম্বন্ধহীন পৰিয়াল এটাৰ লালন-পালনত ডাঙৰ-দীঘল হৈছিল। সেই কৃষক পৰিয়ালৰ স্বামী-স্ত্ৰীক তাই পিতৃ-মাতৃ বুলি জ্ঞান কৰিছিল আৰু তেওঁলোকৰ পুত্ৰক ককায়েক বুলি জ্ঞান কৰিছিল। বিবাহযোগ্যা হোৱাত সেই পুত্ৰৰ লগতে পানেশৈৰ বিয়াৰ আয়োজন ঘটিল কিন্তু সেই কথা পানেশৈয়ে নাজানিলে। পিছে এজনী মগনিয়াৰ বুঢ়ীৰ পৰা পানেশৈয়ে ককায়েকৰ লগতে যে তাইৰ বিয়াৰ আয়োজন চলিছে সেই ৰহস্য জানিব পাৰিলে। এই কথা ভাবিয়েই পানেশৈ দুঃখিত হ'ল। মানুহৰ মৰমৰ মাজত থকা স্বাৰ্থপৰতা দেখিয়েই তাই মানুহৰ সমাজৰ পৰা আঁতৰি গৈ নীল সাগৰত আশ্ৰয় ল'লে। মালিতাটিৰ এই শেষৰ কাহিনীভাগ মূল লোককথাটিৰ পৰা কিছু পৃথক ৰূপত আগৰৱালাই অংকন কৰিছে। মূল কাহিনীটোৰ মিলনাত্মক পৰিণতিক তেওঁ দুখাত্মক পৰিণতি প্ৰদান কৰিছে। মূল কাহিনীত জলাশয়ৰ দাঁতিত এজোপা গছত পানেশৈয়ে আশ্ৰয় লোৱাৰ কথা আছে, কবিয়ে জলাশয়ৰ পৰিবৰ্তে সাগৰৰ উল্লেখ কৰিছে। তাৰ উপৰি প্ৰাচীন লোককথাটিত থকা সকলোবোৰ অলৌকিকতা পৰিহাৰ কৰি কবিয়ে বাস্তৱসন্মত দৃষ্টিৰে পানেশৈৰ কাহিনী ৰূপায়ণৰ যত্ন কৰিছে। অতি পৰিশীলিত ভাষা আৰু নিমজ সাৱলীল প্ৰকাশভংগী কবিতাটিৰ এক লক্ষণীয় বিশেষত্ব।

দ্বিতীয়টি মালিতা 'ফুলকোঁৱৰ' প্ৰাচীন ফুলকোঁৱৰ মালিতাৰ আধাৰত নিৰ্মিত। অসমীয়া কৃত্ৰিম মালিতাসমূহৰ ভিতৰত এইটিয়েই সবাতোকৈ দীৰ্ঘতম মালিতা। প্ৰাচীন মালিতাটোৰ কাহিনীভাগ কবিয়ে দহটা দৃশ্যত ভাগ কৰি কাব্য-কলাত নাট্য-কলাৰ মিশ্ৰণৰ প্ৰয়াস কৰিছে। মালিতাটিত বৰ্ণিত কাহিনীৰ ৰূপৰেখা এনে ধৰণৰ ঃ কুণ্ডিল নগৰৰ ৰাজকোঁৱৰ ফুলকোঁৱৰে

বিশ্বনাথ নগৰৰ ৰাজকুঁৱৰী পাঁচতুলীৰ ৰূপ-গুণৰ কথা শুনি তেওঁক লাভ কৰিবৰ বাবে কাঠৰ পখীঘোঁৰাত উঠি বিশ্বনাথ নগৰলৈ যাত্ৰা কৰিলে। ৰজাঘৰত ফুলৰ যোগান ধৰা দিজাই নামৰ মালিনী এগৰাকীৰ ঘৰত ফুলকোঁৱৰে আশ্ৰয় ল'লে। ইতিমধ্যে পাঁচতুলী কুঁৱৰীয়ে সপোনত কোঁৱৰক দেখি তেওঁক পাবলৈ ব্যাকুল হ'ল। কোঁৱৰে মালিনীৰ জৰিয়তে কুঁৱৰীলৈ মালা এধাৰি গাঁথি পঠালে আৰু মালাৰ মাজতে ফুলেৰে লিখি এখন পত্ৰ পঠালে। কুঁৱৰীয়েও কোঁৱৰৰ পত্ৰৰ সমিধান দিলে। এদিন পাঁচতুলী কুঁৱৰীৰ লগত কোঁৱৰৰ সাক্ষাৎ হ'ল। কুঁৱৰীৰ সখী কণকা আৰু জোনাকীৰ উপস্থিতিত তাতে পাঁচতুলী কুঁৱৰী আৰু ফুলকোঁৱৰৰ গন্ধৰ্ব প্ৰথামতে বিবাহ হ'ল।

মূল মালিতাটোৰ পৰা আগৰৱালা ভালেমান ঠাইত আঁতৰি আহিছে। মূলত পাঁচতুলী কুঁৱৰী আৰু ফুলকোঁৱৰৰ মিলনৰ পাছত কুঁৱৰী সগৰ্ভা হয় আৰু সেই অৱস্থাতে কোঁৱৰৰ লগত পলাই যায়। বাটত কোঁৱৰক শুকুলী হাতীয়ে লৈ গৈ এখন দেশত ৰজা পাতে। সগৰ্ভা কুঁৱৰীৰ বনত অকণা আৰু জগৰা নামৰ দুটি পুত্ৰ-সন্তানৰ জন্ম হয়। কুঁৱৰীক এজন সাউদে নাঁৱত উঠাই লৈ যায়। অৱশেষত নানা ঘাত-প্ৰতিঘাতৰ অন্তত অকণা-জগৰাৰ জৰিয়তে পাঁচতুলী কুঁৱৰী আৰু ফুলকোঁৱৰৰ মিলন হয়। মূলৰ এই গোটেইখিনি কাহিনী আগৰৱালাই পৰিহাৰ কৰিছে। তাৰ উপৰি কাব্যিক সৌন্দৰ্য ব্যাহত কৰিব পৰা মূলৰ কিছু স্থূল বৰ্ণনাও কৰিয়ে এৰি গৈছে। মূল কাহিনীটোত আহোম যুগৰ ছাপ আছে যদিও আগৰৱালাই কাহিনীভাগ প্ৰাক্ ঐতিহাসিক যুগত স্থাপন কৰিছে। মূল মালিতাৰ ভালেমান চৰণ আগৰৱালাৰ এই মালিতাটিত একে ৰূপত প্ৰতিধ্বনিত হৈছে যদিও মালিতাটোৰ গাঁথনি নিটোল আৰু প্ৰকাশভংগী অনাড়ম্বৰ। এজন সমালোচকে সেয়ে ক'বলৈ প্ৰয়াস কৰিছে : 'ফুলকোঁৱৰৰ ভাষাক চহা মুখৰ প্ৰকাশভংগীয়ে সুযোগ পালেই মাৰ্জিত সাহিত্যিক ভাষাক সিঁয়াৰিবলৈ পাহৰা নাই। লৌকিক কবিতাৰ মিঠা সুৰটো গীতি-কবিতাৰ তৰলিত প্ৰবাহেও মাৰ নিয়াব পৰা নাই।'[১১]

দুৰ্গেশ্বৰ শৰ্মা : দুৰ্গেশ্বৰ শৰ্মাৰ কৃত্ৰিম মালিতা দুটা — 'বঙিলা' আৰু 'প্ৰণয় বাতৰি'। সহজ-সৰল চহা জীৱনেই দুয়োটি মালিতাৰ কাহিনীৰ আধাৰ। 'বঙিলা' ইংৰাজী কবিতাৰ ভাঙনি। শৰ্মাই কবিতাটি সম্পূৰ্ণ অসমীয়া সাজ-পাৰেৰে প্ৰকাশ কৰাত ই মৌলিক ৰচনাৰ দৰেই হৈ পৰিছে। 'বঙিলা'ত বৰ্ণিত কাহিনীৰ ৰূপৰেখা এনে ধৰণৰ : বঙিলাৰ মাকে পুতেকৰ মৰিশালিত গজি থকা কলপুলি এটি দেখি বিহাৰ আচলেৰে চকুপানী মচিলে। সাংসাৰিক দুখ-যন্ত্ৰণাৰ আও-ভাও নোপোৱা বঙিলাই মাকক কন্দাৰ কাৰণ সোধাত মাকে চকুলো টুকি ক'লে যে বহুদিনৰ আগতেই তাইৰ ককায়েকে দুদিন মাথোন জ্বৰত ভুগি সেই ঠাইতে (মৰিশালিত) আশ্ৰয় ল'লে। বঙিলাৰ ককায়েক কেনেকৈ কম বয়সতে ঢুকাল মাকে দিয়া সেই কৰুণ বিৱৰণ শুনি বঙিলাও শোকত কাতৰ হৈ পৰিল। স্নেহ আৰু কাৰুণ্যৰ স্পৰ্শত এই মালিতাটি হৈ উঠিছে মৰ্মস্পৰ্শী। হাঁহি আৰু কান্দোনৰ মাজতেই যে মানুহৰ জীৱন অতিবাহিত হয় সেই কথাকে কবিয়ে মালিতাটিত ব্যক্ত কৰিছে। মৃত্যু জীৱনৰ গভীৰ সত্য — এই সহজ দাৰ্শনিক সত্যটি কলমানো দাৰ্শনিকতাৰ প্ৰলেপ নিদিয়াকৈ কবিয়ে কবিতাটিত

বৰ্ণনা কৰিছে। মাতৃহৃদয়ৰ দুটোপাল তপত চকুলো বিৰিঙি থকা কবিতাটিৰ মৰ্মস্পৰ্শী বৰ্ণনাই যিকোনো পাঠকৰ হৃদয় করুণ ৰসত দ্ৰবীভূত কৰি তোলে। কৃত্ৰিম মালিতাৰ সহজ-সৰল অনাড়ম্বৰ প্ৰকাশভংগী কবিতাটিত লক্ষ্য কৰা যায়।

আনটো মালিতা 'প্ৰণয় বাতৰি'ত চহা-জীৱনৰ এটি সহজ-সৰল প্ৰেম-কাহিনী বৰ্ণিত হৈছে। অৰুণ আৰু পমিলাই গাঁৱৰ মূৰত থকা বিলৰ পাৰত উমলি-জামলি ডাঙৰ-দীঘল হৈছিল। কৈশোৰৰ সেই মিলা-প্ৰীতিয়েই যৌৱনত প্ৰণয়ত পৰিণত হ'ল। বিলৰ পাৰত মেজি পাতি ৰং-ধেমালি কৰা পমিলা – অৰুণ প্ৰকৃতিৰ আমোঘ নিয়মত এদিন আঁতৰি গ'ল। এতিয়াও মাঘ বিহু আগৰ দৰেই আহে, সন্ধিয়াৰ মলয়াত সুগন্ধি বনফুলৰ সৌৰভ উৰি ফুৰে, গাঁৱৰ মূৰৰ বিলৰ পাৰত নানাৰঙী বনফুলে শোভা বৰ্ধন কৰে, কিন্তু অৰুণ-পমিলাৰ প্ৰেম-কাহিনী ইতিহাসে, অতীতে সামৰি লয়।

মালিতাটিত 'ৰঙিলা'ৰ দৰে দৃঢ়পিনদ্ধ কাহিনীৰ আভাস পোৱা নাযায়। চহা জীৱনৰ নিভাজ প্ৰেমৰ বৰ্ণনাৰ মাজতে কবিয়ে ৰূপকৰো ইংগিত দিছে – অৰুণ আৰু পমিলাৰ প্ৰেম যেন বেলি আৰু পদুমৰ নীৰৱ সম্পৰ্কৰে ইতিকথা। আনটো কৃত্ৰিম মালিতাৰ দৰে সহজ-সৰল ঘৰুৱা অসমীয়া শব্দৰ প্ৰয়োগ এইটি মালিতাতো লক্ষ্য কৰা যায়।

শৰ্মাৰ 'জলকুঁৱৰী', 'বুঢ়া ডাঙৰীয়া' আদি কবিতাতো মালিতা চানেকিৰ একোটি আখ্যান পোৱা যায়। এজন সমালোচকে যথাৰ্থভাৱেই কৈছে ঃ 'তেওঁৰ কবিতাৰ অন্যতম বিশেষত্ব হ'ল আখ্যানধৰ্মিতা। .... প্ৰণয় বাৰ্তৰি, সাদৰী বা ৰঙিলাৰ মাজতে নহয়, তেওঁৰ অন্যান্য কবিতাৱলীৰো একাংশৰ মাজত একোটি সৰু আখ্যানধৰ্মী চৰিত্ৰ আঁৰ হৈ আছে।'[৯] অৱশ্যে উল্লিখিত কবিতাসমূহ প্ৰকৃতি-বিচাৰত মালিতাৰ পৰ্যায়ত থ'ব পৰা নাযায়।

**শৈলাধৰ ৰাজখোৱা ঃ** শৈলাধৰ ৰাজখোৱাৰ কৃত্ৰিম মালিতাতুল্য কবিতা 'পাষাণ-প্ৰতিমা'ৰ বিষয়বস্তুৰ আধাৰ ইতিহাস আৰু জনশ্ৰুতি। বৰপেটা জিলাৰ অন্তৰ্গত হাদিৰাচকী নামৰ ঠাইতে অসমৰ শেষ স্বাধীন ৰজা চন্দ্ৰকান্ত সিংহই মান সৈন্যক প্ৰতিৰোধ কৰি হৃত স্বাধীনতা উদ্ধাৰৰ প্ৰয়াস কৰিছিল। হাদিৰাচকীৰ ওচৰতে আছিল দুটা সৰু পাহাৰ – ফুলৰা আৰু চতলা। কবি-কল্পনাত সেই দুটি পাহাৰেই দুগৰাকী শাপভ্ৰষ্টা কন্যাৰূপে কল্পিত হৈছে আৰু সেই দুগৰাকী কন্যাৰ লগত দুজন অসম বীৰৰ বীৰত্বৰ কাহিনী সম্পৃক্ত কৰি কবিয়ে কবিতাটিত দেশাত্মবোধৰ ভাব প্ৰকাশ কৰিছে।

কবিতাটিত বৰ্ণিত কাহিনীৰ ৰূপৰেখা অনুসৰি ৰজা চন্দ্ৰকান্ত সিংহই হাতিৰাচকীত শক্তি সঞ্চয় কৰি আত্মপ্ৰতিষ্ঠাৰ শেষ চেষ্টাৰে স্বাধীনতা উদ্ধাৰৰ বাবে মানৰ লগত যুদ্ধত প্ৰবৃত্ত হৈছে। দুগৰাকী অমৰ-বালা ফুলৰা-চতলাই অসমৰ এই শেষ স্বাধীনতা যুঁজখনি দৰ্শক হিচাপে প্ৰত্যক্ষ কৰিছে। চন্দ্ৰকান্ত সিংহৰ সম্মিলিত সৈন্যবাহিনীৰ দুজন বীৰ সেনাপতি চৈতন্য আৰু কৃষ্ণৰামে প্ৰবল পৰাক্ৰমেৰে মানৰ বিৰুদ্ধে কৰা যুদ্ধ প্ৰত্যক্ষ কৰি ফুলৰা-চতলা বীৰ দুজনৰ বীৰত্বত মুগ্ধ হৈছে আৰু সেয়ে ফুলৰাই চৈতন্যক আৰু চতলাই কৃষ্ণৰামক স্বামীৰূপে বৰণ কৰিছে। পিছে মানৰ হাতত এই দুয়োজন বীৰ যুঁজাৰুৰ পতন ঘটিল। সতীৰ সন্মুখতে পতিৰ মৃত্যু হোৱাত দুয়োগৰাকী কন্যাই পাষাণ ৰূপ ধাৰণ কৰিলে আৰু আজিও যেন

তেওঁলোকে অসমৰ স্বাধীনতা বিলুপ্তিৰ সাক্ষ্য বহন কৰি আছে।

উল্লিখিত কাহিনীভাগত ইতিহাস আৰু জনশ্ৰুতিৰ এক অপূৰ্ব সমন্বয় স্থাপিত হৈছে। কবিতাটিৰ প্ৰকাশভংগী অৱশ্যে চহাসুৰীয়া নহয়, বৰং শব্দচয়ন আড়ম্বৰপূৰ্ণ। ছন্দৰ দিশৰ পৰা কবিতাটি নিটোল।

**বিনন্দচন্দ্ৰ বৰুৱা :** বিনন্দচন্দ্ৰ বৰুৱাৰ কৃত্ৰিম মালিতা তিনিটা— 'নজনা বীৰৰ মূৰ', 'ৰঙামুৰা বীৰ', আৰু 'আগিয়াঠুটীৰ বীৰ'। ইতিহাস আৰু কিম্বদন্তী এই তিনিওটা মালিতাৰ কাহিনীৰ আধাৰ। প্ৰথমটো মালিতা 'নজনা বীৰৰ মূৰ'ৰ কাহিনীৰ প্ৰধান আধাৰ শৰাইঘাটৰ যুদ্ধ। মালিতাটিত বৰ্ণিত কাহিনীৰ ৰূপৰেখা এনে ধৰণৰ ঃ লুইতৰ কাষৰ চিলা পৰ্বতৰ দাঁতিত এখনি গাঁৱত মৰাণ বুঢ়াৰ ঘৰ। বুঢ়াৰ একেটি মাথোন নাতি, আঠবছৰীয়া কলীয়া। কলীয়াই এদিন শৰাইঘাটত মাটিত আধা পোত খাই থকা লাওখোলা এটা খান্দি ঘৰলৈ লৈ গৈ ককাকক সেইটো কাৰ লাওখোলা জানিবলৈ বিচাৰিলে। ককাকে তেতিয়া শৰাইঘাটৰ যুদ্ধৰ কাহিনী বৰ্ণনা কৰি লগতে ক'লে যে সেই যুঁজতে কলীয়াৰ দেউতাকে দেশৰ হকে যুঁজি প্ৰাণ ত্যাগ কৰিলে। বুঢাই লাওখোলাটো আলে-আথানি নকৰিবলৈ কৈ চন্দন কাঠৰ চিতাত লাওখোলাটো দাহ কৰি নজনা বীৰৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰিলে।

দ্বিতীয়টো কবিতা 'ৰঙামুৰা বীৰ' মালিতা হিচাপে অধিক আকৰ্ষণীয়। মানৰ অসম আক্ৰমণৰ কাহিনী মালিতাটিত বিধৃত হৈছে। জাজীৰ ওচৰৰ জামুগুৰি চাপৰিত গগৈ সেনাপতিয়ে তাকৰীয়া সৈন্য লৈ মানক প্ৰতিৰোধ কৰিবলৈ সক্ষম হৈছে। দুখুনি বাৰীৰ একেটি মাথোন আচলৰ ধন ৰঙামুৰাক মানৰ বিৰুদ্ধে যুঁজিবলৈ ৰাতিৰ ভিতৰতে কবচ-কাপোৰ বৈ ৰাঙলী বুঢ়ীয়ে ৰঙামুৰাক পিন্ধাই যুঁজলৈ পঠাইছে। ৰঙামুৰাই প্ৰবল বিক্ৰমেৰে গগৈ সেনাপতিৰ গা-ৰখীয়া হৈ মানৰ বিৰুদ্ধে যুঁজত প্ৰবৃত্ত হ'ল আৰু কাললৈ বীৰৰ খ্যাতি ৰাখি ৰঙামুৰা ৰণত পৰিল। গধূলি জামুগুৰি চাপৰিত ভৰি পৰা মৰাশ বোৰৰ মাজত ৰাঙলী বুঢ়ীয়ে পুতেকৰ প্ৰাণহীন দেহটো বিচাৰি পাই দুগালত দুটা চুমা খাই সুধিলে সিনো কিমান মানক বধ কৰিলে। গগৈ সেনাপতিয়ে ৰঙামুৰাৰ বীৰত্বৰ কাহিনী বুঢ়ীৰ আগত বৰ্ণনা কৰিলে। পুতেকৰ বীৰত্বৰ গৌৰৱত বুঢ়ীৰ বুকু ওফন্দি উঠিল আৰু নিজৰ স্বামী-পুত্ৰৰ পথকে লৈ বুঢ়ীয়ে ৰণক্ষেত্ৰতে প্ৰাণ ত্যাগ কৰিলে।

'আগিয়াঠুটীৰ বীৰ' নামৰ তৃতীয়টি মালিতাৰ কাহিনীৰ আধাৰ শৰাইঘাটৰ যুদ্ধ। আগিয়াঠুটীত লাচিত বৰফুকনে এটি গড় মাৰি মোগল সৈন্যবাহিনীক প্ৰতিৰোধ কৰিবলৈ যত্ন কৰিছিল। দিনৰ দিনটো যুঁজ কৰিও ৰজা ৰামসিংহই গড় অধিকাৰ কৰিব নোৱাৰি ৰাতিৰ আন্ধাৰৰ সুযোগ লৈ গড় দখল কৰিবলৈ আগবাঢ়িল। কিন্তু অসমীয়া সৈন্যৰ পৰাক্ৰমত তিষ্ঠিব নোৱাৰি মোগল সৈন্য হঁহকি যাবলৈ বাধ্য হ'ল। সেই যুদ্ধ-জয়ৰ ৰাতিৰ নিৰলেকে কুন্দ-পিঠিত শত্ৰু-সৈন্যৰ কাঁড়ৰ চিহ্ন লৈ এজন সৈনিক শৰাইঘাটত কোঠ মাৰি থকা লাচিত বৰফুকনৰ ওচৰলৈ আহিল। বৰফুকনে সৈনিকজনক পুৰস্কৃত কৰিব খুজিলে। কিন্তু বীৰ সৈনিকজনে স্বদেশ ৰক্ষাৰ বাবে কোনো পুৰস্কাৰ নালাগে, স্বদেশৰ প্ৰতি প্ৰাণ দিব পৰাটোৱেই তেওঁৰ বাবে ডাঙৰ পুৰস্কাৰ বুলি কৈ সেই সৈনিকজনে বৰফুকনৰ কোলাতে প্ৰাণ ত্যাগ কৰিলে।

বিনন্দচন্দ্ৰ বৰুৱাৰ এই কেউটি মালিতাতে কেইটিমান উমৈহতীয়া ঐক্য লক্ষ্য কৰা যায়। মালিতাকেইটিৰ কাহিনীভাগত ইতিহাস পৃষ্ঠভূমিস্বৰূপে আছে আৰু কিম্বদন্তীৰ আধাৰত কবিয়ে কাহিনীভাগ গঢ়ি তুলিছে। দেশ ৰক্ষাত নিৰীহ সাধাৰণ মানুহৰ বৰঙণিও যে উপেক্ষণীয় নহয়, তাৰ ইংগিতো তেওঁ মালিতাকেইটিত দিছে। কেউটি মালিতাই সাধাৰণ মানুহৰ অকপট স্বদেশপ্ৰেমৰ পৰিচয় বহন কৰিছে। লোকজীৱনৰ চৰিত্ৰৰ প্ৰাধান্যই তিনিওটি কবিতাকে মালিতাৰ কাষ চপাই নিছে। তাৰ উপৰি অসমীয়া জতুৱা ঠাঁচ আৰু অসমীয়া নিজস্ব সুৰদী-সুৰীয়া সুৰ একোটাই এই তিনিওটি কবিতাক মালিতাৰ প্ৰকৃতি দান কৰিছে।

এই তিনিটা কবিতাৰ উপৰিও বৰুৱাৰ আৰু দুটিমান কবিতাত মালিতাৰ চানেকি লক্ষ্য কৰিব পাৰি। তেনে কবিতাসমূহৰ ভিতৰত 'শংখধ্বনি'ৰ অন্তৰ্গত 'সৈনিকৰ আক্ষেপ', 'গোবিন্দ কোঁৱৰ; 'জয়ধ্বনি'ৰ অন্তৰ্গত 'সোণামুৱা' আদি কবিতা এই প্ৰসংগত উল্লেখ কৰিব পাৰি। এনেবোৰ কবিতাত অসমৰ গৌৰৱময় অতীতে সৃষ্টিকৰা উদ্দীপনাৰ উত্তাপ অনুভৱ কৰিব পাৰি। ইতিহাস তথা জনশ্ৰুতিৰ লেছেৰি-বোটলা অসমীয়াৰ শৌৰ্য-বীৰ্য-কীৰ্তিৰ ভালেমান বুৰঞ্জীমূলক ঘটনাৰ কাব্যিক-ৰূপ বৰুৱাই দি গৈছে। ইতিহাসৰ ঘটনাক সজীৱ আৰু স্পন্দন-পূৰ্ণ ৰূপ দিয়াত তেওঁৰ এই অসামান্য দক্ষতাৰ পৰিপ্ৰেক্ষিতত এজন সাহিত্য-বুৰঞ্জী লেখকে তেওঁক যথাৰ্থভাৱেই 'চাৰণ কবি'[৩১] আখ্যাৰে অভিহিত কৰিছে।

এনেদৰে অসমীয়া কৃত্ৰিম মালিতাসমূহত এহাতে পৰম্পৰাগত সামাজিক জীৱনৰ নৈতিক আৰু সামাজিক মূল্যবোধ আৰু আনহাতে পশ্চিমৰ পৰা লাভ কৰা মানবীয় মূল্যবোধ আৰু দেশাত্মবোধ আটাই কেউটিৰে সমন্বয় সাধিত হৈছে। তদুপৰি মালিতাকেইটিৰ গঠনভংগী আৰু শব্দচয়নকে ধৰি প্ৰকাশভংগীত পুৰণি মালিতাৰ সাঁচ স্পষ্ট, হৈ আছে।

## প্ৰসংগ-নিৰ্দেশ

১. দ্ৰষ্টব্য ঃ 'তুলা আৰু তেজা', *বেজবৰুৱাৰ গ্ৰন্থাৱলী*, ২য় খণ্ড, পৃষ্ঠা-২৭

২. কবিতাৰ উপৰিও বেজবৰুৱাৰ অন্যান্য সাহিত্য-কৰ্মতো লোকসাহিত্যৰ প্ৰভাৱ লক্ষ্য কৰা যায়। উদাহৰণ স্বৰূপে বেজবৰুৱাৰ কেউখন ধেমেলীয়া নাটকৰ কাহিনী লোককথাৰ পৰাই গৃহীত হৈছে।

৩. দ্ৰষ্টব্য ঃ লক্ষ্মীনাথ বেজবৰুৱা, *বুঢ়ীআইৰ সাধু*, পৃষ্ঠা-২৯

৪. পাতনি, *শোণিত কুঁৱৰী*, ২য় ভাঙৰণ

৫. *বিৰিঞ্চিকুমাৰ বৰুৱা, অসমৰ লোকসংস্কৃতি*, পৃষ্ঠা-২৯

৬. ডিম্বেশ্বৰ নেওগ, *নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী*, পৃষ্ঠা-২৮

৭. সত্যেন্দ্ৰনাথ শৰ্মা, *অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত*, পৃষ্ঠা-৩২

৮. মহেশ্বৰ নেওগ, অসমীয়া গীতি সাহিত্য, পৃষ্ঠা-৩৯

৯. মহেন্দ্ৰ বৰা, *সাহিত্য উপক্ৰমণিকা*, পৃষ্ঠা-৫৭

১০. *চন্দ্ৰকান্ত অভিধান*, ৩য় সংস্কৰণ, পৃষ্ঠা-৭৬০

১১. লীলা গগৈ, *অসমীয়া লোকসাহিত্যৰ ৰূপৰেখা*, পৃষ্ঠা-১৫৬

১২. 'Short Story in Verse'.
- Hudson, *An Introduction to the Study of Literature*, P-10.

১৩. প্ৰফুল্লদত্ত গোস্বামী, *অসমীয়া জন সাহিত্য*, পৃষ্ঠা-৫৪

১৪. 'It is not a narrative poem only, it is a narrative poem lyrical in form or a lyrical poem with a narative body in it.' - Prof. WP Ker.
- q v. P.D. Goswami, *Ballads and Tales of Assam*, P-7

১৫. 'The first and formost quality about ballad is not its personality but its imprersonality.' - F Sidgwick
উৎস ঃ মহেন্দ্ৰ বৰা, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৫৭

১৬. প্ৰফুল্লদত্ত গোস্বামী, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৫৬

১৭. মহেশ্বৰ নেওগ, পূৰ্বোক্ত গ্ৰন্থ, পৃষ্ঠা-৭

১৮. প্ৰফুল্লদত্ত গোস্বামী, 'ভূমিকা', *বাৰ মাহৰ তেৰ গীত*, পৃষ্ঠা-১৫

১৯. বীৰেন্দ্ৰনাথ দত্ত, 'অসমীয়া কাহিনী গীত ঃ কিঞ্চিত নতুন সন্ধান',
*সংজ্ঞা*, ২য় বছৰ ৪ৰ্থ সংখ্যা, পৃষ্ঠা-২৬

২০. P.D. Gosami, *Ballads and Tales of Assam*, P-51

২১. 'Neither a tale nor a ballad in the normal sense'.
- P.D. Goswami, *Ibid*, P- 60.

২২. মহেশ্বৰ নেওগ, *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, পৃষ্ঠা-৩২

২৩. সত্যেন্দ্ৰনাথ শৰ্মা, 'পুৰণি আখ্যান গীত', *সাহিত্যৰ আভাস*, পৃষ্ঠা-৮৬

২৪. ডিম্বেশ্বৰ নেওগ, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৩২

২৫. প্ৰফুল্লদত্ত গোস্বামী, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৫৯

২৬. মহেশ্বৰ নেওগ, 'ভূমিকা', *অসমীয়া গীতি সাহিত্য*, পৃষ্ঠা-১১

২৭. বিৰিঞ্চিকুমাৰ বৰুৱা, ভূমিকা, *বনৰ বৰকুৱঁৰৰ গীত*, পৃষ্ঠা-২১

২৮. মহেশ্বৰ নেওগ, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৮, ৯

২৯. মহেশ্বৰ নেওগ, *উল্লিখিত গ্ৰন্থ*, পৃষ্ঠা-৯

৩০. প্ৰফুল্ল দত্ত গোস্বামীয়ে একমাত্ৰ 'সাউদৰ গীত'তহে এনে ধৰণৰ [illegible]

কৰিব পাৰি বুলি মন্তব্য দিছে।

দ্ৰষ্টব্য ঃ *Ballads and Tales of Assam,* P- 69.

৩১. 'a literary developement of the traditional form'.
- W.H. Hudson, *Op. cit.* P-105.

৩২. 'জোনাকী' কাকতৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত প্ৰকাশিত চন্দ্ৰকুমাৰ আগৰৱালাৰ 'বনকুঁৱৰী' কবিতাটিয়েই প্ৰথম অসমীয়া ৰোমাণ্টিক কবিতা আৰু ইয়াৰ বৰ্ণনাতো মালিতাৰ কিছু লক্ষণ দেখা যায়।

৩৩. হেম বৰুৱা, 'অসমীয়া সাহিত্যত কাহিনী গীত', *সাহিত্য আৰু সাহিত্য,* পৃষ্ঠা-৪২

৩৪. ভবেন বৰুৱা, 'বেজবৰুৱাৰ সাহিত্য জগতত প্ৰাচ্য আৰু পাশ্চাত্য', *বেজবৰুৱা,* পৃষ্ঠা-৪৭

৩৫. মহেন্দ্ৰ বৰা, 'ভূমিকা', *আনন্দচন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী,* পৃষ্ঠা-০.১০

৩৬. নগেন শইকীয়া, 'মানুহ আৰু প্ৰকৃতিৰ কবি দুৰ্গেশ্বৰ শৰ্মা', *প্ৰকাশ,* ৭ম বছৰ ৭ম সংখ্যা, পৃষ্ঠা-৬৩

৩৭. সত্যেন্দ্ৰনাথ শৰ্মা, অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃষ্ঠা-৩৫৬।

# চতুৰ্থ অধ্যায়

## ৪.০১ ৰোমাণ্টিক কবিতাৰ ভাৱশক্তি গঠনত লোকমনৰ প্ৰভাৱ

প্ৰতিটো ভাষাৰে সাহিত্যৰ একোটা যুগত কেন্দ্ৰীয় একোটি ভাব থাকে। সেই কেন্দ্ৰীয় ভাবটোৱেই যুগটোৰ সাহিত্যক পৰিচালনা কৰে, যুগটোৰ সাহিত্যৰ দিক্ নিৰ্ণয় কৰে। সেই কেন্দ্ৰীয় ভাবটোক সেই যুগটোৰ সাহিত্যৰ ভাৱশক্তি (Spirit) বুলি অভিহিত কৰিব পাৰি।[১] ই ভাববস্তুৰ (Intellectual Eliment) পৰা পৃথক। প্ৰত্যেক ৰচনাৰে ভাববস্তুৰ পৃথকতা থাকিব পাৰে, ভাৱশক্তি কিন্তু একক। আধুনিক অসমীয়া সাহিত্যৰো জন্মলগ্নৰ সময়ছোৱাত (ঊনবিংশ শতিকাৰ শেষ দশক) অসমীয়া ভাষা-সাহিত্যত তিনিটা কেন্দ্ৰীয় ভাব পৰিদৃষ্ট হয় আৰু সেইকেইটা হ'ল স্বদেশানুৰাগ, উদাৰ মানবিকতাবাদ আৰু ঐতিহ্যলব্ধ ভাবাদৰ্শ। এই কেন্দ্ৰীয় ভাবকেইটাই আধুনিক অসমীয়া কবিতাৰো কেন্দ্ৰীয় ভাৱশক্তিৰূপে ক্ৰিয়া কৰিছিল। এই কেন্দ্ৰীয় ভাবকেইটি গঢ় লৈ উঠাৰ লগত সম্পৰ্কিত হৈ আছিল সমকালীন লেখকসকলে লাভ কৰা বৌদ্ধিক আৰু সামাজিক পৰিবেশ।

ঊনবিংশ শতিকাত কলিকতাক কেন্দ্ৰ কৰি গঢ় লৈ উঠা আৰু সমগ্ৰ ভাৰতবৰ্ষৰ শিক্ষিত শ্ৰেণীটোক স্পৰ্শ কৰি যোৱা নৱজাগৰণৰ ঢৌৱে অসমীয়া সমাজখনকো চুই গৈছিল। শতিকাটোৰ প্ৰথমাৰ্ধত বংগদেশৰ সামাজিক জীৱনৰ বিভিন্ন দিশক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল এক সচেতন দৃষ্টিভংগী। ভাষা-সাহিত্য, প্ৰাচ্য-বিদ্যা, বাণিজ্য, ধৰ্ম, জ্ঞান, শিক্ষা আদি বিভিন্ন বিষয় লৈ বংগদেশত গঢ়ি উঠা অনুষ্ঠানবিলাকেই এনে জাগৰণৰ পৰিচয় বহন কৰিছিল[২] আৰু এনে অনুষ্ঠানবিলাকে সামাজিক-সাংস্কৃতিক-শৈক্ষিক আৰু বৌদ্ধিক জীৱনত সৃষ্টি কৰা আলোড়নেই আধুনিক জীৱনৰ বুকুলৈ বংগদেশক ঠেলি দিছিল।[৩] বংগদেশত এই নৱজাগৰণৰ সৃষ্টি হোৱাৰ সময়ছোৱাৰ পৰিবেশৰ লগত অসমৰ ৰাজনৈতিক তথা সাংস্কৃতিক পৰিবেশৰ সাদৃশ্য নাছিল। অসমৰ সমাজ আৰু সাংস্কৃতিক জীৱন সেই সময়ৰ কলিকতাৰ দৰে নাছিল যদিও নৱজাগৰণৰ প্ৰভাৱ ইমানেই গভীৰ আৰু ব্যাপক আছিল যে সি অসমকো পোনপটীয়াকৈ প্ৰভাৱিত কৰিছিল। অসমৰ শিক্ষিত শ্ৰেণীটোৱে কলিকতাতে ইংৰাজী শিক্ষাৰে শিক্ষিত হৈছিল। এই ইংৰাজী শিক্ষাৰ প্ৰভাৱ আছিল বৈপ্লৱিক ধৰণৰ আৰু এই প্ৰভাৱেই সমগ্ৰ জাতিৰ জীৱনক প্ৰভাৱিত কৰিব পৰা মধ্যবিত্ত শিক্ষিত শ্ৰেণী এটাৰ অসমত জন্ম দিছিল।

ঊনবিংশ শতিকাৰ শেহৰ দুটা দশকত কলিকতাত শিক্ষাগ্ৰহণ কৰিবলৈ যোৱা অসমীয়া ছাত্ৰসকলে নৱজাগৰণে বংগদেশৰ সামাজিক, সাংস্কৃতিক, শৈক্ষিক আৰু বৌদ্ধিক তথা

সাহিত্য-ক্ষেত্রত সৃষ্টি কৰা পৰিবৰ্তনসমূহ দেখা পালে। বংগৰ নৱজাগৰণৰ দ্বাৰা তেওঁলোক পোনপটীয়াকৈ প্ৰভাৱিত আৰু অনুপ্ৰাণিত হ'ল আৰু ইয়েই তেওঁলোকৰ অন্তৰত এক সাংস্কৃতিক জাতীয়তাবোধ আৰু দেশাত্মবোধৰ জন্ম দিলে। অৱশ্যে দেশৰ পৰাধীনতাও দেশাত্মবোধ সৃষ্টিৰ আঁৰৰ অন্যতম কাৰক আছিল যদিও তেওঁবিলাক প্ৰত্যক্ষ ৰাজনৈতিক চেতনাৰ পৰা দূৰত আছিল। অসমৰ ভাষা-সাহিত্য, সমাজ-সংস্কৃতিক আধুনিক ৰূপত গঢ় দিবলৈ অসমৰ প্ৰাচীন ঐতিহ্যইও তেওঁলোকক অনুপ্ৰেৰণা দান কৰিছিল। এহাতে ঐতিহ্যপ্ৰীতি আৰু আনহাতে পশ্চিমৰ পৰা লাভ কৰা এক ৰোমাণ্টিক দৃষ্টিভংগী -- এই দুয়োটাই ঊনবিংশ শতিকাৰ শেষ দশকৰ অসমীয়া কবি-সাহিত্যিকসকলৰ প্ৰেৰণাৰ উৎস আছিল। স্বদেশপ্ৰীতি আৰু ঐতিহ্যপ্ৰীতিৰ লগতে পাশ্চাত্য সাহিত্য আৰু দৰ্শনৰ লগত ঘনিষ্ঠ পৰিচয়ে তেওঁলোকৰ ৰচনাত এক উদাৰ মানৱিকতাবাদী দৃষ্টিভংগীৰো জন্ম দিলে। ঐতিহ্য আৰু আধুনিকতাৰ সমন্বয়ত গঢ় লৈ উঠা আধুনিক অসমীয়া কবিসকলৰ কাব্য-মানসৰ অন্তৰালত সেয়ে স্বদেশানুৰাগ, মানৱিকতাবাদ আৰু ঐতিহ্যৰ আধাৰত গঢ় লৈ উঠা এক ৰোমাণ্টিক আদৰ্শবাদী দৃষ্টিভংগীয়ে প্ৰধানভাৱে ক্ৰিয়া কৰি আছিল।[২]

ৰোমাণ্টিক কবিসকলৰ ঐতিহ্যপ্ৰীতি সম্পৰ্কীয় দৃষ্টিভংগীয়ে প্ৰাচীন অসমীয়া সাহিত্য-সংস্কৃতিক নতুন ৰূপত চাবলৈ তেওঁলোকক অনুপ্ৰেৰণা দিলে। ৰোমাণ্টিক কবিসকলৰ কাব্য-চেষ্টাৰ পূৰ্বেই ৰমাকান্ত চৌধুৰী, ভোলানাথ দাস, কমলাকান্ত ভট্টাচাৰ্য আদি কবিসকলে অসমীয়া কাব্যক ইয়াৰ ঐতিহ্যগত ভাবাদৰ্শৰ পৰা মুক্ত কৰি এটা নতুন সাহিত্য-ধাৰাৰ পক্ষে বাট কাটি দিছিল। কবিতাৰ ভাব, বিষয়, ৰূপ-ৰস আদি সকলো ক্ষেত্ৰতে ৰোমাণ্টিক কবিতা পুৰণিৰ পৰা আঁতৰি আহিল যদিও প্ৰাচীন সাহিত্যৰ ভাব-আদৰ্শৰ লগত ৰোমাণ্টিক কবিৰ অন্তৰৰ সম্পৰ্ক এটা কিন্তু বৈ গ'ল। বিশেষকৈ অসমৰ বৈষ্ণৱ সাহিত্য আৰু সংস্কৃতিয়ে দান কৰা দৃষ্টিভংগী, জীৱনবোধ আৰু প্ৰমূল্যসমূহ চন্দ্ৰকুমাৰ, হেমচন্দ্ৰ আৰু বেজবৰুৱাৰ ব্যক্তিত্ব আৰু কৰ্মৰ পৰা অন্তৰ্হিত হোৱা নাছিল।[৩] বৰং জীৱন আৰু জগতে ৰহস্যৰ আৰু বিস্ময়ৰ এক নতুন জগতৰ দুৱাৰ মুকলি কৰি দিলেও, ঐতিহ্যলব্ধ জীৱনাদৰ্শ আৰু সাংস্কৃতিক চেতনা এই কবিসকলৰ মাজত সমানেই সক্ৰিয় আছিল। তদুপৰি তেওঁবিলাকে এই কথাও অনুভৱ কৰিছিল যে যি সামাজিক-সাংস্কৃতিক ঐতিহ্যৰ মাজত তেওঁলোক লালিত-পালিত হৈছিল তাতেই জীৱনৰ অনেক প্ৰমূল্য আৰু সৌন্দৰ্য নিহিত হৈ আছিল। তেওঁলোকে লোকজীৱনক মুগ্ধ দৃষ্টিৰে চোৱাৰ ইয়েই আছিল অন্যতম প্ৰধান কাৰণ।

সেয়ে, অসমীয়া ৰোমাণ্টিক কবিতাৰ এই ভাৱশক্তি গঠনত অসমৰ লোকমনে এক বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। অৱশ্যে অসমীয়া ৰোমাণ্টিক কবিতাৰ স্বৰূপ বিচাৰ-প্ৰসংগত লক্ষ্য কৰা যায় যে কবিতাৰ ভাববস্তু গ্ৰহণৰ ক্ষেত্ৰত কবিসকল লোকজীৱনৰ দ্বাৰা যেনেদৰে প্ৰভাৱিত হৈছিল কবিতাৰ ভাৱশক্তি গঠনত লোকমনৰ দ্বাৰা কবিসকল সেই অনুসাৰে প্ৰভাৱিত হোৱা নাছিল। আধুনিক অসমীয়া কবিতাৰ বা সাধাৰণভাৱে অসমীয়া ৰোমাণ্টিক কবিতাৰ অন্যতম ভাৱশক্তি উদাৰনৈতিক মানৱিকতাবাদ অথবা দেশাত্মবোধ সৃষ্টিৰ অন্তৰালত লোকমনৰ ভূমিকা বিশেষ সক্ৰিয় আছিল বুলি ক'ব পৰা নাযায়। কাৰণ, ইংৰাজী শিক্ষা,

পাশ্চাত্য সাহিত্য আৰু দৰ্শনৰ অধ্যয়ন-আস্বাদন আৰু বংগদেশৰ নৱজাগৰণেই আছিল এই দুই ভাবশক্তি গঠনৰ আঁৰৰ প্ৰধান উৎস। কিন্তু ঐতিহ্যলব্ধ ভাবাদৰ্শ ভাবশক্তি গঠনৰ আঁৰত লোকমনৰ ভূমিকাই আছিল বিশেষভাৱে সক্ৰিয়।

ঐতিহ্যলব্ধ ভাবাদৰ্শ ৰোমাণ্টিক কবিতাত কেনেদৰে সক্ৰিয় আছিল প্ৰথম অসমীয়া ৰোমাণ্টিক কবি চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাতে তাৰ উমান পাব পাৰি। আগৰৱালাৰ দীঘল কবিতা 'বীণ ব'ৰাগী'ৰ মূল ভাববস্তু মানৱ-প্ৰীতি, কিন্তু কবিতাটিৰ শেষৰ ফালে কবিৰ সেই মানৱ-প্ৰীতিয়ে এক আধ্যাত্মিকতাৰ স্তৰ লাভ কৰিছে আৰু অসমৰ বৈষ্ণৱ ধৰ্মীয় আদৰ্শই এই ক্ষেত্ৰত তেওঁক প্ৰভাৱিত কৰিছে। কবিতাটিৰ শেষৰ ফালে দেখা যায় ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাৰ সোঁতেদি ব'ৰাগীয়ে আগুৱাই গৈ দুঃখহাৰী পতিত-পাৱন জগৎস্বামীৰ সান্নিধ্য বাঞ্ছা কৰিছে আৰু তাৰ ফলত মহাপ্ৰয়াণৰ যাত্ৰী বীণ ব'ৰাগীৰ চকুত সমগ্ৰ জগতখনেই নতুন ৰূপত প্ৰতিভাত হৈছে (দ্ৰষ্টব্য ঃ বীণ ব'ৰাগীৰ ৭ম, ৮ম আৰু ৯ম স্তৱক)। তাৰ উপৰি বীণ ব'ৰাগী নামটোৱেই অসমীয়া লোকজীৱনৰ লগত গভীৰভাৱে সম্পৃক্ত। একেদৰে আগৰৱালাৰ উল্লেখযোগ্য কবিতা 'নিয়ৰ'ত কবিৰ সৌন্দৰ্যপ্ৰিয়তাই প্ৰধান ভাববস্তুৰূপে প্ৰকাশ লাভ কৰিছে। পিছে কবিতাটিৰ মূল ভাবশক্তি জীৱনৰ ক্ষণস্থায়িত্ব। জীৱনৰ ক্ষণস্থায়িত্ব সম্পৰ্কীয় এনে ভাবশক্তি আমাৰ লোকগীততো ধ্বনিত হৈছে। বিশেষকৈ দেহবিচাৰ গীত আৰু কিছুমান বিহুনামত জীৱনৰ ক্ষণস্থায়িত্ব সম্পৰ্কীয় ভাবৰ প্ৰকাশ লক্ষ্য কৰিব পাৰি। আগৰৱালাৰ আন এটি কবিতা 'প্ৰকৃতি'ত জীৱনৰ ক্ষণস্থায়িত্ব সম্পৰ্কীয় ভাবনাই এক গভীৰ দ্যোতনাৰ সৃষ্টি কৰিছে। সেয়ে এনেবোৰ কবিতাত প্ৰকাশিত জীৱনৰ ক্ষণস্থায়িত্ব সম্পৰ্কীয় দৃষ্টিভংগীত কবিক লৌকিক জীৱনাদৰ্শই প্ৰভাৱিত কৰিছে বুলি ভাবিবৰ থল আছে।

ঐতিহ্যলব্ধ ভাবাদৰ্শ আৰু সাংস্কৃতিক চেতনা বিশেষভাৱে সক্ৰিয় হৈ আছিল লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনাত। তেওঁৰ কবিতাসমূহৰ প্ৰধান ভাববস্তু দেশাত্মবোধ, প্ৰেম, সৌন্দৰ্য-চেতনা আৰু অধ্যাত্মবোধ। অসমীয়া লোককবিৰ কথা আৰু সুৰে আৰু বৈষ্ণৱ দৰ্শনে বেজবৰুৱাৰ কবিতাত গভীৰ প্ৰভাৱ বিস্তাৰ কৰিছে। অসমীয়া জাতীয় জীৱনৰ লৌকিক ৰূপটো বেজবৰুৱাৰ অৱচেতনত কিমানদূৰ সক্ৰিয় হৈ আছিল তাৰ উমান তেওঁৰ কবিতাসমূহতে পোৱা যায়। অসমৰ লোকমনেও তেওঁৰ কবিতাৰ ভাবশক্তি গঠনত বিশেষ ভূমিকা গ্ৰহণ কৰিছে। এই সন্দৰ্ভত বেজবৰুৱাৰ 'বীণ ব'ৰাগী' নামৰ দীঘল কবিতাটোলৈকে আঙুলিয়াব পাৰি। কবিতাটিৰ মূল ভাববস্তু স্বদেশপ্ৰীতি, কিন্তু কবিতাটিৰ মূল ভাবশক্তি আধ্যাত্মিকতা আৰু ই লোকমনৰদ্বাৰা প্ৰভাৱিত। তেওঁৰ 'ধনবৰ আৰু ৰতনী' আৰু 'ৰতনীৰ বেজাৰ' – এই দুটি কবিতাত অসমৰ লোকজীৱনৰ স্বৰূপটোৱেই উদ্ভাসিত হৈ উঠিছে। এই দুয়োটি কবিতাৰ প্ৰেম আৰু বিৰহৰ চিত্ৰত অসমৰ লোকমনটো সক্ৰিয় হৈ আছে। কবিতাদুটিত নায়ক-নায়িকাই পৰস্পৰৰ মিলনৰ যি আকাংক্ষা ব্যক্ত কৰিছে তেনে দৃষ্টিভংগী লোকমনৰ প্ৰভাৱসম্ভূত। বৈষ্ণৱ কবিসকলৰ ভাবাদৰ্শ বেজবৰুৱাৰ কে'বাটাও কবিতাত মূল ভাবশক্তিৰূপে ক্ৰিয়া কৰি আছে। এই সন্দৰ্ভত তেওঁৰ 'ঈশ্বৰ আৰু ভকত' কবিতাটি বিশেষভাৱে স্মৰণ কৰিব পাৰি। পাৰ্থিৱ সৌন্দৰ্যত প্ৰকৃত সুখ-স্বাচ্ছন্দ্য নাই, প্ৰকৃত সুখ আছে ঐশ্বৰিক প্ৰেমতহে – বৈষ্ণৱ কাব্যত

প্ৰকাশিত এনে ভাবাদৰ্শই বেজবৰুৱাৰ দুটিমান কবিতাত (যেনে- বৰ আৰু সৰু, ধূলি, প্ৰেম, অৱশেষ, প্ৰেম প্ৰেম বুলি ইত্যাদি) প্ৰকাশ লাভ কৰিছে। তাৰ উপৰি দুবৰি বন, ধূলি আদি শব্দৰে সাধাৰণ অসমীয়া গাঁওবাসীয়ে নিজৰ ক্ষুদ্ৰত্ব প্ৰকাশ কৰে। বেজবৰুৱাৰ 'বৰ আৰু সৰু' আৰু 'ধূলি' কবিতাত আমি যেন তাৰে প্ৰতিধ্বনি শুনোহঁক।

'জ্ঞান মালিনী'ৰ কবি মফিজুদ্দিন আহমদ হাজৰিকা জোনাকী আন্দোলনৰ বাহিৰৰ থূলৰ কবি। সেয়ে হ'লেও যুগ-ভাবশক্তিৰ প্ৰভাৱৰদ্বাৰা তেওঁৰ কবিমনো প্ৰভাৱিত নোহোৱাকৈ থকা নাছিল। তেওঁৰ 'জ্ঞান মালিনী' আৰু 'তত্ত্ব-পাৰিজাত' এই দুয়োখন কবিতাপুথিৰ কবিতাবোৰৰ মূল ভাববস্তু এক নৈতিক আৰু আধ্যাত্মিক ভাবাদৰ্শ। লোকজীৱনৰ মাত-কথাৰ প্ৰতিধ্বনি তেওঁৰ কবিতাত চকুতলগা বিশেষত্ব (দ্ৰষ্টব্য ঃ পৰৱৰ্তী ৫.০৩ অধ্যায়)। হাজৰিকাৰ 'মৰিশালিখনি', 'মুনিচুনি বেলি', 'আত্মন', 'দিনকণা' আদি সকলোবোৰ কবিতাৰ প্ৰধান ভাবশক্তি এক আধ্যাত্মিক আদৰ্শ আৰু অসমৰ লোকমনৰ প্ৰভাৱ এই ক্ষেত্ৰত বিশেষভাৱে অনুভূত হয়।

'ভাওনি কোঁৱৰ' নামেৰে খ্যাত আনন্দচন্দ্ৰ আগৰৱালাৰ মৌলিক কবিতাসমূহৰ মূল ভাবশক্তি ঐতিহ্যলব্ধ ভাবাদৰ্শ। 'বলম', 'আমাৰ গাঁও', 'কদমৰ কথা' আদি কবিতাত ঐতিহ্য প্ৰীতিয়েই প্ৰধান ভাবশক্তিৰূপে ক্ৰিয়া কৰি আছে। তেওঁৰ 'আমাৰ গাঁও' কবিতাটিত 'গোহালিত গৰু, পুখুৰীত মাছ, ভঁৰালত ধান, বাৰীত তামোল-পাণেৰে পৰিপূৰ্ণ এসময়ৰ অসমৰ প্ৰাচুৰ্যপূৰ্ণ গাঁৱৰ ছবিখনে ভুমুকি মাৰিছে। আগৰৱালাৰ 'ফুলকোঁৱৰ' আৰু 'পানেশৈ' কবিতাত অসমৰ লোকজীৱনৰ প্ৰকাশ বিশেষভাৱে লক্ষ্য কৰিব পাৰি।

ৰঘুনাথ চৌধাৰীৰ কবিতাৰ মূল ভাববস্তু প্ৰেম আৰু প্ৰকৃতি-প্ৰীতি। প্ৰেমৰ পৰা উদ্ভূত বিৰহ-বেদনাই তেওঁৰ বৈৰাগ্যমূলক কবিতাসমূহৰ প্ৰধান ভাববস্তু। বৈৰাগ্যমূলক এই কবিতাসমূহত ঐতিহ্যলব্ধ ভাবাদৰ্শই মূল ভাবশক্তিৰূপে ক্ৰিয়া কৰি আছে। এই ক্ষেত্ৰত অসমৰ বৈষ্ণৱ কবিসকলৰ ভাবাদৰ্শ আৰু দেহবিচাৰ গীত আদিৰ প্ৰভাৱ তেওঁৰ কবিতাত স্পষ্ট। চৌধাৰীৰ প্ৰথম কবিতা পুথি 'সাদৰী'ৰ প্ৰথমটো কবিতাকে (ভিক্ষা) এই প্ৰসংগত উল্লেখ কৰিব পাৰি। সংসাৰৰ আশা-সুখ, শান্তি-প্ৰেম, বাসনা-তৃপ্তি, ৰাজপদ-সন্মান-গৌৰৱ আদি পাবলৈ হাবাথুৰি খাই কবি বিফল হ'ল। মায়া-মৰীচিকাময় সংসাৰত সেইখিনি বিচাৰিবলৈ গৈ কবিয়ে দুখৰ উপৰি দুখ পালে। সেয়ে কবিয়ে পিশাচিনী কামনাক আঁতৰাই সাংসাৰিক দুখ-দৈন্যক ভগৱানৰ দান বুলি মানি ল'বলৈ প্ৰয়াস কৰিছে আৰু কামনা কৰিছে শিলৰ ৰেখাৰ দৰে ভগৱানতে তেওঁৰ যেন অটল বিশ্বাস থাকে। কবিতাটিত প্ৰকাশিত এনে দৃষ্টিভংগী আমাৰ দেহবিচাৰ গীতত প্ৰকাশিত ভাবৰ সৈতে একে। 'সাদৰী'ৰ অন্তৰ্গত আন কেবাটিও কবিতাত দেহবিচাৰ' গীতৰ এনে প্ৰতিধ্বনি শুনা যায়।* সেয়ে এনেবোৰ কবিতাৰ ভাবশক্তি গঠনত অসমৰ লোকমনটোৰ প্ৰভাৱ তেওঁৰ কবিতাত ক্ৰিয়াশীল। 'সাদৰী'ৰ কবিতাসমূহৰ উপৰিও চৌধাৰীৰ 'বৈৰাগ্যৰ কথা', 'ফুল শয্যা', 'মনাই ব'ৰাগী' আদি কবিতাতো এনে দৃষ্টিভংগীৰ প্ৰকাশ লক্ষ্য কৰিব পৰা যায়।

'জোনাকী' কালতে সৃষ্টি কৰা ভাবশক্তি একেটা ধাৰাতে পৰৱৰ্তী 'বাঁহী' আৰু 'আৱাহন'

আলোচনীৰ যুগলৈকে প্ৰবাহিত হৈ আছিল। অসমীয়া ৰোমাণ্টিক কাব্য-সাহিত্যৰ দ্বিতীয় স্তৰটো (বাঁহী যুগ) প্ৰকৃততে অসমীয়া কবিতাৰ ব্যাপ্তি আৰু বিস্তাৰৰ যুগ। এই স্তৰৰে শেষৰ ফালৰ উল্লেখযোগ্য কবিকেইজন হ'ল ডিম্বেশ্বৰ নেওগ, পাৰ্বতিপ্ৰসাদ বৰুৱা, বিনন্দচন্দ্ৰ বৰুৱা আৰু জ্যোতিপ্ৰসাদ আগৰৱালা।

ডিম্বেশ্বৰ নেওগৰ কবিতাৰ মূল ভাববস্তু প্ৰেম আৰু দেশপ্ৰেম। প্ৰেম সম্পৰ্কীয় তেওঁৰ কিছুমান কবিতাত অসমৰ লোকমনটোৰ প্ৰকাশ বিশেষভাৱে লক্ষ্য কৰিব পাৰি। এই সন্দৰ্ভত তেওঁৰ 'বিহুৱতী'ৰ অন্তৰ্গত 'প্ৰথম উৰুকা', 'দ্বিতীয় উৰুকা' আৰু 'তৃতীয় উৰুকা' কবিতা তিনিটা স্মৰণ কৰিব পাৰি। মূলতঃ ইংৰাজী কবিতাৰ আলমত ৰচিত হ'লেও এই কবিতা তিনিটাত অসমৰ লোকজীৱনৰ সৰ্বাতোকৈ জনপ্ৰিয় উছৱ ৰঙালী বিহুৱে বিশেষ গুৰুত্ব লাভ কৰিছে। অসমৰ লোকজীৱনৰ বিশ্বাস আৰু সংস্কাৰেও কবিতাকেইটিত ভুমুকি মাৰিছে। 'বিহুৱতী'ৰ উপৰিও নেওগৰ অন্যান্য কবিতাতো ঐতিহ্যপ্ৰীতি সম্পৰ্কীয় দৃষ্টিভংগীৰ প্ৰকাশ লক্ষ্য কৰিব পাৰি।

অসমৰ লোকজীৱনৰ সুৰ আৰু চিত্ৰৰে উজ্জ্বল পাৰ্বতিপ্ৰসাদ বৰুৱাৰ কবিতাৰ মূল ভাবশক্তি পাৰ্থিৱতাৰ মাজত অপাৰ্থিৱ অস্তিত্বৰ ধাৰণা। আনহাতে তেওঁৰ কবিতাৰ ভাববস্তু, ভাবশক্তি, ৰূপ, ৰস আদি সকলো ক্ষেত্ৰতে অসমৰ লোকমনটোৰ প্ৰকাশ বিশেষভাৱে লক্ষ্য কৰা যায় (দ্ৰষ্টব্য ঃ পৰৱৰ্তী ৫.০৩ অধ্যায়)। এই সন্দৰ্ভত তেওঁৰ 'ভঙা টোকাৰীৰ সুৰ', 'আহিলি ৰাঙলী ৰাঙলী', 'বুঢ়া আহত আৰু বোৱতী নৈ' আদি কবিতা বিশেষভাৱে স্মৰণ কৰিব পাৰি। বিনন্দচন্দ্ৰ বৰুৱাৰ কবিতাত দেশাত্মবোধে মূল ভাবশক্তিৰূপে ক্ৰিয়া কৰিছে যদিও তেওঁৰ দেশাত্মবোধক কবিতাসমূহতে প্ৰকাশিত ঐতিহ্যপ্ৰীতি সম্পৰ্কীয় দৃষ্টিভংগীত অসমৰ লোকমনটো সক্ৰিয় হৈ আছে। একেদৰে জ্যোতিপ্ৰসাদ আগৰৱালাৰ কবিতাৰো মূল ভাবশক্তি স্বদেশচেতনা যদিও ঐতিহ্যপ্ৰীতিও তেওঁৰ কবিতাৰ অন্যতম ভাবশক্তিৰূপে চিহ্নিত হৈছে। অসমৰ লোকসাংস্কৃতিক উপাদানো তেওঁৰ কবিতাত যথেষ্ট ব্যৱহৃত হৈছে (দ্ৰষ্টব্যঃ পৰৱৰ্তী ৫.০২ আৰু ৫.০৩ অধ্যায়)। আগৰৱালাৰ 'চিত্ৰলেখা', 'লাচিতৰ আহ্বান', 'কনকলতা', 'অ' মোৰ ধুনীয়া গাঁও', 'লুইতৰ পাৰৰ ৰবেচহৰ', 'গাঁৱৰ জীয়াৰী', 'অসমীয়া ডেকাৰ উক্তি', 'অসমীয়া ছোৱালীৰ উক্তি' আদি কবিতাত ভাববস্তু বিচিত্ৰ হ'লেও ঐতিহ্যপ্ৰীতি সম্পৰ্কীয় দৃষ্টিভংগীয়েই ইবোৰত প্ৰধান ভাবশক্তিৰূপে ক্ৰিয়া কৰিছে।

অসমীয়া ৰোমাণ্টিক কাব্যধাৰাৰ শেষ স্তৰ ৰূপে চিহ্নিত 'আৱাহন'ৰ কালছোৱাৰ উল্লেখযোগ্য কবিকেইজন হ'ল আনন্দচন্দ্ৰ বৰুৱা, গণেশচন্দ্ৰ গগৈ আৰু দেৱকান্ত বৰুৱা। শেষ স্তৰৰ এই কেউজন কবিৰে কবিতাৰ মূল ভাববস্তু প্ৰেম। আনন্দচন্দ্ৰ বৰুৱাৰ কবিতাত মানৱতাবাদ আৰু আধ্যাত্মিকতাই প্ৰধান ভাবশক্তিৰূপে প্ৰকাশ লাভ কৰিছে। অসমৰ লোকজীৱনৰ উপাদান তেওঁৰ কবিতাত ব্যৱহৃত হৈছে যদিও অসমৰ লোকমনে তেওঁৰ কবিতাৰ ভাবশক্তি গঠনত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে বুলি ক'ব পৰা নাযায়। অৱশ্যে 'কাতি বিহুৰ দিনা', 'মনোৰমা', 'মাঘ বিহু', 'মোৰ আই' আদি তেওঁৰ কবিতাত ঐতিহ্যপ্ৰীতি সম্পৰ্কীয় দৃষ্টিভংগীৰ প্ৰকাশ লক্ষ্য কৰিব পাৰি। গণেশচন্দ্ৰ গগৈৰ কবিতাৰো মূল সুৰ প্ৰেম

আৰু প্ৰেমৰ পৰা ওপজা বিৰহ-বেদনা। প্ৰেমৰ ব্যৰ্থতাত খেদ কৰি কবিয়ে নিয়তিক অথবা ভাগ্যক দুষিছে। এনে দৃষ্টিভংগী সম্পূৰ্ণৰূপে লোকমনৰ প্ৰভাৱসম্ভূত। গণেৰ 'বিহুনে', 'বিহু উৎসৱ' আদি কবিতাত ঐতিহ্যপ্ৰীতি সম্পৰ্কীয় দৃষ্টিভংগীৰ প্ৰকাশ লক্ষ্য কৰিব পাৰি। শেহৰজন কবি দেৱকান্ত বৰুৱাৰ কবিতাৰ মূল সুৰ মানবীয় গৌৰৱ ঘোষণা। তেওঁৰ কবিতাৰ ভাবশক্তি গঠনত অৱশ্যে লোকমনৰ প্ৰভাৱ বিচাৰিবৰ অৱকাশ নাই।

এনেদৰে বিচাৰ কৰি চালে দেখা যায়, বিভিন্ন আধুনিক উপাদান আহি সন্নিবিষ্ট হ'লেও অসমীয়া ৰোমাণ্টিক কবিতাৰ ভাবশক্তিৰ মাজত পৰম্পৰাগত অসমীয়া লোকমনৰ প্ৰভাৱ অনুভূত হয়। এলিয়টে প্ৰত্যেকজন কবিক ঐতিহ্যগত প্ৰবাহৰ অংশ বুলি কোৱা কথাষাৰৰো সত্যতা এনে বিচাৰৰ দ্বাৰাই প্ৰমাণিত হয়।

## ৪.০২ ৰোমাণ্টিক কবিতাৰ ভাববস্তুত ব্যঞ্জিত লোকসাহিত্যৰ সাঁচ

একোটা কবিতাৰ সৃষ্টি-প্ৰক্ৰিয়াত কবিহৃদয়ৰ অনুভূতি, কল্পনা আৰু চিন্তা-অভিজ্ঞতাৰ এক সুষম সমন্বয় স্থাপিত হয়। কবিজনৰ আনুভূতিক আলোড়নৰ লগত জড়িত হৈ থাকে পূৰ্বসূৰীসকলৰ কবিতাৰ ঐতিহ্যৰ প্ৰবাহ আৰু সমকালীন সমাজ-জীৱন আৰু কাব্যধাৰাৰ সাঁচ। এনে এক সমন্বিত অৱস্থাৰ মাজেদিয়েই কবিজনৰ কাব্যিক ব্যক্তিত্বই প্ৰকাশ লাভ কৰে। একোজন কবিৰ কাব্যিক প্ৰতিভা বিচাৰৰ প্ৰসংগত পোন প্ৰথমে বিচাৰ কৰা হয় কবিজনৰ কবিতাত ব্যৱহৃত ভাববস্তুৰ প্ৰসংগ। কবিতা একোটিত প্ৰকাশিত অন্তৰ্লীন ভাববস্তুৱেই কবিতাটিৰ মূল সম্পদ, তাৰ পাছতহে আছে কবিতাৰ ৰূপকল্প, উপমাদি অলংকাৰসমূহ, চিত্ৰকল্প আৰু কবিতাটিত ব্যৱহৃত ভাষাৰ ধ্বনিগত আৰু ৰূপগত বিশেষত্বসমূহ।

অসমীয়া কবিতাৰ হাজাৰ বছৰীয়া ইতিহাস বিচাৰ কৰিলে দেখা যায় যে এই কবিতাসমূহৰ মাজত অসমীয়া মানুহৰ চিন্তা-চেতনা, অনুভৱ-কল্পনাৰ যি প্ৰকাশ ঘটিছে তাত ভাৰতীয় সাংস্কৃতিক চেতনাৰ লগতে অসমৰ লোকজীৱনৰ সাংস্কৃতিক চেতনাও জড়িত হৈ আছে।' অসমত ইংৰাজ শাসন-ব্যৱস্থা প্ৰৱৰ্তনৰ আগলৈকে অসমীয়া কবিতাৰ ভাববস্তু ভাৰতীয় সাংস্কৃতিক উপাদানৰ ভিত্তৰা আছিল। এই ভাববস্তুসমূহ বিভক্ত হৈ আছিল দুটা প্ৰধান ধাৰাত – ধৰ্মীয় ঐতিহ্যৰ পৰা গৃহীত ভাববস্তু আৰু লোকসাংস্কৃতিক উপাদানৰ পৰা গৃহীত ভাববস্তু। প্ৰথমটো শ্ৰেণীত এক সৰ্বভাৰতীয় দৃষ্টিভংগীৰ পৰিচয় পোৱা যায়, কাৰণ এনে ভাব-বস্তুবোৰ আছিল বহুপৰিমাণে শাস্ত্ৰনিৰ্ভৰ। ভাৰতীয় দৰ্শনৰ বিভিন্ন মতবাদো অৱশ্যে এই ক্ষেত্ৰত ক্ৰিয়াশীল আছিল। আনহাতে লোকসাংস্কৃতিক জীৱনৰ পৰা গৃহীত ভাববস্তুত সাৰ্বজনীনতা পৰিলক্ষিত হৈছিল।

ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছে যে আধুনিক অসমীয়া কবিতাৰ সৃষ্টিৰ আঁৰৰ মূল চালিকা শক্তি আছিল বংগৰ নৱজাগৰণ আৰু অষ্টাদশ-ঊনবিংশ শতিকাৰ ইংৰাজ কবিসকলৰ কবিতাৰ অধ্যয়ন। পুৰণি সাহিত্যৰ আংগিক আৰু ভাষা ৰোমাণ্টিক কবিতাৰ প্ৰস্তুতি পৰ্বতে অন্তৰ্হিত হ'ল যদিও ঐতিহ্যলব্ধ জীৱনাদৰ্শ আৰু সাংস্কৃতিক চেতনা ৰোমাণ্টিক অসমীয়া

কবিৰ কাব্য-সৃষ্টিৰ আঁৰত সমানেই সক্ৰিয় হৈ থাকিল।* ৰোমাণ্টিক কবিসকলে সেয়ে পুৰণি আৰু নতুন দুয়োখন জগতৰে পৰাই কবিতাৰ ভাব-সম্পদ আহৰণৰ প্ৰচেষ্টা কৰিছিল।

অসমীয়া ৰোমাণ্টিক কবিতাৰ ভাববস্তু বিচাৰ-প্ৰসংগত লক্ষ্য কৰা যায় যে অসমীয়া কবিতাৰ সহস্ৰ বছৰীয়া ঐতিহ্য আৰু পৰম্পৰাই অসমীয়া ৰোমাণ্টিক কবিসকলৰ চিন্তা-চেতনা, অনুভৱ-কল্পনাক প্ৰভাৱিত কৰি আহিছে। কবিতাৰ বিষয়বস্তুৰ ক্ষেত্ৰত তেওঁলোকে যেনেদৰে লোকসংস্কৃতিৰ পৰা সমল আহৰণ কৰিছে, কবিতাৰ ভাববস্তুৰ ক্ষেত্ৰতো তেওঁলোকৰ কবিতাত লোকসাহিত্যৰ উপাদানে প্ৰভাৱ বিস্তাৰ কৰিছে। অসমীয়া ৰোমাণ্টিক কবিতাক 'জোনাকী' আন্দোলনে বিষয়বস্তু, ভাববস্তু আৰু আংগিকত নতুনত্ব প্ৰদান কৰিলেও স্বাভাৱিকভাৱেই ভাববস্তুৰ দিশত অসমীয়া কবিতাত ঐতিহ্যগত জীৱনাদৰ্শৰ প্ৰভাৱ পৰিছিল আৰু তাৰ ফলত নতুন ৰোমাণ্টিক সাহিত্যিক আদৰ্শৰ লগত প্ৰাচীন ঐতিহ্য আৰু পৰম্পৰাৰ এক যোগসূত্ৰ স্থাপিত হৈছিল।

ৰোমাণ্টিক কাব্য-সাহিত্যত প্ৰেমে এক বিশিষ্ট স্থান লাভ কৰিছে। প্ৰতিজন ৰোমাণ্টিক কবিৰে কাব্যৰ আঁৰত সেয়ে একোগৰাকী মানসী প্ৰিয়াৰ সজীৱ উপস্থিতি অনুভৱ কৰা যায়। সৰহ সংখ্যক অসমীয়া ৰোমাণ্টিক কবিতাৰে ভাববস্তু প্ৰেম। এই প্ৰেম নাৰী-পুৰুষৰ স্বাভাৱিক দৈহিক আকৰ্ষণ মাথোন নহয়, ইয়াৰ লগত জড়িত হৈ আছে হৃদয়ৰো সম্পৰ্ক। ৰোমাণ্টিক কবিতাত প্ৰেমৰ পৰা উদ্ভুত অনুৰাগ, পূৰ্বৰাগ, বিৰহ, মিলন, বিচ্ছেদ আদিৰ যিবোৰ চিত্ৰ প্ৰকাশিত হৈছে সিবোৰত আমাৰ লোকগীতত প্ৰকাশিত চিত্ৰৰ সাদৃশ্য অতি ওচৰ :

প্ৰেমমূলক ভাববস্তুৰে কবিতা ৰচনা কৰাসকলৰ ভিতৰত পোনপ্ৰথমে লক্ষ্মীনাথ বেজবৰুৱাৰ নাম উল্লেখযোগ্য। তেওঁৰ 'প্ৰিয়তমা', 'প্ৰিয়তমাৰ সৌন্দৰ্য্য', 'মালতী' আদি কবিতাত কবিপ্ৰিয়াৰ সৌন্দৰ্যৰ যি বৰ্ণনা পোৱা যায় সেয়া আমাৰ বিহুনামত প্ৰকাশিত বৰ্ণনাৰ সমগোত্ৰীয়। যেনে—

> 'পূবৰে ৰ'দতে চিকমিক কৰিছে/লুইতৰ পাৰৰে বালি
> আকাশত উঠিছে তেনে চিকেমিকাই/বগলী জাকৰে শাৰী
> পাৰতে কল্হাৰ ফুলে চিকেমিকাই/পানীত ফটিকৰ জোল
> মালতীৰ হাঁহিতে দাঁতে চিকেমিকাই/দেখোতেই আমোলমোল।'
>
> —'মালতী', *বেজবৰুৱাৰ গ্ৰন্থাৱলী*, ২য় খণ্ড, পৃষ্ঠা-১০০৫

তুলনীয়—

> 'লুইতৰ বালি বগী চকেচকী/কাহুই বগী পাৰে লেখি
> গাতে জুই জ্বলিছে সৰিয়হ ফুটিছে/এনেক পানী ঘাটত দেখি
> পানীত জিকেমিকাই পানীৰে পৰুৱা/ফুলৰ জিকেমিকাই পাহি
> তোমাৰ গাল দুখনিত তেজে জিকেমিকাই/মুখত মিচিকিয়া হাঁহি।'
>
> —নকুলচন্দ্ৰ ভূঞা (সং) *বহাগী*, পৃষ্ঠা-৪৬

প্ৰেমৰ পৰা উদ্ভূত বিৰহ-বেদনায়েই বেজবৰুৱাৰ 'ধনবৰ আৰু ৰতনী' আৰু 'ৰতনীৰ বেজাৰ' কবিতাৰ মূল ভাববস্তু। বেজবৰুৱাৰ এই দুয়োটি কবিতাৰ আৰ্হিটোৱেই কেৱল মাথোন লোককবিতাৰ নহয়, ইয়াৰ ভাববস্তু, প্ৰকাশভংগী আদি সকলোবোৰেই লোককবিতাৰ পৰা আহৰণ কৰা।

দেহাশ্ৰয়ী প্ৰেমৰ স্বতঃস্ফূৰ্ত আবেগৰ প্ৰকাশ আমাৰ লোকসাহিত্যত বিশেষভাৱে পৰিদৃষ্ট হয়। এই সন্দৰ্ভত আমি বিহুনামসমূহলৈকে আঙুলিয়াব পাৰোঁ। বিহুনামসমূহত চহা জীৱনৰ মুকলিমূৰীয়া পটভূমিত ডেকা-গাভৰুৰ অন্তৰত জাগ্ৰত হোৱা পাৰস্পৰিক অনুৰাগ আৰু মিলন-বাসনাৰ অকৃত্ৰিম প্ৰকাশ লক্ষ্য কৰা যায়।'' লোকগীতত প্ৰকাশিত এনে ভাবে ৰোমাণ্টিক কবিসকলকো প্ৰভাৱিত কৰিছে। এই সন্দৰ্ভত দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা'ৰ কবিতাসমূহত প্ৰকাশিত দৈহিক প্ৰেমৰ প্ৰশস্তি স্মৰণ কৰিব পাৰি। নাৰীদেহৰ ৰূপ-সৌন্দৰ্যৰ বৰ্ণনাত লোককবিৰ প্ৰকাশ যেনেদৰে স্বতঃস্ফূৰ্ত আৰু প্ৰত্যক্ষ ৰোমাণ্টিক কবিৰ প্ৰেয়সীৰ দেহ-সৌন্দৰ্যৰ বৰ্ণনাও তেনেদৰে প্ৰত্যক্ষ। যেনে–

বিহুনামত আছে--

'তোমাৰ চকুযুৰি হৰিণাৰ চকু যেন/বুকুতো পদুমৰ চকা.....
তোমাৰ গাল দুখনি পাভ মাছৰ নিচিনা/ঘোঁৰা ফানৰ নিচিনা চুলি......
হাতো গুৱনি ভৰিও লাৱনি/বুকুতো পদুমৰ কলি'..... ইত্যাদি।

—*বিহুগীত আৰু বনঘোষা*, পৃষ্ঠা-১৫০—১৫৬

তুলনীয়–

'তোৰ সি নয়ন যুৰি ৰূপৰ সপোন পুৰী/ফুলি উঠা দুটি উৎপল....
দহোটি আঙুলি চঁপাকলি যেন/পদুমৰ ঠাৰি দুখনি হাত........
নিপোটল বুকু লাটুমণি ওঁঠ/দুয়োপাৰি দাঁত ডালিম গুটি....।'

--দেৱকান্ত বৰুৱা, 'বিহুৰ পেঁপা', 'মনোৰমা', *সাগৰ দেখিছা*, পৃষ্ঠা-১৭,৪২

এনে ক্ষেত্ৰত লোক কবিতাৰ স্পষ্ট প্ৰভাৱ ৰোমাণ্টিক কবিতাত অনুভূত হয়।

প্ৰেমিকাৰ সঁহাৰি পাবলৈ ব্যৰ্থ হোৱা ৰোমাণ্টিক কবিয়ে প্ৰেমৰ ব্যৰ্থতাৰ বাবে প্ৰেমিকাক দোষ দিয়া নাই, দোষ দিছে নিজৰ ভাগ্যক বা নিয়তিক। এই সন্দৰ্ভত যতীন্দ্ৰনাথ দুৱৰা আৰু গণেশচন্দ্ৰ গগৈৰ কবিতা উল্লেখ কৰিব পাৰি। যেনে–

দুৱৰাৰ কবিতাত–

'অনাদৰ অৱহেলা সকলো গোটাই লৈ
ৰচোঁ মই জীৱনৰ কুসুম কানন,
ই যে মোৰ কপালত বিধিৰ নিঠুৰ লেখা
এয়ে মোৰ জীৱনৰ কাহিনিয়া বন।'

— *শূন্য পৰিচয়, আপোন সুৰ*, পৃষ্ঠা-৬

গণেশচন্দ্ৰ গগৈৰ কবিতাত--

'ভুল হ'ল সখি ক্ষমা কৰা মোক/মিছাতেই দিছোঁ তোমাক দোষ
নাই লিখা যদি কপালত সখি/আমি ক'ৰ পৰা পামনো সুখ'।

—স্বপ্নভংগ, *গণেশ গগৈ ৰচনা সম্ভাৰ*, পৃষ্ঠা ৩৫০

নিয়তিৰ ওচৰত অসহায় আত্মসমৰ্পণে দুৰবা আৰু গগৈৰ কবিতাক লোকজীৱনৰ কাষ চপাই নিছে। লোকজীৱনত সকলোৱেই ভাগ্যবাদী, দুখ-ব্যৰ্থতা ভাগ্যৰে লিখন বুলি লোকজীৱনত সহজে মানি লোৱা হয়।" সেয়ে অসমীয়া ৰোমাণ্টিক কবিতাত প্ৰকাশিত এনে দৃষ্টিভংগীত লোকসাহিত্যৰ প্ৰভাৱ অনুভূত হয়।

ভালেমান অসমীয়া ৰোমাণ্টিক কবিতাত ধৰ্ম বা আধ্যাত্মিকতা প্ৰধান ভাববস্তুৰূপে বিধৃত হৈছে। চন্দ্ৰকুমাৰ আগৰৱালাৰ 'বীণ ব'ৰাগী' কবিতাতে আমি অধ্যাত্মবোধৰ অৱলম্বন দেখা পাওঁ। কবিতাটিৰ বিভিন্ন অংশত কবিৰ আধ্যাত্মিক দৃষ্টিভংগীৰ প্ৰকাশ ঘটিছে। এই সন্দৰ্ভতে অসমীয়া বৈষ্ণৱ কবিৰ ৰচনাৰো কবিতাটিত প্ৰতিধ্বনিত হৈছে। যেনে-

'ধৰ্মৰ নামত অধৰ্মৰ বেহা/দেখিলে বিৰাগ হয়
ধনৰ লোভত পাপ সত্ৰ পাতি/কপটী গুৰুৰ জয়।'

—*চন্দ্ৰামৃত*, পৃষ্ঠা ৭৫

তুলনীয়--

'সন্ন্যাসীৰ বেশ ধৰি লোকক বঞ্চিলো ছলে
ভৈলো ভোগ-চিন্তায়ে ব্যাকুল।'

—শংকৰদেৱ, 'বেদস্তুতি', *কীৰ্তন*, পৃষ্ঠা ৪১৩

'বীণ ব'ৰাগী' কবিতাত প্ৰকাশিত এনেবোৰ অনুষংগই অসমৰ লোকজীৱনৰ প্ৰসংগলৈ সততে মনত পেলাই দিয়ে। কাৰণ, অসমৰ লোক সমাজত প্ৰচলিত দেহবিচাৰ গীত, ব'ৰাগী গীত আদিৰ মাজতো আমি একেধৰণৰ আধ্যাত্মিক দৃষ্টিভংগীৰ পৰিচয় পাওঁহক। লক্ষ্মীনাথ বেজবৰুৱাৰ কে'বাটিও কবিতাত আধ্যাত্মিক স্পৰ্শ অনুভূত হয়। এই প্ৰসংগত বেজবৰুৱাৰ 'জয়মতী কুঁৱৰী' নাটকৰ 'সখী হে কি ক'ম দুখৰ কথা' গীতটিৰ উল্লেখ কৰিব পাৰি। গীতটিত প্ৰকাশিত ভাবাৰ্থই আমাক পোনে পোনে বৈষ্ণৱ সাহিত্য আৰু লোকসাহিত্যলৈ মনত পেলাই। যেনে—

'সখী হে কি ক'ম দুখৰ কথা
অমৃত মথোতে বিহ উপজিলে/মিঠা মৌ হ'ল তিতা।
মালতীৰ চাকি খোপাতে পিন্ধিলো/তাৰো গন্ধ পাহি সৰি
সোণৰ সজাতে পখীটি ধৰিলো/সিও গুচি গ'ল উৰি।'

—*বেজবৰুৱা গ্ৰন্থাৱলী*, ২য় খণ্ড, পৃষ্ঠা-১১৪৩

তুলনীয়—

অতি চেনেহৰে ফুলবাৰী পাতিলো/তাৰ মাজে খৰিকাজাই
অতি চেনেহৰ পিৰীতি কৰিলে/ঢোপাতে মৰহি যায়।'

—*দেহবিচাৰ গীত*, পৃষ্ঠা-৫

মফিজুদ্দিন আহমদ হাজৰিকাৰ কবিতাৰ মূল ভাববস্তু আধ্যাত্মিকতা। তেওঁৰ আধ্যাত্মিক ভাবসম্পন্ন এই কবিতাবোৰত লোকসাহিত্যৰ প্ৰভাৱ স্পষ্ট। যেনে—

'হেৰ অকলন/অগিয়ানী মন/কিয় ৰাতি দিনে কৰ ধন ধন
কিয় গেলাইছ কুঠীয়াৰ কণ/এনে সোৰোপালি কৰি?
নেজাননে তোৰ এই খেতিখন/অলপতে হাঁয় পৰি যাব চন?'

—আত্মন, *মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী*, পৃষ্ঠা-৫২।

তুলনীয়—

'ধন জন পুত্ৰ ভাৰ্য্যা মিছা মায়াজৰী।
মিছাতে মৰিছে জীৱে অহংকাৰ কৰি।।
ধনে ধনে কৰিছোঁ আশা এতে ৰ'ব পৰি।
ভাৰ্য্যা পুত্ৰ কৰিছো আশা লগত নাযায় মৰি।।'

—টোকাৰী নাম, *অসমীয়া লোকগীতি সংগ্ৰহ*, পৃষ্ঠা-৭৫

আকৌ—

'উপজিলা অকলই যাবা অকলই
ভুগিবাগৈ কৰ্ম বেচ সিও অক'লই।'

—মুনিচুনি বেলি, *ৰচনাৱলী*, পৃষ্ঠা-৩৮

তুলনীয়—

'আহোঁতে আহিছোঁ নাণ্ঠ যাওতে শূইন
লগত সাৰথি যাব পাপ আৰু পুইন।'

—টোকাৰী নাম, *উল্লিখিত গ্ৰন্থ*, পৃষ্ঠা-৭৪

একেদৰে ৰঘুনাথ চৌধাৰীৰ বৈৰাগ্যমূলক কবিতাসমূহতো লোকসাহিত্যৰ ভাববস্তুৰ প্ৰভাৱ স্পষ্ট। এই সন্দৰ্ভত দেহবিচাৰ গীতৰ ভাববস্তুৰ লগত সাদৃশ্য থকা চৌধাৰীৰ কবিতাৰ তলৰ শাৰীবোৰলৈ আঙুলিয়াব পাৰি—

'আশা-সুখ শান্তি-প্ৰেম বাসনা তৃপতি
সকলো যে মৰীচিকা ভ্ৰম।' (ভিক্ষা)

* * *

'মায়া ছলনাৰ দোমোজাত পৰি
দুখ ভুঞ্জো যাতনাত।' (বণিজৰ কথা)

'মায়াৰ কুণ্ডত পৰি হলাহল পান কৰি
গতি শক্তিহীন হ'লো কি কৰোঁ উপায়।' (সন্তাপ)

*  *  *

'বিষয়ত ভোল গই আৰি ললো মায়াডোল
ভুঞ্জিলো মাথোন দুখ অশেষ যাতনা।' (এটি মনৰ ভাব)

*  *  *

'আহিলো বিফলে যামও বিফলে/বিফলে কটালো দিন
জীৱন-জকাটো মাটিত মিলিব/নাথাকে তাৰো চিন'। ইত্যাদি। (মনাই ব'ৰাগী)

আমি ইতিপূৰ্বে উল্লেখ কৰি আহিছোঁ যে অসমীয়া ৰোমাণ্টিক কবিতাই তাৰ ভাববস্তু, ভাবশক্তি, ৰূপবস্তু আদি সকলো ক্ষেত্ৰতে পাশ্চাত্য সাহিত্যৰ পৰাই অধিক উপাদান সংগ্ৰহ কৰিছিল। কিন্তু সেয়ে হ'লেও প্ৰাচীন সাহিত্যৰ লগত ৰোমাণ্টিক এই কাব্যধাৰাৰ নাৰীৰ সম্পৰ্ক ছেদ হোৱা নাছিল। বিশেষকৈ অসমৰ লোকজীৱনে আৰু লোকসাহিত্যই দান কৰা জীৱনবোধ আৰু প্ৰমূল্যসমূহে অসমীয়া ৰোমাণ্টিক কবিসকলক প্ৰভাবিত কৰিছিল আৰু সেয়ে তেওঁলোকৰ কবিতাৰ ভাববস্তুত স্বাভাৱিকভাৱেই লোকজীৱনৰ প্ৰকাশ ঘটিছিল।

## প্ৰসংগ-নিৰ্দেশ

১. William Hazlit -এ ৰোমাণ্টিক যুগটোৰ সাহিত্য-আলোচনা-সম্বলিত গ্ৰন্থৰ নাম থৈছিল 'The Spirit of the Age'.

২. দ্ৰষ্টব্য ঃ 'S K De, *Bengali Literature in the Nineteenth Century*, Pp-2, 3.

৩. নগেন শইকীয়া, 'ঊনবিংশ শতিকাৰ নৱজাগৰণ আৰু অসমীয়া মন', *সাহিত্য সংস্কৃতি সৌৰভ*, পৃষ্ঠা-২১৯

৪. নগেন শইকীয়া, 'পাতনি', *স্নাতক কবিতা চয়ন*, পৃষ্ঠা-১১

৫. নগেন শইকীয়া, *উল্লিখিত গ্ৰন্থ*, পৃষ্ঠা-১২

৬. যেনে – 'তৃষিত হৰিণা মই অনন্ত মৰুত
মৰীচিকা দেখি ভোল গ'লো। –'বিৰহীৰ উক্তি', *ৰচনাৱলী*, পৃষ্ঠা-৭৯

*  *  *

'মায়াৰ কুণ্ডত পৰি হলাহল পান কৰি
গতি শক্তিহীন হলো/কি কৰোঁ উপায়।' –'সন্তাপ', *উল্লিখিত গ্ৰন্থ*, পৃষ্ঠা-৭৯।

*  *  *

'বিষয়ত ভোল গই তৰি ললো মায়াডোল

ভুগিলো মাথোন দুখ অশেষ যাতনা .....
অকুল সাগৰে পৰি হলো জুলুৰি-জুপুৰি
চাকনৈয়া মাজে পৰি হেৰাল চেতনা।'

'এটি মনৰ ভাৱ', *উল্লিখিত গ্ৰন্থ*, পৃষ্ঠা-৮৪

৭ এই সন্দৰ্ভত 'বিচিত্ৰা'ৰ অন্তৰ্গত বিহুৰান, নৱ বৰষত, মোৰ গাঁও, মৰিশালি আদি কবিতালৈ আঙুলিয়াব পাৰি।

৮. নগেন শইকীয়া, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-১

৯ 'কাবিক প্ৰচেষ্টাৰ আদৰ্শ স্বৰূপে আগৰ সাহিত্যিক যুগক বিস্মৃতিৰ গৰ্ভলৈ এৰি দিয়া হ'ল। আনফালে ৰোমাণ্টিক অতীতৰ প্ৰতি অনুৰাগ সাৰ পাই উঠিল।'

-- মহেশ্বৰ নেওগ, *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, পৃষ্ঠা ২৬৮

১০. যেনে-- 'হাঁহ হই চৰিমগৈ তোমাৰে পুখুৰীত/পাৰ হৈ চৰিমগৈ চালত
ঘাম হৈ সোমামগৈ তোমাৰ শৰীলত/মাখি হই চুমা দিম গালত।'

-- ডিম্বেশ্বৰ নেওগ, *আকুল পথিক*, পৃষ্ঠা ৮

১১. উদাহৰণ স্বৰূপে বিহুনামত আছে--

বিধি ঐ বিধাতা স্ৰজোতা পালোতা/তেওঁৰে ওপৰত ভৰ,
তেমাৰ মোৰে যদি যোৰা আছে/তেবেঁ পাতি দিব ঘৰ।....
তোমাকে আমাকে আঁতৰাই ফুৰিছে/কিনো কপটীয়া বিধি।.....
চাৰি আঙুল কপালখন বিধাতাই লিখিলে/তৌলৈ নিলিখিলে মোক।..

-- লীলা গগৈ, *বিহুগীত আৰু বনঘোষা*, পৃষ্ঠা-২১৪--২৫৬।

# পঞ্চম অধ্যায়

## ৫.০১ ৰোমাণ্টিক কবিতাৰ ছন্দসজ্জাত লৌকিক ছন্দসজ্জাৰ প্ৰভাৱ

কবিতাৰ ছন্দ নিৰূপণৰ ক্ষেত্ৰত বিশ্ব-কাব্য-সাহিত্যত চাৰিটা ৰীতি অনুসৃত হোৱা লক্ষ্য কৰা যায় ঃ ধ্বনিগত ছন্দ, প্ৰস্বনযুক্ত ছন্দ, প্ৰস্বনযুক্ত ধ্বনিগত ছন্দ আৰু মাত্ৰা নিৰ্ধাৰিত ছন্দ। প্ৰথমটো ৰীতিত কবিতাৰ প্ৰতিটো চৰণত ধ্বনিৰ সংখ্যা নিৰ্দিষ্ট; দ্বিতীয়টোত প্ৰস্বনযুক্ত ধ্বনিৰ পৰিমাণ নিৰ্দিষ্ট কিন্তু প্ৰস্বনহীন ধ্বনিৰ পৰিমাণ অনিৰ্দিষ্ট; তৃতীয়টোত প্ৰস্বনযুক্ত আৰু প্ৰস্বনহীন দুয়ো শ্ৰেণীৰ ধ্বনিৰ পৰিমাণ নিৰ্দিষ্ট আৰু চতুৰ্থটো ৰীতিত কবিতাৰ চৰণবোৰ এক নিৰ্দিষ্ট দৈৰ্ঘ্যৰ পৰ্বসমষ্টি।' এই চাৰিটা ৰীতিৰ ভিতৰত অসমীয়া কবিতাৰ ছন্দৰ মূল প্ৰকৃতি উল্লিখিত চতুৰ্থটো শ্ৰেণীৰ। কিন্তু অসমীয়া কবিতাৰ প্ৰাচীন আৰু আধুনিক ৰূপত দ্বিতীয় আৰু তৃতীয় ৰীতিৰ এক প্ৰয়াহো বিৰাজ কৰা দেখা যায়। প্ৰাচীন কালৰে পৰা আধুনিক কাললৈকে অসমীয়া কবিতাৰ ছন্দসজ্জাসমূহ বিচাৰ কৰিলে তিনিটা ৰীতি পৰিলক্ষিত হয়। সেইকেইটা হ'ল মাত্ৰাবৃত্ত, স্বৰবৃত্ত আৰু যৌগিক। ধ্বনিৰ অৱলম্বন, মাত্ৰা-পৰিমাণ আৰু স্বৰৰ সংখ্যা — ইয়াৰ ওপৰত নিৰ্ভৰ কৰিয়েই এই তিনিটা ৰীতিৰ বৈশিষ্ট্য গঢ় লৈ উঠিছে।

অসমীয়া ৰোমাণ্টিক কবিতাসমূহৰ ছন্দসজ্জাৰ ৰূপৰ আঁৰত অসমীয়া লোকগীত আৰু লোক কবিতাৰ ছন্দসজ্জাই এক বিশেষ ভূমিকা পালন কৰি গৈছে। সেইবাবে সংস্কৃত নাইবা বাংলা কবিতাৰ ছন্দসজ্জাৰ ভিত্তিত অসমীয়া ৰোমাণ্টিক কবিতাৰ ছন্দসজ্জাৰ বিচাৰ ভ্ৰমাত্মক হ'বলৈ বাধা। মনকৰিবলগীয়া কথা যে ছন্দসজ্জাৰ লগত শ্ৰুতি-নিৰ্ভৰ ধ্বনি-ব্যঞ্জনাৰ যি সম্পৰ্ক সি আকৌ কবিতাৰ অন্তৰ্নিহিত ভাববস্তু আৰু ৰসবস্তুৰ লগত সম্পৃক্ত হৈ থাকে। আধুনিক অসমীয়া কবিতাৰ ক্ষেত্ৰতো এই বিশেষত্বটি ঠায়ে ঠায়ে ফুটি ওলাইছে। এতেকে অসমীয়া লোক কবিতাৰ ছন্দসজ্জাৰ প্ৰভাৱ অসমীয়া ৰোমাণ্টিক কবিতাত কেনেভাৱে কিমান গভীৰলৈকে পৰিছে তাৰ বিচাৰ আমাৰ কবিতাৰ অধ্যয়নৰ বাবে প্ৰয়োজনীয় বিশ।

অসমীয়া লোকসমাজৰ বিভিন্ন আচাৰ-অনুষ্ঠান উপলক্ষে, ব্যৱহাৰিক জীৱনৰ নানা প্ৰয়োজনত, অভিজ্ঞতা আৰু উপলব্ধিৰ সৰস ৰূপায়ণত অসমীয়া লোকগীত আৰু লোক কবিতাসমূহে প্ৰাচীন কালতে আত্মপ্ৰকাশ কৰিছিল। এই লৌকিক গীত-পদসমূহ তিনিটা প্ৰধান শ্ৰেণীত বিভক্ত — অনুষ্ঠানমূলক, আখ্যানমূলক আৰু বিবিধ বিষয়ক। বিহুনাম, আইনাম, বিয়ানাম, মহোহো গীত, কাতিপূজাৰ গীত, মনসা পূজাৰ গীত, ভেকুলী বিয়াৰ গীত আদি প্ৰথমটো শ্ৰেণীৰ; বুৰঞ্জীমূলক, জনশ্ৰুতিমূলক আৰু কাল্পনিক মালিতাসমূহ দ্বিতীয়টো শ্ৰেণীৰ আৰু নিচুকনি গীত, নাওখেলৰ গীত, নাঙেলী গীত, জুনা গীত আদি তৃতীয়টো শ্ৰেণীৰ

অন্তৰ্গত। এই গীত-পদবোৰত ব্যৱহৃত ছন্দসজ্জাকে সাধাৰণভাৱে লৌকিক ছন্দসজ্জা বুলি অভিহিত কৰিব পাৰি।

লোকগীতসমূহত ব্যৱহৃত ছন্দসজ্জাৰ স্বৰূপ আৰু প্ৰকৃতি বিচাৰ কৰি চালে দেখা যায় যে অসমীয়া ছন্দৰীতিৰ তিনিওটা ধাৰাতে (অৰ্থাৎ মাত্ৰাবৃত্ত, স্বৰবৃত্ত আৰু যৌগিক) এই লোকগীত-কবিতাসমূহ ৰচিত হৈছিল। লোকগীতসমূহ সদায়েই স্বৰবৃত্ত ছন্দত ৰচিত হৈছিল বুলি যি এটা ধাৰণাৰ প্ৰচলন আছে সি প্ৰকৃততে ভ্ৰমাত্মক। কাৰণ, লোকগীতসমূহত তিনিওটা ৰীতিৰ ভিতৰুৱা ছন্দসজ্জাৰ পৰিচয় পোৱা যায়। উদাহৰণ স্বৰূপে আমাৰ বিহুনামসমূহ কেৱল স্বৰবৃত্ত ছন্দৰ দৃষ্টিৰে বিচাৰ কৰিলে সিবোৰত ছন্দৰ প্ৰকৃত স্বৰূপটো বিচাৰি পোৱা নাযাব। কিন্তু এটা কথাত কোনো সন্দেহ নাই যে প্ৰাচীন লোকসাহিত্যত প্ৰত্যক্ষ বা পৰোক্ষভাৱে শ্বাসঘাতপ্ৰধান ছন্দৰ উপস্থিতি স্পষ্টভাৱে অনুভূত হয়। এই তথ্যৰ সপক্ষে আটাইতকৈ ডাঙৰ প্ৰমাণ হ'ল আমাৰ মধ্যযুগৰ পয়াৰ আদি ৰূপবন্ধত শ্বাসঘাতপ্ৰধান ছন্দ-লয়ৰ উপস্থিতি।[২] আমাৰ লোকগীতসমূহত স্বৰবৃত্ত ৰীতিৰ অন্তৰ্ভুক্ত আৰু কিছু পৰিমাণে প্ৰস্বন প্ৰভাৱিত পয়াৰ লক্ষ্য কৰিব পাৰি। যেনে–

'অৰণ্যত পক্ষী নাই/ডাকে ডাকে উৰে।
পুখুৰীত পানী নাই/পাৰকে নুবুৰে।।
পুখুৰীৰ চৌপাশে/মৃগ পহুচৰে।
তাকে দেখি ৰামচন্দ্ৰই/শৰধনু ধৰে।।'

—অমিয়া চক্ৰৱৰ্তী (সংগ্ৰহ) *বিয়ানাম*, পৃষ্ঠা-৩২

উল্লিখিত স্তৱকটিয়ে স্পষ্টভাৱে যৌগিক আৰু প্ৰস্বনযুক্ত ছন্দৰীতিৰ সহাৱস্থানৰ সাক্ষী বহন কৰিছে।

অসমীয়া লোকসাহিত্যৰ কাব্যৰূপটো বিচাৰ কৰি চালে দেখা যায় যে বিহুনাম, বনগীত আৰু মালিতাসমূহৰ বাদে আন সকলো গীত-কবিতাৰ ৰূপকল্পত সচৰাচৰ স্বৰবৃত্ত ছন্দৰীতিয়েই অনুসৃত হৈছে। স্বৰবৃত্ত ছন্দৰীতিৰ প্ৰধান বৈশিষ্ট্য প্ৰতিটো পৰ্বত চাৰিটাকৈ স্বৰাশ্ৰিত ধ্বনি, প্ৰতি পৰ্বত একোটাকৈ প্ৰবল প্ৰস্বন বা শ্বাসাঘাত, মাত্ৰা-সাম্যৰ বাবে হ্ৰস্বস্বৰ দীৰ্ঘিকৰণ আৰু মাত্ৰাৰ সমতা ৰাখিবৰ বাবে দ্ৰুত উচ্চাৰণেৰে চাৰিটাতকৈ অধিক ধ্বনি চাৰি মাত্ৰাৰ জোখলৈ আনয়ন। স্বৰবৃত্তৰ এই বৈশিষ্ট্যসমূহ লৌকিক গীত-কবিতাত কেনেদৰে প্ৰতিফলিত হৈছে তলৰ উদাহৰণসমূহত সেই কথা স্পষ্ট হ'ব–

**চতুস্বৰ পৰ্বৰ সংস্থাপন**

'ধেনু চৰাই / বাছা তোমাৰ / পেটত লাগিল / ভোক
পেটৰ ভোকে / মুখৰ লাজে / নুখুজিলা / মোক।'

প্ৰফুল্লদত্ত গোস্বামী (সম্পা.) *বাৰ মাহৰ তেৰ গীত*, পৃষ্ঠা-৭

আন এটা উদাহৰণ—

'কাঁহ দিলে / পিতল দিলে / আৰু দিলে / জৰা
তাৰ মাজত / সোমাই গ'ল / হাবুঙীয়া / বৰা।'

উদ্ধৃত, 'পুতলী', *নেওগ কাব্যমালা,* পৃষ্ঠা-২৭৬

ওপৰৰ দুয়োটা উদাহৰণত প্ৰতিটো চৰণৰ শেষৰ অপূৰ্ণ পৰ্বটোৰ বাহিৰে প্ৰতিটো পৰ্বতে চাৰিটাকৈ স্বৰৰ সংস্থাপন লক্ষ্য কৰিব পাৰি।

## প্ৰস্বনৰ প্ৰভাৱ

লৌকিক ছন্দসজ্জাত প্ৰস্বনে এক তাৎপৰ্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। এনে প্ৰস্বনৰ ফলতেই পৰ্বসমূহৰ ভিতৰত এটা সুৰীয়া তানৰ সৃষ্টি হয়। যেনে—

'বাহৰ আগ / চিকি মিকি
আমাক লাগে / বগা সিকি।'

উদ্ধৃত, *কামৰূপী লোকগীতি সংগ্ৰহ,* পৃষ্ঠা ১১৪

আন এটা উদাহৰণ—

'ইৰিকতি / মিৰিকতি / বাহৰ / শলা
মোমাইৰ / পদুলিত / বান্ধিলোঁ / ঘোঁৰা।'

উদ্ধৃত, *নেওগ কাব্যমালা,* পৃষ্ঠা-২৮০

আকৌ—

'লিকিমিকি / ডিমৰুৰ / চিকিমিকি / পাত
ডিমৰুৰ / ওখগছ / ডেংগ / হাত।'

উদ্ধৃত, *নেওগ কাব্যমালা,* পৃষ্ঠা-২৮২

উল্লিখিত উদাহৰণকেইটাত প্ৰতিটো পৰ্বতে একোটা বা ততোধিক প্ৰস্বন ব্যৱহৃত হোৱাৰ ফলত প্ৰতিটো পৰ্বৰে উচ্চাৰণত বাক্‌তন্ত্ৰীত একোটা তীব্ৰ ধকাৰ অনুভূত হৈছে।

## মাত্ৰাসাম্যৰ বাবে স্বৰৰ হ্ৰস্ব-দীৰ্ঘিকৰণ

লৌকিক ছন্দসজ্জাৰ চৰণৰ অন্তৰ্গত পৰ্বসমূহৰ কেতিয়াবা সম্প্ৰসাৰণ আৰু কেতিয়াবা সংকোচন ঘটে। স্বৰবৃত্ত ছন্দৰীতি যে চতুস্বৰবিশিষ্ট সেই কথা আগতেই কৈ অহা হৈছে। কিন্তু কিছুমান লোকগীত-কবিতা আছে য'ত ত্ৰিস্বৰ আৰু দ্বিস্বৰ পৰ্বৰো সাক্ষাৎ পোৱা যায়। যেনে—

'ৰ'দালিৰ / মাকৰ / কুটকুৰা / চুলি

ৰ'দালি / পালেগৈ / বিৰিণাৰ / গুৰি।'

উদ্ধৃত, ডিম্বেশ্বৰ নেওগ, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-২৭৭

আন এটা উদাহৰণ --

'হালধীয়া / চৰায়ে / বাওধান / খায়

শহুৰৰ / পুতেকে / নাওমেলি / যায়।'

উদ্ধৃত, *উল্লিখিত গ্ৰন্থ*, পৃষ্ঠা-২৭৫

উল্লিখিত উদাহৰণ দুটাৰ প্ৰথমটোত 'ৰ'দালি' আৰু দ্বিতীয়টোত 'চৰায়ে' আৰু 'পুতেকে' - এই শব্দকেইটা ত্ৰিস্বৰ বিশিষ্ট। এনে ত্ৰিস্বৰক কিছু দীঘলীয়াকৈ টানি চতুঃস্বৰলৈ আনি মাত্ৰাসাম্য ৰক্ষা কৰা হয়। আকৌ চতুঃস্বৰ পৰ্ব-বিন্যাসত দ্বিস্বৰ ধ্বনিয়েও ঠাই পায় আৰু সেই ক্ষেত্ৰত তেনে দুই স্বৰবিশিষ্ট ধ্বনিকো দীঘলীয়াকৈ টানি চাৰি স্বৰৰ মৰ্যাদা দিয়া হয়। যেনে-

'এঁকৈ দুঁকৈ / লৰা ধৰা (নলা দলা)

বেত (বেই) বাঁহৰ/যাঁতৰ শলা।'

উদ্ধৃত, *উল্লিখিত গ্ৰন্থ*, পৃষ্ঠা ২৮২

স্বৰৰ এনে সম্প্ৰসাৰণৰ লগে লগে লোককবিতাত স্বৰৰ সংকোচনো ঘটে। কেতিয়াবা পৰ্বসমূহত স্বৰৰ সংখ্যা চাৰিটাতকৈ অধিক হয় তেনে ক্ষেত্ৰত দ্ৰুত আৰু সংকুচিত উচ্চাৰণেৰে পৰ্বৰ জোখ সমানকৈ ৰখা হয়। যেনে-

'কি কি চৰাইৰ / কি কি নাও

সোণৰ চৰাইৰ / কথা কওঁ।'

উদ্ধৃত, *বাৰ মাহৰ তেৰ গীত*, পৃষ্ঠা-১৪

আন এটা উদাহৰণ--

'খাই যাও তামোল / পেলাই যাওঁ পিক

লগাই দে গাভৰু / গাই যাওঁ গীত।'

উদ্ধৃত, *উল্লিখিত গ্ৰন্থ*, পৃষ্ঠা-৯

ওপৰৰ উদাহৰণ দুটাত ছন্দলিপিৰ চিহ্নযুক্ত পৰ্বকেইটাত স্বৰৰ সংখ্যা চাৰিটাতকৈ অধিক, কেতিয়াবা ৬ আৰু কেতিয়াবা ৭। কিন্তু উচ্চাৰণ দ্ৰুত আৰু সংকুচিত কৰি এই পৰ্বকেইটা চাৰিটা স্বৰৰ জোখতে ৰখা হয়।

লৌকিক ছন্দসজ্জাৰ এনে বিশেষত্বসমূহ আকৃষ্ট কৰাৰ পাছত এতিয়া এনে ছন্দসজ্জাই অসমীয়া ৰোমাণ্টিক কবিসকলক কেনেদৰে প্ৰভাৱিত কৰিছিল সেয়া আমি বিচাৰ কৰি চাব পাৰোঁ। আমি পূৰ্বেই উল্লেখ কৰি আহিছোঁ যে স্বৰহভাগ লোকগীত আৰু কবিতা ৰচিত

হৈছিল স্বৰবৃত্ত ছন্দৰীতিত। কিন্তু 'শিষ্ট সাহিত্য' বুলি নির্দেশ কৰিব পৰা কবিতাসমূহৰ ঘাই ৰীতি মাত্ৰাবৃত্ত আৰু যৌগিক শংকৰদেৱৰ পৰা আধুনিক কাললৈকে অক্ষৰবৃত্ত নামেৰে পৰিচিত যৌগিক ছন্দৰীতিয়েহে অসমীয়া কবিসকলক আকর্ষিত কৰি আহিছে। সেয়ে অসমীয়া ৰোমাণ্টিক কাব্য-সাহিত্যৰ প্ৰায় সকলোবোৰ কবিতাই যৌগিক ছন্দৰীতিৰ। পিছে, ৰোমাণ্টিক যুগটোৰ আৰম্ভণিৰ কালতে অসমীয়া লোককবিৰ মুখনিসৃত লোকগীত কবিতাৰ ছন্দসজ্জাই দুই এজন আধুনিক কবিক আকর্ষণ কৰিছিল। এই আকর্ষণৰ প্ৰথম প্ৰতিফলন লক্ষ্য কৰা যায় বলিনাৰায়ণ বৰা (১৮৫২--১৯২৭)ৰ কবিতাত। এই সন্দৰ্ভত বৰাৰ 'ডাঙৰীয়া' কবিতাৰ কেইশাৰীমান বিচাৰ কৰি চাব পাৰি--

'ডাঙৰ দীঘল / ভুনি মৰা / মুৰত ডাঙৰ / পাগ
বিয়ায় সভায় / ডাঙৰ চকত / পায় ডাঙৰ / ভাগ
ভুঁড়ৰ জাপিৰ / তলত যায় / ডাঙৰ পীৰাত / বহে
ডাঙৰ হোকাত / ধপাত খায় / ডাঙৰ ডাঙৰ / কাহে।'

উদ্ধৃত, মৌ (সম্পা) সত্যেন্দ্ৰনাথ শৰ্মা, পৃষ্ঠা ৩২

উল্লিখিত কবিতাটি সম্পূর্ণ লৌকিক ছন্দসজ্জাৰ এনে ধৰণৰ স্বৰবৃত্ত ছন্দৰীতি পৰৱৰ্তী লৌকিক কবিতাতো দেখা পোৱা যায়। যেনে--

'পুখুৰীৰে/পাৰে পাৰে/ইকৰাৰে/বেৰা।
দলিমাৰি/পেলাই দিয়ে/ফটিকৰে/মালা।।
তুমি দিবা/ফটিক মালা/আমি দিমে/কি?
ধৰম কৰি/বিয়া দিমে/সত্যভামা/জী।'

উদ্ধৃত, *অসমীয়া সাহিত্যৰ চানেকি*, ১ম খণ্ড, পৃষ্ঠা-১২

বনগীতসুৰীয়া মৌখিক কবিতাৰ ছন্দক লোককবিৰ মুখৰ ভাষাৰ পৰা আনি লেখাৰ ভাষাত নিখুঁতভাৱে প্ৰয়োগ কৰি দেখুৱালে লক্ষ্মীনাথ বেজবৰুৱাই। এনে অনুপ্ৰেৰণা বেজবৰুৱাই বাংলা কবিতাৰ এগৰাকী বিশিষ্ট কবি দ্বিজেন্দ্ৰলাল ৰায়ৰ কবিতাত ব্যৱহৃত ছন্দৰ পৰা লাভ কৰিছিল বুলি এগৰাকী অসমীয়া ছান্দসিকে অনুমান কৰিছে।" এই সন্দৰ্ভত বেজবৰুৱাৰ তলৰ কবিতাৰ স্তৱকটি প্ৰণিধানযোগ্য--

অ' মোৰ আপোনাৰ দেশ
অ' মোৰ চিকুণী দেশ
এনেখন শুৱলা এনেখন সুফলা

এনেখন মৰমৰ দেশ।'

মোৰদেশ, *বেজবৰুৱা গ্ৰন্থাৱলী*, ২য় খণ্ড, পৃষ্ঠা-৯৬৫

উল্লিখিত উদাহৰণটো মাত্ৰা সংস্থাপনৰ বিচাৰত স্বৰবৃত্তৰ ভিতৰুৱা, পিছে ছন্দস্পন্দৰ প্ৰকৃতিৰ বিচাৰত ইয়াৰ সাদৃশ্য যৌগিক ৰূপৰ লগতহে। যৌগিক উপাদান সম্পৃক্ত মৌখিক গীত-পদৰ প্ৰভাৱত গঢ় লোৱা আধুনিক অসমীয়া ছন্দৰ এই বিশিষ্ট ৰূপটোক কোনো কোনোৱে 'অৰ্ধস্বৰবৃত্ত' উপৰীতি বুলি অভিহিত কৰিছে।"

লৌকিক ছন্দসজ্জাৰ দ্বাৰা প্ৰভাৱিত দুজনমান অসমীয়া ৰোমাণ্টিক কবি হ'ল ৰত্নকান্ত বৰকাকতি, ডিম্বেশ্বৰ নেওগ আৰু কমলেশ্বৰ চলিহা। এই তিনিওজন কবিয়েই স্বৰবৃত্ত ছন্দৰীতিৰ কবিতা ৰচনাত বিশেষ পাৰদৰ্শিতাৰ পৰিচয় দিবলৈ সক্ষম হৈছে। লৌকিক ছন্দসজ্জাই ৰোমাণ্টিক কবিৰ কবিতাত কেনেদৰে প্ৰভাৱ বিস্তাৰ কৰিছিল তলৰ নিদৰ্শনসমূহৰ জৰিয়তে সেই কথা স্পষ্ট হ'ব—

'এটি ঘৰত / দুটি মাথোন / দুটি মানুহ / ধৰে
এটি খেলে / লুকাই সপোন / এটি জ্বলি / মৰে
এটি হাঁহে / তৰাৰ মুখত / ফুলৰ গন্ধ / টানি
এটি কান্দে / ধৰাৰ বুকুত / কুলৰ বন্ধ / মানি।'

—ৰত্নকান্ত বৰকাকতি, 'দুটি মানুহ', *শেৱালি*, পৃষ্ঠা-৮৯

উল্লিখিত উদাহৰণটোৰ প্ৰতি চৰণৰ অন্তিম পৰ্বৰ বাহিৰে প্ৰতিটো পৰ্বই চতুঃস্বৰ বিশিষ্ট। আন এটা উদাহৰণ—

'নহয় মণি / মুক্তাহাৰ / নহয় একো / যোঁৱা হাতী।'

—ডিম্বেশ্বৰ নেওগ, 'এটি জাতি', *বিচিত্ৰা*, পৃষ্ঠা-৭

এই উদাহৰণটোৰো প্ৰতিটো পৰ্বই চতুঃস্বৰ বিশিষ্ট আৰু লৌকিক পয়াৰ ছন্দৰ প্ৰতিফলন ইয়াত লক্ষ্য কৰিব পাৰি।

স্বৰবৃত্ত ছন্দৰীতিত ৰচিত লৌকিক কবিতাৰ পৰ্ববন্ধৰ সংকোচন আৰু সম্প্ৰসাৰণ ঘটে বুলি পূৰ্বেই উল্লেখ কৰি অহা হৈছে। সম্প্ৰসাৰণৰ ক্ষেত্ৰত পৰ্বসমূহত ত্ৰিস্বৰ আৰু দ্বিস্বৰ সীচৰতি হৈ থাকে। লোককবিয়ে তেনে ত্ৰিস্বৰ আৰু দ্বিস্বৰক প্ৰৰনিত উচ্চাৰণেৰে দীৰ্ঘতৰ ভংগীৰ কৰি লয় আৰু তেতিয়া সিবোৰ চতুঃস্বৰ জোখৰ হৈ পৰে। পৰ্ববন্ধৰ সম্প্ৰসাৰণৰ লোককবিতাৰ এই বৈশিষ্ট্য অসমীয়া ৰোমাণ্টিক কবিতাত দেখা নাযায়। কিন্তু পৰ্ববন্ধৰ সংকোচনৰ বৈশিষ্ট্যটো বিভিন্ন কবিৰ কবিতাত লক্ষ্য কৰা যায়। এই সন্দৰ্ভত তলৰ

উদাহৰণবোৰ প্ৰণিধানযোগ্য—

'নহয় মণি / মুক্তাহাৰ / নহয় এৰো / খোঁৰা হাতী

পলি কোম্পানীৰ / নমহা / দামৰ মাথোন / এটি ছাটি।'

*বিচিত্ৰা*, পৃষ্ঠা-৭

আন এটা উদাহৰণ

'বুকু বহল / পেটটি সৰু / ফিন্দাই ফিন্দাই / ফুৰে

বাহিৰত কি / ঘৰত কি / গাৰ চোলা / নেৰে।'

বলিনাৰায়ণ বৰা, 'ডাণ্ডৰীয়া', *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৩২

উল্লিখিত উদাহৰণ দুটাত ছন্দলিপি নিৰ্দেশিত পৰ্বকেইটাৰ মাত্ৰাৰ জোখ বাকীকেইটা পৰ্বৰ তুলনাত দীৰ্ঘ। প্ৰকৃততে এইকেইটা স্বৰবৃত্ত ছন্দৰীতিৰ পৰ্ববন্ধৰ সংকুচিত ৰূপহে।

কেতিয়াবা আকৌ পৰ্বসমূহত ধ্বনিৰ সংখ্যাই চাৰিৰ সীমা পাৰ হৈ যায় আৰু মাত্ৰাৰ জোখটোও ছয়তকৈ বেছি হয়। যেনে—

'পুৰণি ঠেকেৰাৰ / চোকবেছি / পুৰণি মিতিৰৰ / বেছি এঠা

পুৰণি ছাটিৰ / বিয়েগতো / পাইছোঁ মনত / অতি বেথ।'

'এটি ছাটি', *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৮

ঠিক এনেধৰণৰ উদাহৰণ লোককবিতাতো দৃষ্টিগোচৰ হয়। যেনে—

'কি কি চৰাইৰ / কি কি নাও

সোণৰ চৰাইৰ / কথা কওঁ।'

প্ৰফুল্লদত্ত গোস্বামী (সম্পা.) *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৯

এনে দীৰ্ঘ পৰ্বসমূহ দ্ৰুত উচ্চাৰণেৰে চতুঃস্বৰ পৰ্বৰ ভিতৰুৱা কৰি মাত্ৰাসাম্য ৰক্ষা কৰা হয়।

এজন অসমীয়া ছান্দসিকে আধুনিক অসমীয়া কবিতাত লৌকিক ছন্দসজ্জাৰ প্ৰভাৱ সম্পৰ্কে মন্তব্য দি কৈছে ঃ "অসমীয়া কাব্যত প্ৰকৃত অসমীয়া স্বৰবৃত্তৰ অৰ্থাৎ বেল-ধেমালিৰ গীতৰ লয় এতিয়াও সম্পূৰ্ণভাৱে অনুভূত নহয়। স্বৰবৃত্তত অসমীয়া কবিয়ে বঙালী ছড়াৰ লয়টোহে অৱলম্বন কৰিছে। লিখিত সাহিত্যত ব্যৱহৃত স্বৰবৃত্ত ছন্দত 'শিৱঠাকুৰৰ বিয়াৰ' বাজনাহে শুনি, 'ইৰিকিতি মিৰিকিতি বাহৰ শলা'ৰ গুণগুণনি নহয়"।[1] এই মন্তব্য অৱশ্যে সৰ্বাংশে শুদ্ধ বুলি ক'ব পৰা নাযায়। এই কথা ঠিক যে আধুনিক অসমীয়া কবিতাৰ উন্মেষ স্তৰৰ কবি বলিনাৰায়ণ বৰাৰ কবিতাত আমি বাংলা ছড়াৰ প্ৰতিধ্বনিটোহে শুনিবলৈ পাওঁ। কিন্তু পৰৱৰ্তী বড়ুকান্ত বৰকাকতি, ভিক্ষেশ্বৰ নেওগ আৰু কমলেশ্বৰ চলিহাৰ কবিতাত বাংলা ছড়াৰ উপৰিও অসমীয়া লোককবিতাৰ ছন্দইও প্ৰভাৱ বিস্তাৰ কৰা যেন লাগে; আন নালাগে বেজবৰুৱাৰ কবিতাত অসমীয়া লোকগীতৰ ছন্দই যেন নতুনকৈ সাৰ পাই উঠিছে। যেনে-

ডালত বন্দী হ'ল / ডালৰে হৰিতাল
লালীত বন্দী হ'ল মাখি।
কামিনীৰ লগত / পুৰুষ বন্দী হ'ল
ধুৰত বন্দী হ'ল হাতী।।' (দেহবিচাৰ গীত)

লোক কবিৰ এই ফাকি কবিতাৰ লগত বেজবৰুৱাৰ কবিতাৰ সাদৃশ্য মনকৰিবলগীয়া--

'জুইতৰ কুঁৱৰী / নহয় ঐ মালতী
নহয় তেওঁ ফুলৰে ৰাণী,
আকাশী পোহৰৰ / নহয় তেওঁ প্ৰতিমা
নহয় তেওঁ বীণৰে বাণী।' (মালতী)

অৱশ্যে লৌকিক ছন্দ সম্পৰ্কত ছান্দসিকজনে দিয়া মন্তব্য সমৰ্থনযোগ্য ঃ 'ছন্দকুশল কোনো অসমীয়া কবিয়ে ঘঁহি-মাজি ল'বলৈ আমাৰ এই গঞা ছন্দই এতিয়াও বাট চাই আছে।'[৮]

## ৫.০২ প্ৰকাশভংগীত প্ৰবাদবাক্য আৰু জতুৱা ঠাঁচৰ প্ৰভাৱ

লোকসংস্কৃতিৰ বাক্‌কেন্দ্ৰিক উপাদানসমূহৰ ভিতৰত প্ৰবাদবাক্য অন্যতম। 'প্ৰবাদ' শব্দটোৰ সাধাৰণ অৰ্থ 'লোকৰ পৰা শুনা কথা, মানুহৰ মুখে মুখে চলি অহা পুৰণি কথা'।[৯] সংজ্ঞাৰ ফালৰ পৰা বিচাৰ কৰিলে এই প্ৰবাদবাক্যবোৰ 'একোটা সৰল ঘৰুৱা বাক্যৰ গঢ়ত জীৱনৰ এটি চোকা সমালোচনা প্ৰকাশ কৰা একপ্ৰকাৰ লোকসাহিত্য বা তাৰ পৰৱৰ্তী অনুকৰণ।'[৮] একোজন মানুহৰ জীৱনৰ অভিজ্ঞতা আৰু তেওঁৰ দৈনন্দিন ব্যৱহাৰিক জীৱনক কেন্দ্ৰ কৰিয়েই এই প্ৰবাদবাক্যবোৰ গঠিত হয়। সেয়ে ক'ব পাৰি প্ৰবাদবাক্যবোৰ বিস্তৃততম্ জীৱন অভিজ্ঞতাৰ সংক্ষিপ্ততম্ সাহিত্যিক প্ৰকাশ।[৯] মানুহৰ জীৱনৰ কিছুমান মৌলিক বিষয় লৈ এই প্ৰবাদবাক্যবোৰ গঠিত হয়। জীৱনৰ চৰম সত্যবোৰৰ বিষয়ে চিন্তাৰ অৱকাশ নথকা সাধাৰণ মানুহৰ এটা জীৱনৰ বা এটা দিনৰ ক্ষিপ্ৰ অভিজ্ঞতা, কেতিয়াবা এটা জাতিৰ কেঁবাপুৰুষৰ অভিজ্ঞতা সঞ্চিত হৈ এনে প্ৰবাদবাক্যসমূহে সৃষ্টি লাভ কৰে আৰু একোটা জাতিৰ 'জ্ঞানৰ ভঁৰালত সিবোৰ নৈব্যক্তিক সম্পত্তি হিচাপে'[১০] ৰৈ যায়। মুঠতে এই প্ৰবাদবাক্যবোৰ একোটা জাতিৰ বিচিত্ৰ ব্যৱহাৰিক অভিজ্ঞতা-সম্পৃক্ত প্ৰজ্ঞাৰ সংক্ষিপ্ততম্ আপ্তবাক্য।

প্ৰবাদবাক্য বুলি ক'লে অসমীয়াত সাধাৰণতে ফকৰা, যোজনা, পটন্তৰ-এই তিনিওটাকে বুজায়। হেমচন্দ্ৰ বৰুৱা আৰু কোনো কোনো সমালোচকে[১০] এই তিনিওটা শব্দ সমাৰ্থক বুলি কৈছে যদিও আৰু কোনোৱে 'বাস্তৱ ক্ষেত্ৰত তিনিওটাৰ মাজত বিশেষ পাৰ্থক্য দেখা নাযায়'[১১] বুলি মত প্ৰকাশ কৰিছে যদিও প্ৰকৃততে এই তিনিওটাই ভিন্ন বস্তু আৰু ইহঁতৰ প্ৰয়োগতো সুকীয়া বৈশিষ্ট্য লক্ষ্য কৰা যায়। ফকৰাবোৰত সাধাৰণতে নীতিগৰ্ভ আধ্যাত্মিক কথাই প্ৰাধান্য লাভ কৰে আৰু ইবোৰ প্ৰায়ে ছন্দোবদ্ধ; যোজনাবোৰত এফাকি অৰ্থহীন কথাৰ লগত এফাকি অৰ্থযুক্ত কথা সংযোগ কৰা হয় আৰু পটন্তৰত বুজাব খোজা কথাটো একোটা উদাহৰণেৰে সৈতে বুজোৱা হয়। যেনে ঃ

'একেটি খুটাৰ ঘৰখন
থূল থূল কৰে মেলখন।'

সৰ্বেশ্বৰ ৰাজগুৰু (সং) *অসমীয়া প্ৰবাদ*, পৃষ্ঠা-৫৭

এইটো এটা ভকতীয়া ফকৰা। ইয়াত খুটা মানে জীৱ। জীৱৰ বাবেই মানৱ দেহটো। ঘৰ মানে দেহ আৰু মেল মানে বিষয়-বাসনা। আকৌ–

'ধিনদৌ বগৰী পাত,
ফুকনৰ টেকেলা এইবাৰলৈ নাহিবা
বিহা নাইকিয়া গাত।'

*উল্লিখিত গ্ৰন্থ*, পৃষ্ঠা-২২৩

এইটো এটা যোজনা। ইয়াৰ প্ৰথম শাৰীটো অৰ্থহীন, পিছৰ শাৰী দুটাহে অৰ্থযুক্ত। উল্লেখযোগ্য যে এনে ধৰণৰ একোটা পংক্তি ছন্দৰ সমতাৰ বাবে ব্যৱহাৰ কৰাটো অসমীয়া লোকগীত আৰু কবিতাৰ অন্যতম বৈশিষ্ট্য। 'মাছৰ কুমলীয়া শ'ল', 'বিহুৱে বিৰিণা পাত' আদি বহুপ্ৰচলিত এনে পংক্তিসমূহলৈ এইক্ষেত্ৰত আঙুলিয়াব পাৰি। সেইদৰে--

'অবুজনক বুজোৱা
ঢেকুৰা ঠাৰি সিজোৱা।'

উদ্ধৃত, ডিম্বেশ্বৰ নেওগ, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা ১

এইটো এটা পটন্তৰ। ঢেকুৰা ঠাৰি সিজোৱা টান কাৰ্যৰ লগত অবুজনক বুজোৱা টান কাৰ্যৰ সাদৃশ্য ইয়াত দেখুওৱা হৈছে। উল্লিখিত উদাহৰণ তিনিটাৰ পৰাই প্ৰতীয়মান হয় যে ফকৰা, যোজনা আৰু পটন্তৰ—এই তিনিওটাৰে প্ৰয়োগৰ ক্ষেত্ৰত সুকীয়া সুকীয়া বৈশিষ্ট্য আছে।

অসমীয়া সাহিত্যই লিখিত ৰূপ পোৱাৰ আগৰে পৰা অসমীয়া জনসমাজত এনে প্ৰবাদবাক্যসমূহৰ প্ৰচলন আছিল। অসমীয়া সাহিত্যৰ আদি পৰ্বৰ চৰ্যাপদ, শ্ৰীকৃষ্ণ কীৰ্তন; প্ৰাক্ শংকৰী যুগৰ কবিসকল আৰু বৈষ্ণৱ যুগৰ সাহিত্যত এনে প্ৰবাদবাক্যৰ সঘনাই প্ৰয়োগ লক্ষ্য কৰা যায়। বিশেষকৈ প্ৰাক্ শংকৰী আৰু শংকৰী যুগৰ কবিসকলৰ ৰচনাত প্ৰবাদবাক্যৰ প্ৰয়োগ ব্যাপক।[১২] অসমীয়া লোকজীৱনৰ সৃষ্টি এই প্ৰবাদবাক্যসমূহৰ মাজেদি লোকজীৱনৰ আশা-আকাংক্ষা, ইচ্ছা-অনুভূতি, সংস্কাৰ-পৰম্পৰা আদিৰ প্ৰকাশ ঘটাৰ উপৰিও ইবোৰৰ

মাজত অসমীয়া জাতিটোৰ জীৱন-চৰ্যা আৰু আদৰ্শ, মনস্তত্ত্ব, আচাৰ-ব্যৱহাৰ আৰু মাজে মাজে সামাজিক সমালোচনাও প্ৰতফলিত হৈছে। অসমীয়া মানুহৰ কথা-কোৱাৰ চমৎকাৰিত্ব, বুদ্ধিদীপ্ততা, পৰ্যবেক্ষণ শক্তি আৰু সাংসাৰিক জ্ঞানৰ স্বাক্ষৰ এই প্ৰবাদবাক্যবোৰে বহন কৰি আহিছে।[১৮] চুটি চুটি বাক্যৰে একোটা সাৰগৰ্ভ সত্য বা অভিজ্ঞতা প্ৰকাশ কৰিব পৰা প্ৰবাদবাক্যসমূহ 'দহৰ জ্ঞান একৰ বাণী।'[১৭]

প্ৰতিটো জাতিৰ মৌখিক সাহিত্যই জাতিটোৰ লিখিত সাহিত্যক ভাব আৰু প্ৰেৰণাৰ যোগান ধৰে। অসমীয়া মৌখিক সাহিত্যৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য। অসমীয়া লিখিত সাহিত্যৰ হাজাৰ বছৰ জোৱা ঐতিহ্য বিচাৰ কৰিলে দেখা যায় যে অসমীয়া লিখিত সাহিত্যৰ সমান্তৰালভাৱে অসমীয়া মৌখিক সাহিত্যৰো সমৃদ্ধি আৰু গতি অব্যাহত ৰূপত চলি আহিছে। লিখিত সাহিত্যৰ উন্নতিৰ লগে লগে নিজৰ সজীৱতা আৰু প্ৰাণশক্তি অক্ষুণ্ণ ৰাখি মৌখিক সাহিত্যও চলমান গতিৰে আগুৱাই আহিছে। পৰিৱৰ্তিত সমাজ-ব্যৱস্থাত মৌখিক সাহিত্যৰ অন্তৰ্গত গীত, কবিতা, সাধুৰ ভাষা-সুৰ-গঢ় আদি নানা পৰিৱৰ্তনৰ সন্মুখীন হয়। কিন্তু প্ৰবাদবাক্যসমূহৰ ক্ষেত্ৰত লক্ষ্য কৰা যায় যে ইহঁতৰ মৌলিক পৰিৱৰ্তন বিশেষ নহয়, ইহঁতৰ সৃষ্টিৰ আদি ৰূপটো প্ৰায়েই অপৰিৱৰ্তিত হৈ থাকে। এই মন্তব্যৰ সমৰ্থনত প্ৰাচীন অসমীয়া সাহিত্যত ব্যৱহৃত প্ৰবাদবাক্যসমূহৰ উল্লেখ কৰিব পাৰি–

ক. আপনা মাঁসে হৰিণা বৈৰী (চৰ্যা নং ৬, ভুসুকু পাদ, ১০ম শতিকা), আপনাৰ মাঁসে হৰিণী জগতেৰ বৈৰী (পদ নং ১০৩, শ্ৰীকৃষ্ণ কীৰ্তন, বড়ু চণ্ডীদাস, ১৪শ শতিকা)।

খ. মুখে ধান দিলে আখৈ হবে যেন। ৫২০৮। (ৰামায়ণ, লংকাকাণ্ড, মাধৱ কন্দলি, ১৪শ শতিকা); ধান দিলে হোৱৈ আখৈ ৰামৰ মুখত। ৭০৮৮। (উত্তৰাকাণ্ড ৰামায়ণ, শংকৰদেৱ, ১৫শ শতিকা)।

গ. লংকাপুৰীখান কাংস পৰি জিম গৈলা। ৫৪১০। (ৰামায়ণ, লংকাকাণ্ড, মাধৱ কন্দলি); নুশুনিয়া ৰোল, নাহি মাতবোল, কাংস পৰি গৈল জীণ। ১১৬। (হৰিশ্চন্দ্ৰ উপাখ্যান, শংকৰদেৱ)।

ঘ. অগ্নিত পুৰিলো পিম্পলিৰ দিয়া পথ। ৩৩৪১। (ৰামায়ণ, অৰণ্যকাণ্ড, মাধৱ কন্দলি); একে জুই মৰো আৰো পিৰ্পলিৰ পথ। ৭০৯৫। (উত্তৰাকাণ্ড ৰামায়ণ, শংকৰদেৱ)।

ঙ. কংসাল গোমৰ সংগে পৰিহাস খেলে। ৩০০৫। (ৰামায়ণ, অৰণ্যকাণ্ড, মাধৱ কন্দলি); কসাল সাপত পাৱ খেলাৱস। বাঘতো ওকণি চাস। ২৫৩। (লৱ-কুশৰ যুদ্ধ, হৰিবৰ বিপ্ৰ, ১৪শ শতিকা); কংসাল সৰ্পক জংকাইবাক কৰ সাস। ৭২৫৮। (উত্তৰাকাণ্ড ৰামায়ণ, শংকৰদেৱ)।

চ. জল বুদ বুদ যেন অথিৰ জীৱন। ২৫৭৪। (ৰামায়ণ, অযোধ্যা কাণ্ড, মাধৱ কন্দলি); জল বুদ বুদ যেন অথিৰ জীৱন। ৪৮৩, ১৬০১, ২৩১৯। (দশম স্কন্ধ ভাগৱত, শংকৰদেৱ)।

ছ. কাচক লাগিয়া আনি হেৰাইলো মাণিক। ৫১৫২। (ৰামায়ণ, লংকাকাণ্ড, মাধৱ কন্দলি);

কাচক চাহন্তে যেনো মাণিক হৰায়। ৩০৫। (ৰুক্মিণীহৰণ কাব্য, শংকৰদেৱ)।

জ. ঘৃত পাই যেহেন অগ্নি জ্বলি গৈল। ৩০০৩। (ৰামায়ণ, অৰণ্য কাণ্ড, মাধৱ কন্দলি); বহ্নিৰ সংযোগে যেন উথলিল ঘৃত। ৫৫২। (কীৰ্তন, শংকৰদেৱ); ঘৃত সহযোগে যেন অগনি জ্বলিল। ১০। (জংঘাসুৰ বধ, ৰাম সৰস্বতী, ১৬শ শতিকা); অগনিত ঘৃত যেন তেহ্নয় পৰাই। ৩১০। (কুমৰ হৰণ, অনন্ত কন্দলি, ১৬শ শতিকা)।

ঝ হাৰিয়া জিনয় কতো জিনিয়া হাৰয়। কহিত শুনিলা সৰ্বকালে ভৈলা জয়।। ৬৪১৩। (ৰামায়ণ, মাধৱ কন্দলি, লংকাকাণ্ড), হাৰিয়া জিনয় কেহো জিনিয়া হাৰয়। সৰ্বকালে সংসাৰত কাৰো নাহি জয়।। ৬৪৯। (ৰুক্মিণীহৰণ কাব্য, শংকৰদেৱ)।

উল্লিখিত প্ৰবাদবাক্যবোৰৰ ভালেমান অবিকল ৰূপত বৰ্তমান অসমীয়া ভাষাতো প্ৰয়োগ হোৱা দেখা যায়। এই উদাহৰণবোৰৰ পৰা এটা কথা স্পষ্টভাবে প্ৰতীয়মান হয় যে অসমীয়া এই প্ৰবাদবাক্যসমূহ প্ৰাচীন কালৰে পৰাই অবিকৃতভাৱে চলি আহিছে আৰু প্ৰাচীন কালৰ পৰা আধুনিক যুগলৈ আহোঁতেও ইবোৰৰ গঢ়-গতিৰ বিশেষ পৰিবৰ্তন হোৱা নাই।

অসমীয়া ৰোমাণ্টিক কাব্য-সাহিত্যত প্ৰবাদবাক্য আৰু জতুৱা ঠাঁচৰ প্ৰভাৱ বিচাৰ কৰিবলৈ যাওঁতে দেখা যায় যে মাধৱ কন্দলি, হৰিবৰ বিপ্ৰ, শংকৰদেৱ-মাধৱদেৱ প্ৰমুখ্যে প্ৰাচীন অসমীয়া সাহিত্যৰ কবিসকলৰ ৰচনাত প্ৰবাদবাক্যৰ যি বিস্তৃত প্ৰয়োগ ঘটিছিল তেনে প্ৰয়োগ অসমীয়া ৰোমাণ্টিক কবিসকলৰ কবিতাত ঘটা নাই। অসমীয়া সাহিত্যত আধুনিকতাৰ উন্মেষ ঘটোৱা 'অৰুনোদই' কাকতত প্ৰবাদবাক্যৰ ব্যৱহাৰ নোহোৱাটোৱেই স্বাভাৱিক আছিল, কাৰণ মিছনেৰীসকলৰ মাতৃভাষা অসমীয়া নাছিল। অৱশ্যে আধুনিক ছপা আখৰত প্ৰথম আৰু তৃতীয়খন প্ৰবাদবাক্যৰ সংগ্ৰহ মিছনেৰীসকলেই উলিয়াইছিল[১১] যদিও 'অৰুনোদই' আৰু মিছনেৰীসকলৰ অন্যান্য লেখাত প্ৰবাদবাক্যৰ প্ৰয়োগ নাই বুলিয়েই ক'ব পাৰি। অসমীয়া ভাষাৰ জতুৱা গঢ়টো তেওঁলোকে অৱশ্যে অনুধাৱন কৰিবলৈ যত্ন কৰিছিল আৰু সেয়ে তেওঁলোকৰ দ্বাৰা ব্যৱহৃত বহুতো শব্দৰূপৰ 'পুৰণি গদ্যপুথি আৰু বুৰঞ্জী, কথাচৰিত আৰু কথিত ভাষাৰ লগতহে'[১১] মিল আছিল।

আধুনিক অসমীয়া কবিতাৰ উন্মেষ কালৰ কবি ভোলানাথ দাস আৰু ৰমাকান্ত চৌধুৰীৰ কবিতাতো প্ৰবাদবাক্যৰ প্ৰয়োগ সীমাবদ্ধ। ৰমাকান্ত চৌধুৰীৰ 'অভিমন্যু বধ' কাব্যৰ প্ৰথম যি তিনিটা সৰ্গ পোৱা গৈছে তাত প্ৰবাদবাক্যৰ প্ৰয়োগ নাই যদিও তেওঁৰ ভাষা জতুৱা অসমীয়া গঢ়ৰ আছিল। কিন্তু ভোলানাথ দাসৰ 'সীতাহৰণ কাব্য'ৰ ভাষা সম্পূৰ্ণ জতুৱা গঢ়ৰ আছিল বুলি ক'ব নোৱাৰি। প্ৰচুৰ তৎসম শব্দৰ প্ৰয়োগ আৰু মাইকেল মধুসূদন দত্তৰ 'মেঘনাদ বধ' কাব্যৰ ভাষা ঘনিষ্ঠভাৱে অনুসৰণ কৰিবলৈ যাওঁতে অসমীয়া ভাষাৰ জতুৱা প্ৰতিভাত (তেওঁ) ঠায়ে ঠায়ে খুঁত লগাইছিল।[১২] তথাপি 'সীতাহৰণ কাব্য' আৰু ভোলানাথ দাসৰ অন্যান্য কবিতাত মাজে মাজে জতুৱা ঠাঁচ আৰু খণ্ডবাক্যৰ প্ৰয়োগ লক্ষ্য কৰা যায়।[১৩]

আধুনিক অসমীয়া কবিতাত প্ৰবাদবাক্যৰ সংখ্যাগনি প্ৰয়োগ ৰোমাণ্টিক কবিসকলৰ

কবিতাৰ পৰাহে লক্ষ্য কৰিব পাৰি। ৰোমাণ্টিক কবিতাৰ অন্যতম লক্ষণ আছিল গাঁৱৰ সহজ-সৰল জীৱন-ধাৰাৰ প্ৰতি আকৰ্ষণ। এই আকৰ্ষণৰ ফল স্বৰূপেই অসমৰ গ্ৰাম্য জীৱনৰ চিত্ৰ ৰোমাণ্টিক কবিতাত প্ৰতফলিত হৈছে। কবিতাৰ বিষয়বস্তু আৰু প্ৰকাশভংগীত অসমৰ লোক-সাংস্কৃতিক জীৱনে এতিয়াৰ পৰা ভুমুকি মাৰিবলৈ আৰম্ভ কৰিলে। অৱশ্যে আধুনিক অসমীয়া কবিতাত অসমৰ গাঁৱলীয়া জীৱনৰ প্ৰথম প্ৰকাশ লক্ষ্য কৰা যায় কবি ৰত্নেশ্বৰ মহন্তৰ (১৮৬৪—১৯৩৪) কবিতাত। 'গাঁৱলীয়া বোৱাৰীৰ নীৰৱ সেৱা, ভগা পাচিৰ পেটত ধান খেৰৰ ওপৰত শুই থকা দুখীয়া মানুহৰ কেঁচুৱা, বছৰৰ বেলেগ বেলেগ বতৰত গাঁৱলীয়া মানুহৰ খেতি-বাতি আৰু উৎসৱৰ বৰ্ণনা ৰত্নেশ্বৰ মহন্তই প্ৰথমে অসমীয়া সাহিত্যত আগবঢ়ায়।'[১০] মহন্তৰ 'বিহু', 'গাঁৱলীয়া বোৱাৰী', 'উষা', 'ব্ৰহ্মপুত্ৰ', 'শিশু' আৰু ঋতু বিষয়ক কবিতাকেইটি এই প্ৰসংগত উল্লেখ কৰিব পাৰি। পিছে মহন্তৰ কবিতাত অসমীয়া জতুৱা গঢ়ৰ প্ৰকাশ আছে যদিও প্ৰবাদবাক্যৰ প্ৰয়োগ লক্ষ্য কৰা নাযায়; তাৰ বাবে আমি প্ৰথম অসমীয়া ৰোমাণ্টিক কবি চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাৰ কাষ চাপিব লাগিব। চন্দ্ৰকুমাৰৰ 'প্ৰতিমা' আৰু 'বীণ ব'ৰাগী' কবিতাপুথিত প্ৰবাদবাক্যৰ পোনপটীয়া ব্যৱহাৰ নাই যদিও উপমাদি অলংকাৰত জতুৱা ঠাচ আৰু জতুৱা খণ্ডবাক্যৰ প্ৰয়োগ লক্ষ্য কৰা যায়। চন্দ্ৰকুমাৰৰ কবিতাত ব্যৱহৃত তেনে কিছুমান জতুৱা খণ্ডবাক্যৰ উদাহৰণ, যেনে- (বন্ধনীৰ ভিতৰত কবিতাৰ নাম আৰু পৃষ্ঠা সংখ্যা নিৰ্দেশ কৰা হৈছে।) অথাই সাগৰ (বীণ ব'ৰাগী, ৭৬), আকাশ কুসুম (জীৱন উচ্ছ্বাস, ৬), কচুপাতৰ পানী (মৌনী শিশুপাল, ১১৫), পানী মিঠৈ (মাধুৰী, ৩২), লেৰেলা সাদৰ (পশুবল, ১০০), শিশুপাল খেদা (মৌনী শিশুপাল, ১১৪) ইত্যাদি। (উৎস ঃ চন্দ্ৰামৃত)

লোকসাহিত্যৰ প্ৰতিফলন সবাতোকৈ ব্যাপক লক্ষ্মীনাথ বেজবৰুৱাৰ লেখাতহে। বেজবৰুৱাৰ সাহিত্যত লোকসাহিত্যৰ বিষয়বস্তু, প্ৰকাশভংগী আৰু লোকসংগীতৰ সুৰে যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছে। অৱশ্যে বেজবৰুৱাৰ কাব্য-ৰচনাতকৈ গদ্য ৰচনাতহে জতুৱা ঠাচ আৰু খণ্ডবাক্যৰ প্ৰয়োগ অধিক।[১১] তেওঁৰ গীত আৰু কবিতাসমূহত ব্যৱহৃত এনে প্ৰকাশভংগীৰ উদাহৰণ, যেনে- আটোম টোকাৰি (ৰতনীৰ বেজাৰ, ৯৮০), আলৈ আথানি (বায়েক উষা ভনীয়েক প্ৰতিমা, ৯৫৬), এহাণ্ডধীয়া (ধূপিতৰা, ৯৮৩), কাণসাৰি মাৰি (বা.উ.ভ.প্ৰ., ৯৫৫), ফুটুকাৰ ফেন (চন্দ্ৰ, ৯৬০), মুখৰ মহলা (বা.উ.ভ.প্ৰ., ৯৫৪), মূৰৰ ঘাম মাটিত পেলা (ধূপিতৰা, ৯৮৫), বাঘমোৰ (বীণ ব'ৰাগী, ৯৭৮), ৰসাতলে যা (ধূপিতৰা, ৯৮৩) ইত্যাদি। (উৎস ঃ বেজবৰুৱা গ্ৰন্থাৱলী, ২য় খণ্ড)

বেজবৰুৱা, চন্দ্ৰকুমাৰৰ সহযোগী হেমচন্দ্ৰ গোস্বামীৰ কবিতাৰ সংখ্যা তাকৰ যদিও তেওঁৰ কবিতাতো জতুৱা ঠাচৰ প্ৰয়োগ লক্ষ্য কৰা যায়। উদাহৰণ, যেনে- অলপ ধতুৱা (ধনঞ্জয় ঢোল, ৮৬), আকাশ কুসুম (কাকূতি, ৬৮), আলৈ আথানি (ঐ, ৭০), উজুটিত পৰি মৰা (মেঘদূত, ৪৭), কলডাত খোৱা ধাতু (পেট, ৪১), কাবৌ-কোকালি (কাকূতি, ৬৮) চকু চৰহা (ধনঞ্জয় ঢোল, ৮৬), চুকৰ ভেকুলী (জাহাজ, ১৫), জহন্নামে যোৱা (ধনঞ্জয় ঢোল, ৮৬), জুকলা-জুপুৰা (মন, ১৭), তেজক পানী কৰি (আনন্দৰাম বৰুৱাৰ স্বৰ্গ যাত্ৰা,

৬৬), নকৰিবৰ চকৰি (মন, ১৬), পৰৰ মূৰত খোবা ভটীয়া পানীত যোৱা (মেঘদূত, ৪৮), পেটত হাত ভৰি লুকা (মন, ১৯) ইত্যাদি। (উৎস ঃ হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী)

আধুনিক অসমীয়া কবিসকলৰ ভিতৰত সবাতোকৈ অধিক জতুৱা প্ৰকাশভংগীত কবিতা ৰচনা কৰা কবিজন হ'ল মফিজুদ্দিন আহমদ হাজৰিকা। 'জোনাকী'ৰ প্ৰভাৱৰ বাহিৰত থকা এই কবিজনে কবিতাত ঘৰুৱা ভাষা ব্যৱহাৰৰ ক্ষেত্ৰত এক বিশেষ কৃতিত্বৰ পৰিচয় দিছে। তেওঁৰ কবিতাত ব্যৱহৃত কিছুমান জতুৱা ঠাঁচৰ উদাহৰণ, যেনে– আৰ্বৰি বিবৰি (মইমতালি ভাবৰ ভেটি উচন, ৪০), আলিবাটে চালি ধৰা (মৰিশালিখনি, ২০), এমাডিমা (বাস্তীকৰ, ৮), কলা ঘুমটি (তত্ত্ব পাৰিজাত, ৭০) কাবউ-কোকালি (মৰিশালিখনি, ৩৬), চুলিৰ আগে জীৱ (দিনকণা, ৬১), জ্বলা-কলা (মৰিশালিখনি, ৩০), টাপ্সি ভূপ্সি (ঐ, ৩১), টাল্মুকি ভালুকি (মইমতালি ভাবৰ ভেটি উছন, ৪০), থৰকাচুটি এৰা (মৰিশালিখনি, ৩০), দলনিত পোনা মেলা (ঐ, ১২), ধপছালি মাৰি (ঐ, ১২), ধুম ধুপালি (ঐ, ৩০), পৰকিতি লৰা (ঐ, ৩২), ভিকাচন ভগা (আত্মন, ৫৩), মূধা কুটা (বিশ্বখনিকৰ, ২), মূৰে ভৰি কঢ়া (মৰিশালিখনি, ২০), ৰসাতলে যোৱা (দিনকণা, ৬৫), শিয়নিত শোৱা (বাটিকৰা, ১৯) ইত্যাদি। (উৎস ঃ মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী)

কবিতাত জতুৱা ঠাঁচ প্ৰয়োগৰ ক্ষেত্ৰত আগৰণুৱা আন এজন কবি হ'ল ৰঘুনাথ চৌধাৰী। চৌধাৰীৰ কবিতাত তৎসম শব্দৰ প্ৰয়োগ অধিক যদিও ঘৰুৱা ভাষাই সংস্কৃত শব্দৰ সৈতে মিলিত হৈ এক শুৱলা ভংগী গ্ৰহণ কৰিছে। তেওঁৰ কবিতাত ব্যৱহৃত কিছুমান জতুৱা ঠাঁচৰ উদাহৰণ, যেনে– আটোম টোকাৰি (এটি মনৰ ভাব, ৮৩), আৰ্বৰি-বিবৰি (সখীলৈ, ৪৪), আলাই-আথানি (বণিজৰ কথা, ৭৩), আলাই-বিলাই (জোনাকী পৰুৱা, ৩১), আলাসৰ লাডু (গিৰিমল্লিকা, ২৬৮), উকলি পুষ্টা (বণিজৰ কথা, ৭১), কাঁহ পৰি জীণ যোৱা (কেতেকী, ১৮৩), কেটেৰা-জেঙেৰা (বণিজৰ কথা, ৭০), গাখীৰ খুৱাই সাপ পোহা (আমৰ কথা, ৩৮৩), নদন-বদন (জোনসৈ, ২৭৪), পৰুৱাই পোৱা (প্ৰতিধ্বনি, ২৯৫), পোৱা কপাল (দুখৰ কথা, ১০৪), ভালুকৰ সাক্ষী (বণিজৰ কথা, ৬৯), মৰণত শৰণ দি (আমৰ কথা, ৩৭৫), মূৰে ভৰি কাঢ় (মনাই ব'ৰাগী, ৩৬৫), হাবাথুৰি খোৱা (বিবহীৰ উক্তি, ৭৫) ইত্যাদি। (উৎস ঃ ৰঘুনাথ চৌধাৰী ৰচনাৱলী)

ৰোমাণ্টিক কাব্য আন্দোলনৰ দ্বিতীয়টো স্তৰৰ অৰ্থাৎ বাঁহী-আলোচনী যুগৰ কবি ডিম্বেশ্বৰ নেওগ, পাৰ্বতিপ্ৰসাদ বৰুৱা আৰু আনন্দচন্দ্ৰ বৰুৱাৰ কবিতাত ঘৰুৱা প্ৰকাশভংগীয়ে এক বিশিষ্ট ৰূপ পৰিগ্ৰহ কৰিছে। ডিম্বেশ্বৰ নেওগৰ কবিতাত অসমীয়া জতুৱা ঠাঁচৰ ব্যৱহাৰ এনে ধৰণৰ ঃ অমাতৰ মাত (মাতৃভাষা, ৫৫), আউলু-আপচু (ঠেং তোলা বৰা, ৬), ইবোৰ সিবোৰ (ঐ, ১০), উধনীয়া গপ (অভিমান, ৬০), কাঁহ পৰি জীণ যোৱা (মোৰ গাঁও, ৫৪), ডালকে বুলিলে জকাই (যাত্ৰী, ১৬৯), গেলা গপ (ঠেং তোলা বৰা, ১০), গেলাত টেঙা দি (ঐ, ১০), টুপাই বুৰ মৰা (গুণিন, ৮৬), তিৰি মিৰি ভাটো কোৱা, ই চাকিৰ আসে নোপোৰা (ঠেং তোলা বৰা, ১২), ত্ৰাহি মধুসূদন (মানুহ, ১৬৪), ধুম ধুপালি (বিৰহ মাধুৰী, ৮৭), নক'লেও নোৱাৰো কটা মুখ, ক'লেও লাগিব তকতৰ দোষ (ঠেং তোলা

বৰা, ১০), পৰৰ মূৰত কঁঠাল ভঙা (মানুহ, ১৬৪), পুৰণি থেকেৰাৰ চোক বেছি, পুৰণি মিতিৰৰ এঠা বেছি (এটা ছাতি, ৭), পেটত হাত-ভৰি লুকাল (মানুহ, ১৬৪), বাৰটা মাহৰ তেৰটা ৰোগ (ঠেং তোলা বৰা, ১১), বুঢ়াৰ হাতত চেঙেলি (ঐ, ১১), ভিকাচন ভাগ (ঐ, ৯), মানিলেই ধান নামানিলেই পতান (ঐ, ৯), শিয়ালিৰ কান্ধত মঙহৰ ভাৰ (বিশ্ব স্বাধীনতা, ১৬৯), হাতৰ কুঠাৰ ভৰিত মৰা (মানুহ, ১৬৫), হাড়ত বন গজা (সখি, ৮৭) ইত্যাদি। (উৎস ঃ নেওগ কাব্যমালা, ১ম ভাগ, বিচিত্রা, অসমা)

পাৰ্বতিপ্ৰসাদ বৰুৱাৰ কবিতাত অসমীয়া লোকগীতৰ প্ৰকাশভংগী আৰু সুৰে যেন নতুনকৈ সাৰ পাই উঠিছে। তেওঁৰ কবিতাত ব্যৱহৃত খণ্ডবাক্য তথা জতুৱা ঠাঁচবোৰ এনে ধৰণৰ ঃ অথাই সাগৰ (জীৱন যদি হেৰাল তোৰ, ২১), অনাই-বনাই (চৰণ-চাব, ৪২) এথানি-এবানি (লুইতী, ১৩৪), কচুপাতৰ পানী (জীয়াতেজ, ৪৩), ঘৰ বিভীষণ (আত্মাৰ আৰাও, ৬৯), তলে-পুতল (ঐ, ৬৯), ত্ৰাহি মধুসূদন (ঐ, ঐ), থৌকি বাথৌ (কণ্ঠহীন উদং পিয়লা, ৪৬), দোধোৰ মোধোৰ (মাধুৰী, ১০), নহ'বৰ হ'ল (বিনন্দ বৰুৱালৈ চিঠি, ৭৫), ফুটুকাৰ ফেন (খেল ভঙাৰ খেল, ৩৬), সাখী গোপাল (আত্মাৰ আৰাও, ৬৯), সোণাৰ মুখত মাখি (ঐ, ৬৯), হাতত সাৰে ভৰিত সাৰে (কেঁচা শোণিতৰ চেকুৰাবোৰ, ২১), হাবাথুৰি খাই (মৰণ নিৰ্মালি, ১০), হামৰাও (ভঙা টোকাৰীৰ সুৰ, ১৭) ইত্যাদি। (উৎস ঃ পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী)

একেদৰে আনন্দচন্দ্ৰ বৰুৱাৰ কবিতাতো অসমীয়া লোকজীৱনৰ এক বৰ্ণাঢ্য ৰূপ পৰিদৃষ্ট হয়। তেওঁৰ কবিতাত ব্যৱহৃত জতুৱা খণ্ডবাক্যৰ উদাহৰণ, যেনে— অকণি পুৰুষ (লিহিৰি বন, ১১৯), অথাই সাগৰ (প্ৰাৰ্থনা, ১৭), অমাতৰ মাত (লাওখোলা, ১৮৭), আপোনভোলা (ভিতৰ চ'ৰা, ৪৮), উলাহৰ মাদলি (কিয়, ৩৭), কেহেলি ফেন্দেলি (কবিৰ সপোন, ২৭), জিৰিণীয়া মৌ (ভোগদে আৰু আমাৰ ছাৰ, ১৭৮), টালি ভুলি (প্ৰেমৰ কাৰণে, ৫৩), ঢোলৰ লগত টেমেকা (প্ৰাণী মহামণ্ডল, ৪৪), দলনিত পোনা মেলা (পোনাইতৰ মাক, ১১৮), ভেটিত তিতা লাও গজা (পেণ্ডোৰা, ৩৩), ৰসাতলে যোৱা (ঐ, ৩৭) ইত্যাদি। (উৎস ঃ বকুলবনৰ কবিতা, সেই নিমাতী পুৱাৰ পৰা)।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ গীত আৰু কবিতাসমূহতো অসমীয়া জতুৱা ঠাঁচ আৰু খণ্ডবাক্যাদিৰ প্ৰচুৰ প্ৰয়োগ লক্ষ্য কৰা যায়। তাৰে দুটিমান উদাহৰণ, যেনে-- অমাতৰ মাত (এতোৱাৰী, ৬৭০), আকাশ পাতাল (অসমীয়া ছোৱালীৰ উক্তি, ৬৮৪), আভুৱা ভৰা (গীত, ২৫৮), আলিবাটে চালি ধৰা (জ্যোতি ৰামায়ণ, ৭৫৪), আলেখ লেখ (গীত, ২০৫), আলৈ আথানি (চিত্ৰলেখা, ৬৪১), উখল মাখল (জ্যোতি ৰামায়ণ, ৭৫৫), কাহ পৰি জীণ যোৱা (ঐ, ৭৫৬), চুলিৰ আগে জীব (অক'মানি ছোৱালী, ৭১৮), টোকোনাৰ বিড (গীত, ১২৯), নহ'বৰ হ'ল (ভলন্টিয়াৰৰ দুখ, ৬৬৭), ভিকাচন ভগা (পগলা খেতিয়ক, ৩৬৫), হাতত সাৰে ভৰিত সাৰে (গীত-১০, ৮২, ১১৬) ইত্যাদি। (উৎস ঃ জ্যোতিপ্ৰসাদ ৰচনাৱলী)

উল্লিখিত কবিকেইজনৰ উপৰিও আন ৰোমাণ্টিক কবিসকলৰ কবিতাতো জতুৱা ঠাঁচৰ

প্ৰয়োগ লক্ষ্য কৰা যায়। নাম ল'ব পৰা এই কবিসকল হ'ল — পদ্মনাথ গোহাঞিবৰুৱা, আনন্দচন্দ্ৰ আগৰৱালা, চন্দ্ৰধৰ বৰুৱা, যতীন্দ্ৰনাথ দুৱৰা, অম্বিকাগিৰী ৰায়চৌধুৰী, বন্ধুকান্ত বৰকাকতি, দুৰ্গেশ্বৰ শৰ্মা, বিনন্দচন্দ্ৰ বৰুৱা আৰু নলিনীবালা দেৱী। এইসকল কবিৰ কবিতাত অসমীয়া জতুৱা ঠাঁচৰ প্ৰয়োগ তলত দিয়াৰ দৰে দেখুৱাব পাৰি ঃ

পদ্মনাথ গোহাঞিবৰুৱাৰ কবিতাত — অগুণকাৰী (গুণাভিৰাম, ৪৫), আকাশ কুসুম (সংসাৰ ধুমুহা, ৩৬৮), আলাসত চাং পতা (ঐ, ৩৬৯), ধৌকি বাধৌ (জুৰণি, ৩৫৪), দুনাৱে দুভৰি (লীলা, ৪০৬), নলৰ্মৰি গজালি (প্ৰাকৃতিক সংসাৰ, ৩৬২), পানীৰ লাডু (পৰিতাপ, ৩৬৯), ৰসাতলে যোৱা (ৰাজচ'ৰাত জয়মতী, ৩৮০) ইত্যাদি। (উৎস ঃ গোহাঞিবৰুৱা ৰচনাৱলী)

আনন্দচন্দ্ৰ আগৰৱালাৰ কবিতাত — আলৌ লৌৱা (শোকসংগীত, ৫), কথাৰ মূৰত বঁটা, কথাতেই লেঠা (উপদেশ, ১৫), গাই গোটা পেতে ভঁৰাল (সুখ, ১২), চুকৰ ভেকুলী (অসম, ১৩), দিহিঙে-দিপাঙে (ফুলকোঁৱৰ, ৩৯), মাটিৰ মানুহ (জীৱন সংগীত, ১১), যমে চুলিত ধৰা (নীতি ৰত্নমালা, ১৭), ৰাতি জুহালত সাত হাল বোৱা (অসম, ১৪) ইত্যাদি। (উৎস ঃ আনন্দচন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী)

চন্দ্ৰধৰ বৰুৱাৰ কবিতাত— জ্বৰ ঘামে ঘমা (স্মৃতি, ১৪), নাকি লগা ম'হ (হাকিমী বিয়া, ৩৩), বাপতি সাহোন (স্মৃতি, ১৯), ম'ৰা চালি ধৰা (বাঁহী, ১২), মুখৰ মালিহা (স্মৃতি, ১৫) ইত্যাদি। (উৎস ঃ চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী)

যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাত — আকাশ কুসুম (বনফুল, ৭৪), আকাল ভঁৰাল নাই, (পখিলা, আপোন সুৰ, ৪৭), কাতি হওঁ যতে ৰাতি হয় (আপোন সুৰ, ১৯), বালি ঘৰ (নাৱৰীয়া খ, আপোন সুৰ, ২২) ইত্যাদি। (উৎসঃ আপোন সুৰ, বনফুল)

অম্বিকাগিৰী ৰায়চৌধুৰীৰ কবিতাত — আকাশ পাতাল (জাগ বেথা মোৰ জাগ, ৭০), আলিমূলি (পোহাৰ পথ, ৯), আলাই আথানি (তুমি, ৪৬), উজুটিত পৰি মৰা (বীৰ্য হেৰালি ক'ত, ৫০), ধূম-ধুপালি (আত্মদান, ১৭), নদন-বদন (জীৱনৰ প্ৰয়োজন, ৬৩), হাবাথুৰি খাই (কি লৱণ দিলা মোক, ৪১) ইত্যাদি। (উৎস ঃ অনুভূতি, তুমি)

নলিনীবালা দেৱীৰ কবিতাত — অথাই সাগৰ (জীৱন, সপোনৰ সুৰ, ৬৬), অথিৰ অবিৰ (যাত্ৰা, সন্ধিয়াৰ সুৰ, ৪২), আকুলি বিকুলি (অনুভূতি, ঐ, ২১), আসে-বিসে (মিলন আহ্বতি, ঐ, ১২৫), জুৰুলি জুপুৰি (লক্ষ্মীনাথ, পৰশমণি, ১৪০), ধৌকি-বাধৌ (কবি স্বপ্ন, অন্তিমৰ সুৰ, ২), বাটকুৰি বাই (শেষ ভিক্ষা, সন্ধিয়াৰ সুৰ, ১৫) ইত্যাদি। (উৎসঃ সপোনৰ সুৰ, সন্ধিয়াৰ সুৰ, পৰশমণি, অন্তিমৰ সুৰ)

দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাত—অমৰা সুখ (পণীয়া হৰা, ১১৬), আপোন পেটীয়া (টোপনি, ১৩২), ধানটোৰে প্ৰতি কণটো (সমাজ, ১৮৪), যমৰ যাতনা (সন্তোষ, ১৩৪), বিমান পানীৰ মাছ (নিৰ্ভৰ, ১০০) ইত্যাদি। (উৎস ঃ দুৰ্গেশ্বৰ শৰ্মা ৰচনাৱলী)

বন্ধুকান্ত বৰকাকতিৰ কবিতাত—থউকি বাথউ (ভেঁটিয়া, ২১), নখে মাটি লেখা (প্ৰশ্ন, ১৭), কাঁহ পৰি জীণ যোৱা (পৃথুবীৰ প্ৰতি পানী পিয়া, ৫৩) ইত্যাদি। (উৎস ঃ শোৱালি)।

বিনন্দচন্দ্ৰ বৰুৱাৰ কবিতাত -- অথিৰ অবিৰ (ৰঙামুৰা বীৰ, প্ৰতিধ্বনি, ৪৭), আকুলি-বিকুলি (তুমি আছা, ঐ, ৫), আলৈ আথানি (নজনা বীৰৰ মূৰ, ঐ, ৫৮), একালৰ বৃন্দাবন একালত পৰে ছন (ৰংপুৰ, ঐ, ৩৪), তিতা লাও গজা (শ্মশান, শংখধ্বনি, ৩১), থৌকি বাথৌ (ৰঙামুৰা বীৰ, প্ৰতিধ্বনি, ৪৪) ইত্যাদি। (উৎস ঃ প্ৰতিধ্বনি, শংখধ্বনি)

লোকজীৱনৰ ভাষাৰ এক প্ৰধান বিশেষত্ব জতুৱা খণ্ডবাক্যৰ সঘন প্ৰয়োগ। এনে ঠাঁচ বা প্ৰকাশভংগী গঢ় লৈ উঠে কৃষিজীৱী মানুহখিনিৰ কৃষি নাইবা দৈনন্দিন কাৰ্যৰ ওপৰত গইনা লৈ। তাৰ উপৰি জীৱ-জন্তুৰ নাম আৰু শৰীৰৰ অংগ-প্ৰত্যংগৰ সংযোগতো লোকজীৱনৰ ভালেমান জতুৱা খণ্ডবাক্য গঢ় লৈ উঠা দেখা যায়। কম কথাৰে অধিক অৰ্থ প্ৰকাশৰ শক্তি থকা এই জতুৱা খণ্ডবাক্যবোৰ অসমীয়া ৰোমাণ্টিক কবিসকলে সচেতনভাৱেই ব্যৱহাৰ কৰিছে।

কৃষিজীৱী মানুহৰ দৈনন্দিন জীৱনৰ বিভিন্ন কাৰ্যৰ আলমত গঢ় লৈ উঠা আৰু অসমীয়া ৰোমাণ্টিক কবিতাত ব্যৱহৃত তেনে কিছুমান জতুৱা খণ্ডবাক্যৰ উদাহৰণ, যেনে-- আখইফুটীয়া কথা, আবেলিৰ চেঁচনি, উধনীয়া গপ, ওফোন্দা গংগাটোপ, কচুপাতৰ পানী, কণ গেলা কঠীয়া, কপালৰ কেঁচা ঘাম, কাঁহ পৰি জীণ যোৱা, ঘৰ গুচি বাঁহতল, চোচনি-ফাহতি, জালকে বুলিলে জকাই, টাকুৰি ঘূৰাদি ঘূৰা, তুহ জুইৰ দৰে জ্বলা, দেহ লাও, দোৱা ভজা, ধানটোৱে প্ৰতি কণটো, ধান পকে মানে টুনিৰ মৰণ, নাকি লগা মহ, নাথনি জোঁটা, ফুটুকাৰ ফেম, বৰষুণ দেখি জাপি, ভেটিত তিতালাও গজা, মাছ দেখি জাল, মাছ ভজা খোলা, মাটিৰ মানুহ, যিমান পানীৰ মাছ, ৰাতিৰ জুহালত সাত হাল বোৱা, শালৰ গৰু, সংসাৰৰ চেপা-খুন্দা, সৃষ্টিৰ কঠিয়া, হাতৰ কুঠাৰ ভৰিত মৰা ইত্যাদি।

শৰীৰৰ অংগ-প্ৰত্যংগ আৰু জীৱ-জন্তুৰ নামৰ আলমতো ভালেমান প্ৰকাশভংগী গঢ় লৈ উঠে। তেনে ভংগী অবিকল ৰূপত অসমীয়া ৰোমাণ্টিক কবিতাতো ব্যৱহৃত হৈছে। শৰীৰৰ অংগ-প্ৰত্যংগৰ ওপৰত গঢ় লৈ উঠা তেনে কিছুমান জতুৱা ভংগীৰ উদাহৰণ, যেনে-আপোন পেটীয়া, উজুটিত পৰি মৰা, কপালৰ কেঁচা ঘাম, কাণসাৰ, কাণ সাৰি মাৰি, গা ঘেলাই, গা ৰমৰমাই যোৱা, গাই গোটা পেটে ভঁৰাল, চকু চৰহা, চুকত সোমাই বুকুত দংশা, চুলিৰ আগে জীৱ, চুলি মেলি চেংকলি, জিভাৰ পিছল, জ্বৰ ঘামে ঘামি, জ্বৰে এৰিলেও কপটিয়ে নেৰা, তেজ পানী কৰি, দুই নাৱত দুই ভৰি, দেহ লাও, দেহে উজান-ভাটি কৰা, নখে মাটি লেখা, পথালি চকুৱা, পৰৰ মূৰত কঁঠাল ভঙা, পেটত হাত-ভৰি সুমা, পোৰ মূৰ খোৱা, পোৰা কপাল, বুঢ়াৰ হাতত চেঙেলি, মৰে চন-মূৰ কৰি, মন-কাণ দিয়া, মুখৰ মালিহা, মুখৰ কাল ছাই গুচা, মুখেৰে জগত মৰা, মুখেদি বৰষে মৌ পেটে চতুৰালি, মূৰৰ ঘাম মাটিত পেলা, মূৰে ভৰি কঢ়া, যমে চুলিত ধৰা, বাইজে জোঁকাৰে নখ, শিলত মূৰ আফলা, হাত-ভৰি লুকাল পেটত, হাতৰ কুঠাৰ ভৰিত মাৰ, হাতত সৰগ পোৱা, হাতত সাৰে ভৰিত সাৰে, হাড়ত বন গজা ইত্যাদি।

জীৱ-জন্তুৰ নামৰ ওপৰত গঢ় লৈ উঠা আৰু অসমীয়া ৰোমাণ্টিক কবিতাত ব্যৱহৃত কিছুমান জতুৱা খণ্ডবাক্যৰ উদাহৰণ, যেনে-- গাখীৰ খুৱাই সাপ পোহা, চিকা চন্দিয়া, চুকৰ

ভেকুলী, জীৱন-চগা, জ্বিৰণীয়া মৌ, ধৰিলেই শ'ল, নধৰিলেই হ'ল শিঙি, নাকি লগা মহ, পৰুৱাই পোৱা, পিতনিত পৰা সুগৰি, বাঘ খেদা, বাঘ মোৰ, বুঢ়াৰ হাতত চেঙেলি, ভালুকৰ সাঙী, মৰা ছালি ধৰা, মাছ দেখি জাল, ষিমান পানীৰ মাছ, ৰ লগা পলু, লঠা মূৰা, লালীত পৰা পৰুৱা, শিয়ালৰ কান্ধত মঙহৰ ভাৰ, শালৰ গৰু, শেনৰ এজাত, সোণৰ হৰিণা বনত হেৰায়, সোলাৰ মুখত মাখি ইত্যাদি।

লক্ষ্য কৰা যায় যে অসমীয়া ৰোমাণ্টিক কবিসকলে কবিতাৰ বিষয়বস্তু প্ৰকাশৰ ক্ষেত্ৰত লোকজীৱনৰ প্ৰকাশভংগীৰ আশ্ৰয় লৈছে আৰু আমি দেখুৱাই অহা কবিসকলে প্ৰাচীন অসমীয়া জতুৱা ঠাঁচ, খণ্ডবাক্য আৰু প্ৰবচন প্ৰয়োগ কৰি নিজৰ মনৰ ভাব-অনুভূতি নিয়াৰিকৈ প্ৰকাশ কৰাৰ উপৰিও কবিতাসমূহতো এক বিশেষ সৌন্দৰ্য প্ৰদান কৰিবলৈ সক্ষম হৈছে। অসমীয়া ৰোমাণ্টিক কবিতাৰ ৰূপবস্তু নিৰ্মাণত সেয়ে লোকজীৱনৰ পৰা আহৰিত জতুৱা ঠাঁচ আৰু খণ্ডবাক্যৰ প্ৰয়োগে এক বিশিষ্ট ভূমিকা পালন কৰি গৈছে।

## ৫.০৩ শব্দচয়নত লোকজীৱনৰ প্ৰভাৱ

ইংৰাজ কবি ৱৰ্ডছৱৰ্থে কবিতাৰ শব্দচয়নৰ সম্পৰ্কত মন্তব্য দি কৈছিল যে চগা মানুহৰ মুখৰ ভাষাই কবিতাৰ বাবে সবাতোকৈ উপযোগী ভাষা।[১১] পৰৱৰ্তী ইংৰাজ কবি টি. এছ. এলিয়টেও একে সুৰতে তেওঁৰ অভিমত প্ৰকাশ কৰিছিল।[১২] কিন্তু সাধাৰণ মানুহৰ মুখৰ ভাষা হ'লেও কবিতাৰ ভাষা লী হাণ্টে ক'বৰ দৰে এটা 'উচ্চস্তৰলৈ উন্নীত' ভাষাত পৰিণত হয়।[১৩] ৰোমাণ্টিক যুগৰ অসমীয়া কবিসকলেও শব্দচয়নৰ ক্ষেত্ৰত ৱৰ্ডছৱৰ্থৰ মন্তব্যৰ যথাযোগ্যতা প্ৰমাণ কৰি গৈছে।[১৪]

অসমৰ লোকজীৱন মূলতঃ কৃষিভিত্তিক গ্ৰাম্য জীৱন। অসমৰ মৌখিক সাহিত্যত এই কৃষিনিৰ্ভৰ গ্ৰাম্য সমাজৰে ছবি প্ৰতিফলিত হৈছে। অসমৰ সেউজীয়া প্ৰকৃতি, বিভিন্ন ঋতুৰ প্ৰকৃতিৰ বিভিন্ন ৰূপৰ বৰ্ণালীয়ে ব্যক্তিমনত সৃষ্টি কৰা ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ চিত্ৰ লোকসাহিত্যৰ বিভিন্ন অংগত ফুটি উঠিছে। অসমীয়া সমাজৰ সামাজিক গাৰ্থনি, ধৰ্ম, ৰীতি-নীতি, বিশ্বাস-সংস্কাৰ, উৎসৱ-অনুষ্ঠান, খাদ্য-বাসস্থান, সাজ-পাৰ ইত্যাদিৰ প্ৰতিফলন অসমীয়া লোকসাহিত্যত ঘটিছে। অসমৰ সহজ-সৰল জনসাধাৰণৰ মুখৰ ভাষা বহন কৰি থকা এই লোকসাহিত্যৰ লগত শিষ্ট অসমীয়া সাহিত্যৰ স্পষ্ট পাৰ্থক্য আছে। শব্দৰ উচ্চাৰণ, শব্দৰ প্ৰয়োগ, অৰ্থ, বাক্যৰীতি আদি সকলো ক্ষেত্ৰতে শিষ্ট অসমীয়া সাহিত্যতকৈ মৌখিক সাহিত্যৰ ভাষা কিছু বেলেগ। নাগৰিক সভ্যতাই স্পৰ্শ নকৰা অসমৰ ভিতৰুৱা গাঁৱৰ জনসাধাৰণে শতিকাটোৰ প্ৰথমাৰ্ধলৈকে এনে ধৰণে শিক্ষিত সমাজে ব্যৱহাৰ নকৰা শব্দ, বাক্য, জতুৱা ঠাঁচ আদি ব্যৱহাৰ কৰি আহিছিল।

অসমীয়া লোকজীৱনৰ অন্যতম প্ৰধান বিশেষত্ব সৰলতা। সেয়ে লোকজীৱনৰ ভাষাত কোনো ধৰণৰ কৃত্ৰিমতা নাই, সহজ-সৰল ভাবেৰে মনৰ ভাব-অনুভূতি প্ৰকাশ কৰাত তেওঁলোকে ঘৰুৱা ভাষাকে ব্যৱহাৰ কৰে। আমাৰ বিহুনাম, বিয়ানাম, নিচুকনি গীত আৰু

মালিতাসমূহৰ শব্দচয়নলৈ লক্ষ্য কৰিলেই এই মন্তব্যৰ যথাৰ্থতা উপলব্ধি কৰিব পৰা যায়। উদাহৰণ, যেনে--

ক 'বিহুৱতী চৰায়ে/কৰে বিহু বিহু/আমাৰ বিহু কাপোৰ নাই,
সমনীয়াই সুধিলে/ক'ম কি এ বুলি/সৰুতে ঢুকালে আই।
(উদ্ধৃত ঃ *বনবেণু*, সম্পা. ডিম্বেশ্বৰ নেওগ, পৃষ্ঠা-১১৫)

খ. 'কাম চৰাইৰ ৰঙা ঠোঁট/তাতে দিলে ৰঙা ফোট
পিতাদেউ ঐ, দূৰৈকে নিদিবা মোক,
ইবাই বোলে ভাতৰ দুখ/সিবাই বোলে মাতৰ দুখ
পিতাদেউ ঐ, খেজালি মাৰিব মোক।'
(উদ্ধৃত ঃ *বাৰ মাহৰ তেৰ গীত*, পৃষ্ঠা ৫)

গ. 'কেতেকী পহীয়া/আমাৰে আইদেউ/ভোমোৰা কলীয়া চুলি
শিৰত জিলিকিলে/সেন্দূৰীয়া আলি/কপালত জিলিকিল বেলি।'
(উদ্ধৃত ঃ *বিয়ানাম*, সং-অমিয়া চক্ৰবৰ্তী, পৃষ্ঠা-৩১)

উল্লিখিত স্তৱককেইটিৰ প্ৰথমটো বিহুনাম, দ্বিতীয়টো নিচুকনি গীত আৰু তৃতীয়টো বিয়ানামৰ উদাহৰণ। স্তৱককেইটি বিচাৰ কৰি চালে দেখা যায় যে চহা জীৱনৰ অকৃত্ৰিমতা আৰু সৰলতাই গীতৰ মাজেদি ফুটি উঠিছে। শব্দচয়নৰ এই সহজ সৰল ভংগীয়ে অসমীয়া ৰোমাণ্টিক কবিসকলকো প্ৰভাৱিত কৰিছিল। সেয়ে অসমীয়া ৰোমাণ্টিক কবিতাৰ দোক্-মোকালিৰ পৰাই অসমীয়া কবিতাত এই বৈশিষ্ট্য লক্ষ্য কৰিব পাৰি। এই প্ৰসংগতে, অসমীয়া ৰোমাণ্টিক কবিতাত আমাৰ আলোচ্য দহজন কবিৰ হাতত ব্যৱহৃত এনে শব্দৰাজিৰ কিছু উদাহৰণ দাঙি ধৰিব পাৰি। (অৱশ্যে এনে শব্দৰাজিৰ নিৰ্বাচিত সংখ্যাকহে তালিকাত উদ্ধাৰ কৰি দিয়া হৈছে।)

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| চন্দ্ৰকুমাৰ আগৰৱালা | কিলোৱা কুটুমেহে কুটুম | কূট | চন্দ্ৰামৃত | ২৮ |
| | গংগাটোপ | পতুবল | ঐ | ১০০ |
| | ছায়াবাজী | আশীৰ্বাদ | ঐ | ৯৩ |
| | নখে মাটি লেখা | সুখগীত | ঐ | ৫৯ |
| | নিজাপী | বীণ ব'ৰাগী | ঐ | ৭৮ |
| | বেমেলি | সংশয় ৰহস্য | ঐ | ২৩ |
| | বেহানি | মানব বন্দনা | ঐ | ৭৯ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| চন্দ্ৰকুমাৰ আগৰৱালা | মনাই | প্ৰপঞ্চ | চন্দ্ৰামৃত | ৪৯ |
| | ময়াপী | মানৱ বন্দনা | ঐ | ৩৭ |
| | মায়াৰ চিত | সুখ | ঐ | ২১ |
| লক্ষ্মীনাথ বেজবৰুৱা | আটকাল | ৰতনীৰ বেজাৰ | বেজবৰুৱা গ্ৰন্থাৱলী (২য় খণ্ড) | ৯৮০ |
| | আমোলন | ৰেণুকা | ঐ | ৯৯০ |
| | এহাগুধীয়া | ধূপিতৰা | ঐ | ৯৮৫ |
| | ওগাইৰং | ৰেণুকা | ঐ | ৯৫৩ |
| | কৰ্কৰিয়া হিয়া | সখীৰ প্ৰতি | ঐ | ৯৫৩ |
| | কুটেশাল | ধনবৰ আৰু ৰতনী | ঐ | ৯৭৯ |
| | খেৰসনি | বায়েক উষা ভনীয়েক প্ৰতিমা | ঐ | ৯৫৫ |
| | গা ৰমৰমাই | ঐ | ঐ | ৯৫৫ |
| | টাটৰি পৰা | কৃষ্ণৰ নিদ্ৰাভঙ্গ | ঐ | ১০০৪ |
| | তুৰিমুৰি | মহাপ্ৰয়াণৰ যাত্ৰী | ঐ | ৯৮৩ |
| | দেহলাও | ৰাধা আৰু সখীসকল | ঐ | ৯৬৮ |
| | বঁহীয়া পৰা | কৃষ্ণৰ নিদ্ৰাভঙ্গ | ঐ | ১০০৪ |
| | বেহানি | মালতী | ঐ | ১০০৫ |
| | মানপী | ৰেণুকা | ঐ | ৯৯০ |
| | মুখৰ মহলা | বায়েক উষা ভনীয়েক প্ৰতিমা | ঐ | ৯৫৪ |
| | শাহটো সামৰি | ধনবৰ আৰু ৰতনী | ঐ | ৯৭৯ |
| আনন্দচন্দ্ৰ আগৰৱালা | অঞ্জলা | ফুলাকোঁৱৰ | আনন্দচন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী | ৪৮ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| আনন্দচন্দ্ৰ আগৰৱালা | আইচু | পানেশৈ | আনন্দচন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী | ৩১ |
| | আইটি | কদমৰ কথা | ঐ | ২৮ |
| | আতপ | প্ৰণয়ৰ পৰিণাম | ঐ | ৩ |
| | আঁফুটা | গোলাপ কুঁৱৰি | ঐ | ৩৪ |
| | ক'লা ঘুমটীয়া | জীৱন সঙ্গীত | ঐ | ১১ |
| | চিকাচন্দিয়া | ফুলকোঁৱৰ | ঐ | ৪২ |
| | চেঁচনি | ঐ | ঐ | ৪০ |
| | নাও (নাম) | ঐ | ঐ | ৪০ |
| | পত্তিমা | ঐ | ঐ | ৪২ |
| | পিথবী | ঐ | ঐ | ৪২ |
| | ৰাংচি | গোলাপ কুঁৱৰী | ঐ | ৩৩ |
| | হজুৰা | ফুলকোঁৱৰ | ঐ | ৪৮ |
| | হয়েৰা | পানেশৈ | ঐ | ৩১ |
| | হেন্তাল | ফুলকোঁৱৰ | ঐ | ৪০ |
| | হেৰেই | কদমৰ কথা | ঐ | ২৮ |
| মফিজুদ্দিন আহমদ হাজৰিকা | আনে ব্যানে | আত্মন | মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী | ৫৮ |
| | আপাহত | মুনিচুনি বেলি | ঐ | ৩০ |
| | আয়েনোৰে | মৰিশালিখনি | ঐ | ১৩ |
| | উধাৱত | ঐ | ঐ | ২০ |
| | এমাদিমা | বাগ্মীকৰ | ঐ | ৮ |
| | ওৱাইডাং | মৰিশালিখনি | ঐ | ২০ |
| | কপটালি | ঐ | ঐ | ১৪ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| মফিজুদ্দিন আহমদ হাজৰিকা | কেনেৰীয়া | মুনিচুনি বেলি | মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী | ৩৪ |
| | কেলেহুৱা | অসমীয়া | ঐ | ৯১ |
| | খিয়লীয়া | বাজীকৰ | ঐ | ৭ |
| | গুণনি চিন্তনি | মৰিশালিখনি | ঐ | ১৬ |
| | জইমুনি | ঐ | ঐ | ২৬ |
| | চেনেহুৱা | বাজীকৰ | ঐ | ৭ |
| | টপটলৌ | মৰিশালিখনি | ঐ | ২০ |
| | টালিভুলি | ঐ | ঐ | ৩১ |
| | টাংবাং | ঐ | ঐ | ১৬ |
| | টুমনি | ঐ | ঐ | ২৭ |
| | ঢোপাচালি | বুঢ়া মাঝি ভগা নাও | ঐ | ৭৭ |
| | থানিকা | মৰিশালিখনি | ঐ | ১২ |
| | থিতাদহে | আহ্বান | ঐ | ৫৫ |
| | ধপচালি | মৰিশালিখনি | ঐ | ১২ |
| | নিছলীয়া | ঐ | ঐ | ১২ |
| | বেমেলি | মইমতালি ভাবৰ ভেটি | ঐ | ৪৯ |
| | লাপুষ্টীয়া | মুনিচুনি বেলি | ঐ | ৩৩ |
| ৰঘুনাথ চৌধাৰী | আলাই বিলাই | জোনাকী পৰুৱা | ৰঘুনাথ চৌধাৰী ৰচনাৱলী | ৩১ |
| | আশাসুধি | মহিকতৰা | ঐ | ২৬৫ |
| | আয়েমেৰে | কেতেকী | ঐ | ১৫৯ |
| | কিলৰ গাৰু | বণিকৰ কথা | ঐ | ৭২ |
| | কেউৰ পত্রা | কেতেকী | ঐ | ১৭৪ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| ৰঘুনাথ চৌধাৰী | তভক মৰা | মনাই ব'ৰাগী | ৰঘুনাথ চৌধাৰী ৰচনাৱলী | ৩৬৪ |
| | তিনি তেলেঙনি | বণিজৰ কথা | ঐ | ৬৯ |
| | দোকোলটকা | ঐ | ঐ | ৭০ |
| | নিছলা | এটি মনৰ ভাব | ঐ | ৮৫ |
| | পোৰা কপাল | মনাই ব'ৰাগী | ঐ | ৩৬৪ |
| | বেহানি | বৈৰাগাৰ কথা | ঐ | ৩০৮ |
| | মোহৰ বাগুৰা | কেতেকী | ঐ | ১৪৮ |
| | শাঁত | প্ৰিয় বিহঙ্গীনী | ঐ | ১৪ |
| | সংসাৰৰ চেপাখুন্দা | বিৰহীৰ উক্তি | ঐ | ৭৫ |
| ডিম্বেশ্বৰ নেওগ | অন্ধলা | মালিকা | নেওগ কাব্যমালা | ১ |
| | অমুৰি | সঁফুৰা | ঐ | ১৩ |
| | অসহনি | মালিকা | ঐ | ৫ |
| | আউলু আপচু | ঠেং তোলা বৰা | বিচিত্ৰা | ৯ |
| | উধনীয়া গপ | অভিমান | ঐ | ৬০ |
| | উপজি পুৰা | গুণিন্ | নেওগ কাব্যমালা | ৯৩ |
| | গেলা গপ | ঠেং তোলা বৰা | বিচিত্ৰা | ১১ |
| | ছয়াময়া | সঁফুৰা | নেওগ কাব্যমালা | ২২ |
| | তেওক্ত বেলি | এটি ছাটি | বিচিত্ৰা | ৭ |
| | খেহেৰাই মাত | ঠেং তোলা বৰা | ঐ | ১০ |
| | দেহলাও | বিজুবতী | নেওগ কাব্যমালা | ৯২ |
| | নহ'বৰ হ'ল | ঐ | ঐ | ৯১ |
| | নাভাৰিবা | পিশাচিনী | অসমা | ৮২ |
| | নিৰমম | উপহাৰ | বিচিত্ৰা | ১৪ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| | পৰাণী | উপহাৰ | বিচিত্ৰা | ১৪ |
| | পুনু | শেষ উপহাৰ | ঐ | ১৭ |
| | বিলঙা | নৱবৰষত | ঐ | ২৩ |
| | ভিকাচন ভাগ | ঠেং তোলা বৰা | ঐ | ১০ |
| ডিম্বেশ্বৰ নেওগ | মলঙি | নৱবৰষত | ঐ | ২৩ |
| | মানপী | মালিকা | নেওগ কাব্যমালা | ৭ |
| | মুলুক | ঠেং তোলা বৰা | বিচিত্ৰা | ১০ |
| | সামফল | শেষ প্ৰয়াস | অসমা | ৩৮ |
| | হামৰাও | মাউৰা | নেওগ কাব্যমালা | ৪১ |
| | হিয়াৰ আমঠু | দেৱী প্ৰতিমা | ঐ | ১০৬ |
| | অগনি | ভঙা টোকাৰীৰ সুৰ | পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী | ১৮ |
| | আটাহ | আত্মাৰ আবাৰ | ঐ | ৬৯ |
| | আমঠু | ভঙা টোকাৰীৰ সুৰ | ঐ | ১৮ |
| | উছাহ | শুকুলা ডাৱৰ... | ঐ | ১৯৮ |
| | উৰুমি | ভঙা টোকাৰীৰ সুৰ | ঐ | ১৮ |
| | এলাবাং | উজাগৰে | ঐ | ৬২ |
| পাৰ্বতিপ্ৰসাদ বৰুৱা | কাচোন | সোণৰ সোলেং | ঐ | ২৬৪ |
| | খৰংখচ | আত্মাৰ আবাৰ | ঐ | ৬৯ |
| | গেদেৰি | কণ্ঠহীন উদং পিয়লা | ঐ | ৪৬ |
| | চিতনি | শুকুলা ডাৱৰ... কহুৱাফুল | ঐ | ১৬৩ |
| | চুটুমৈ | কেঁচা শোণিতৰ চেকুৰবোৰ | ঐ | ২১ |
| | চুলকলি | আত্মাৰ আবাৰ | ঐ | ৬৯ |
| | ছয়ামৰা | কনজেউতি | ঐ | ১৫ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| | ছলাহ্ | আত্মাৰ আৰাব | ৰচনাবলী | ৬৯ |
| | ছান (স্নান) | গীত (লুইতী) | ঐ | ১৩২ |
| | জগাকাঠ | বুঢ়া আঁহত আৰু বোৱতী নৈ | ঐ | ৮০ |
| | জহ্ন তহ্ন | আত্মাৰ আৰাব | ঐ | ৬৯ |
| | জিগিনি | জীৱনৰ জিগিনি | ঐ | ৫৮ |
| | জীবন্ধৰী | বুঢ়া আঁহত বোৱতী নৈ | ঐ | ৮১ |
| | ডৰিয়লি | গীত (লুইতী) | ঐ | ১৩৬ |
| | দিকছৌ | মই আছো | ঐ | ৫২ |
| | দিনতীয়া | শুকুলা ডাৱৰ.. | ঐ | ১৪৭ |
| | ধিয়ান | চকু পানীৰ বান | ঐ | ২১ |
| পাবৰ্তিপ্ৰসাদ বৰুৱা | নসয় | গীত | ঐ | ৮৬,১০৫ |
| | নাও (নাম) | ঐ | ঐ | ১৫৯ |
| | নিচুক | চকু পানীৰ বান | ঐ | ২১ |
| | নির্ফুট | গীত | ঐ | ৮৫ |
| | পৰাণ | মৰণ নিৰ্মালি | ঐ | ১০ |
| | পচতীয়া | অৰ্পণ | ঐ | ৩৫ |
| | বাচ | গীত | ঐ | ১৮৩ |
| | বিৰিখ | ঐ | ঐ | ২০৯ |
| | বিশুধ | চকুপানী | ঐ | ২০ |
| | ভুৰ্ভং | পুতলা | ঐ | ৫৬ |
| | ভুৰুণ্ডি | গীত | ঐ | ১২৭ |
| | মনিচ | সোণৰ সোলেং | ঐ | ২৫৮ |
| | ময়ানী | মৰণ নিৰ্মালি | ঐ | ১২ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| পাৰ্বতিপ্ৰসাদ বৰুৱা | ৰাইখ | আত্মাৰ আবাব | ৰচনাৱলী | ৬৯ |
| | লৰিয়লি | গীত (লুইতী) | ঐ | ১৩৬ |
| | সাঁচাৰকাঠি | গীত (ঐ) | ঐ | ৮৫ |
| | সাম্ফল | নিঠুৰ নিদিয়া | ঐ | ৩০ |
| | সাম্ফলি | হেৰোৱা লগন | ঐ | ১২ |
| | সৌঁতা | গীত | ঐ | ১৪৭ |
| | হৈ গুদু | জীৱনৰ জিগিনি | ঐ | ৮৫ |
| আনন্দচন্দ্ৰ বৰুৱা | অটাই পিতাই | ভিতৰ চ'ৰা | বকুল বনৰ কবিতা | ৪৮ |
| | অতুলন | শিপিনীলৈ | ঐ | ২১ |
| | অঙ্কলা | জীৱন ছনেট | ঐ | ৮২ |
| | অফলা ভগা | পেগোৱা | সেই নিমাতী পুৱাৰ পৰা | ৩৭ |
| | অভগন | ডিহাৰ স্বপ্ন | বকুল বনৰ কবিতা | ১১ |
| | আউটি | ভিতৰ চ'ৰা | ঐ | ৪৭ |
| | আপাহত | পুণ্য প্ৰভাত | ঐ | ১১০ |
| | উনুক | তনু আৰু অতনুৰ প্ৰেম | ঐ | ৭ |
| | এখেৰ | শোকছলীয়েৰৰ এজন | ঐ | ৪৫ |
| | এনাকাৰণ | বেদৰ উষা | সেই নিমাতী পুৱাৰ পৰা | ২ |
| | এৰেকৰি | বিৰহৰূপ | বকুল বনৰ কবিতা | ৭১ |
| | কাঠৰি মাক | পোনাইতৰ মাক | ঐ | ১১৮ |
| | কেও কিছু | কিয় | ঐ | ৩০ |
| | গৰিহা | সান্ত্বনা | ঐ | ২০৫ |
| | চ'তালি | বসন্ত বাহাৰ | ঐ | ১৯ |
| | চলাপাত | কালিন্দি তোমোৰা | সেই নিমাতী পুৱাৰ পৰা | ২৭ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| | চিঁচৈ চিঁকৈ | ভোগদৈ আৰু আমাৰ ছাৰ | বকুল বনৰ কবিতা | ১৭৭ |
| | ছয়া | বেদৰ উষা | সেই নিমাতী পুৰাৰ পৰা | ২ |
| | টুপলি | সৰ্বমঙ্গলা | বকুল বনৰ কবিতা | ১১৭ |
| | ঠানুৱা | এয়াই আমাৰ ভাৰতবৰ্ষ | ঐ | ১৬৯ |
| | তৰপৰা | পেগোৰা | সেই নিমাতী পুৰাৰ পৰা | ৩৯ |
| | তয়াময়া | জীৱন সমস্যা | বকুল বনৰ কবিতা | ৫৮ |
| | তাভেচোঁ | বালিকা বিধবাৰ উক্তি | ঐ | ৬৩ |
| | পৰাণ | মনৰ হেঁপাহ | ঐ | ৩৮ |
| | পৰালি | অনন্ত প্ৰয়াস | ঐ | ৬৮ |
| | পানচৈ | ৰূপহী তাই | ঐ | ২০ |
| | পুতাই | শিলঙৰ স্মৃতি | ঐ | ১০৭ |
| আনন্দচন্দ্ৰ বৰুৱা | পেম ধৰি | লাই হালে জ্বালে | ঐ | ১৯৫ |
| | বিৰিথ | জীৱন সমস্যা | ঐ | ৫৯ |
| | বিয়াধ | কালিন্দি ভোমোৰা | সেই নিমাতী পুৰাৰ পৰা | ২৬ |
| | বেহানি | মনোৰমা | বকুল বনৰ কবিতা | ৮৬ |
| | ভুমুক | তনু আৰু অতনুৰ প্ৰেম | ঐ | ৭ |
| | ৰণনি | কাতি বিহুৰ দিনা | ঐ | ১৫ |
| | শাঁত | জীৱন ছনেট | ঐ | ৮২ |
| | সচিত | পৃথিৱীৰ প্ৰেমে মোক দেউলীয়া কৰিলে | ঐ | ১১ |
| | সাৰোগাত | কিয় | ঐ | ৩০ |
| | সাহোন | পুণ্য প্ৰভাত | ঐ | ১১২ |
| | সেলেঙি সেলোনি | প্ৰাণী মহামণ্ডল | সেই নিমাতী পুৰাৰ পৰা | ৪৩ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| আনন্দচন্দ্র বৰুৱা | হেৰেই | বালিকা বিধৱাৰ উক্তি | বকুল বনৰ কবিতা | ৬৩ |
| | খেণ | স্বপ্নযাত্রী | ঐ | ৩৯ |
| জ্যোতিপ্রসাদ আগৰৱালা | অময়া | গীত নং-২৪ | জ্যোতিপ্রসাদ ৰচনাৱলী | ৫৩৩ |
| | অসহনি | ফুলিবলৈ পোৱা হ'লে | ঐ | ৬৬০ |
| | আকুলি বিকুলি | গীত-১৮৬ | ঐ | ৫৮৮ |
| | আভুৱা | ক'মোৰ ধুনীয়া গাঁও | ঐ | ৬৫৪ |
| | উগুল থুগুল | গীত ৮৯ | ঐ | ৫৫৫ |
| | উছাটি-বিছাটি | ঐ | ঐ | ৫৫৫ |
| | এনুৱা | গীত-৭ | ঐ | ৫২৭ |
| | চিংভলঙা | অকণমানি ল'ৰা | ঐ | ৬৯১ |
| | ছয়া ময়া | কাঞ্চনজংঘাৰ বুৰঞ্জী | ঐ | ৬৩৫ |
| | তালিভুলি | ভগ্নপিয়াৰৰ দুখ | ঐ | ৬৬৭ |
| | থানিকা | গীত-২৩৮ | ঐ | ৬০৩ |
| | থুপুক থাপাক | অকণমানি ল'ৰা | ঐ | ৭০৯ |
| | নহ'বৰ হ'ল | ভগ্নপিয়াৰৰ দুখ | ঐ | ৬৬৭ |
| | নিচলাৰ বিত | গীত-২ | ঐ | ৫২৫ |
| | নিজাপী | গীত-২৫৩ | ঐ | ৬০৯ |
| | বৰাই | গীত-২৩৮ | ঐ | ৬০৫ |
| | বেমেলি | সুন্দৰৰ জয়যাত্রা | ঐ | ৬১৯ |
| | ময়াপী | গীত-৮ | ঐ | ৫২৭ |
| | মানপী | কাঞ্চনজংঘাৰ বুৰঞ্জী | ঐ | ৬৩৬ |
| | হিয়লি জিয়লি | কুমাৰ মোহন বিয়াকুল | ঐ | ৬৩৯ |
| বিনন্দচন্দ্র বৰুৱা | অথিৰ-অৰ্থিৰ | বভামুৰা বাঁহ | প্রতিধ্বনি | ৪৭ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| বিনন্দচন্দ্ৰ বৰুৱা | আটোপেৰে | ব্ৰহ্মপুত্ৰ | প্ৰতিধ্বনি | ২৫ |
| | আলৈ-আথানি | নজনা বীৰৰ মূৰ | ঐ | ৫৮ |
| | খিয়াতি | ৰঙামুৰা বীৰ | ঐ | ৪৭ |
| | টালিভুলি | ভৰতবৰ্ষ | ঐ | ১০২ |
| | থিতি | ঐ | ঐ | ১০২ |
| | থানিকা | আগিয়াঠুঁটীৰ বীৰ | ঐ | ৫৩ |
| | থৌকি বাথৌ | ভাৰতবৰ্ষ | ঐ | ৪৪ |
| | পুনু | কিয়নো নাহিব দিন | শঙ্খধ্বনি | ২৯ |
| | ভোলোঙা | শ্মশান | ঐ | ২৯ |
| | মনিচ | ব'ৰাগীৰ গীত | প্ৰতিধ্বনি | ৯১ |
| | শইচ | ঐ | ঐ | ৯১ |

আমি আলোচনাৰ বাবে বাছি লোৱা এই দহজন কবিৰ উপৰিও অন্যান্য ৰোমাণ্টিক কবিৰ কবিতাতো শব্দচয়নৰ সহজ-সৰল ভঙ্গী প্ৰত্যক্ষ কৰিব পাৰি। এনে কবিসকলৰ দুজনমানৰ শব্দচয়নৰ উদাহৰণ তলত আলোচনা কৰা হ'ল—

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| হেমচন্দ্ৰ গোস্বামী | অলপ ধতুৰা | ধনঞ্জয় ঢোল | হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী | ৮৫ |
| | আথন | মুক্তামালা | ঐ | ৮২ |
| | আয়েমেৰে | দীপাৱলী | ঐ | ৫২ |
| | উধনীয়া | ধনঞ্জয় ঢোল | ঐ | ৮৬ |
| | কটাহি | জাহাজ | ঐ | ১৩ |
| | কুটনি নাটনি | মেঘদূত | ঐ | ৪৭ |
| | গৰহি | জাহাজ | ঐ | ১ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| হেমচন্দ্ৰ গোস্বামী | ঘৰামুটি | কাকো আৰু হিয়া নিবিলাও | হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী | ৪৮ |
| | দহোৰ্কুৰি | বৰকানীয়া | ঐ | ৮০ |
| | ধুমখুলি | ধনঞ্জয় ঢোল | ঐ | ৮৬ |
| | ভেবুৰা | জাতীয় সঙ্গীত | ঐ | ৬৫ |
| পদ্মনাথ গোহাঁঞিবৰুৱা | অগুণকাৰী | গুণাভিৰাম | গোহাঁঞিবৰুৱা ৰচনাৱলী | ৩৪৫ |
| | আখইফুটীয়া | গীত | ঐ | ৩৪২ |
| | ঘকুচা খোৰা | লীলা কাব্য | ঐ | ৩৯৮ |
| | চেঁচৰনি | আদহীয়া | ঐ | ৩৪৩ |
| | দকমক | 'আদিঅন্ত | ঐ | ৩৪৩ |
| | দোবা ভজা | পালো: | ঐ | ৩৪৫ |
| | নলমৰি গভালি | প্ৰাকৃতিক সংসাৰ | ঐ | ৩৬২ |
| | নাথনি জোঁটা | লীলা কাব্য | ঐ | ৪০৪ |
| | নাভাৰিবা | জীৱন সন্ধিয়া | ঐ | ৩৪ |
| | পানীৰ লাৰু | পৰিতাপ | ঐ | ৩৬৯ |
| | ময়ূপী | কাল | ঐ | ৩৪৩ |
| চন্দ্ৰধৰ বৰুৱা | আচলে পিচলে | স্মৃতি | চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী | ২৮ |
| | আলহ-দুলহ | ঐ | ঐ | ৩০ |
| | কানি-কুনা | ধীৰ পদ্মী ধীৱেন | ঐ | ৩০ |
| | টিমক | স্মৃতি | ঐ | ২৭ |
| | পম ধৰি | তাণ্ডৱ হোৱাটো ভুল | ঐ | ৬ |
| | মুখৰ মালিহা | স্মৃতি | ঐ | ১৫ |
| | লাহৰ | বাঁহী | ঐ | ১১ |
| | লাজী লগা | স্মৃতি | ঐ | ৩০ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| চন্দ্ৰধৰ বৰুৱা | লেহেৰা | ডাঙৰ হোৱাটো ভুল | চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী | ৬ |
| যতীন্দ্ৰনাথ দুৱৰা | অময়া | পাহৰা সুৰ | আপোনসুৰ | ১৩ |
| | আশাৰ ছলনা | তেন্তে | ঐ | ১৪ |
| | উখৰা বাট | অতীত ভবিষ্যত | বনফুল | ১৯ |
| | কাতি হওঁ য'তে ৰাতি হয় | নাৱৰীয়া 'ক' | আপোন সুৰ | ১৯ |
| | ছয়াময়া | পাহৰা সুৰ | ঐ | ১৩ |
| | জোলোঙা | মৰম ভিক্ষাৰীলৈ | ঐ | ২৯ |
| | তেতিক্ষণ | নাৱৰীয়া 'ক' | ঐ | ২১ |
| | বালিৰ ঘৰ | নাৱৰীয়া 'খ' | ঐ | ২২ |
| | বেহানি | মৰম ভিক্ষাৰীলৈ | ঐ | ২৮ |
| অম্বিকাগিৰী ৰায়চৌধুৰী | আৰকালে | নৱ বৰষৰ দিনা | অনুভূতি | ১৫ |
| | আলিমুলি | পোৱাৰ পথ | ঐ | ৯ |
| | এনুৰা | তুমি | তুমি | ৪৭ |
| | গেড়ি | মই বিপ্লৱী মই তাণ্ডৱী | অনুভূতি | ৯৩ |
| | চিৰতি কাল | মই আছোঁ | ঐ | ৮২ |
| | ধিয়ান | তুমি | তুমি | ৩৯ |
| | নিঢাল | তন্দ্ৰাভঙ্গ | অনুভূতি | ২৪ |
| | পুনু | মই বিপ্লৱী মই তাণ্ডৱী | ঐ | ৯২ |
| | ভৰমি | তুমি | তুমি | ৩২ |
| | মোল্লান | ঐ | ঐ | ৩ |
| | ৰ ৰহীয়া | বিশ্বদোলন | অনুভূতি | ২৫ |
| | লাহ লোটন | অভিসাৰ আপোন | ঐ | ২১ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| অম্বিকাগিৰী | হালুক | অভিসাৰ আপোন | তুমি | ৪০ |
| ৰায়চৌধুৰী | হেমেজু | ঐ | ঐ | ৭ |
| | আণ্ডৰি-পিণ্ডৰি | প্ৰশ্ন | শেৱালি | ১৬ |
| | কণাৰ্কাড | কবিৰ স্থান | ঐ | ৫৬ |
| | গুণি গাঁথি | চকুলো | ঐ | ৫ |
| ৰত্নকান্ত বৰকাকতি | ছলাকলা | ধৰা পৰা | ঐ | ৭২ |
| | ছয়াময়া | ভেতিয়া | ঐ | ২০ |
| | ভূপিতি | ভেওঁ | ঐ | ১৩ |
| | শিহা | মোৰ পূজা | ঐ | ৩০ |
| | অফুৰণ | বীণ | সন্ধিয়াৰ সুৰ | ৬ |
| | অসহনি | ভাগ্যৱৰা | ঐ | ৩৭ |
| | আজুৰি-পিজুৰি | ঐ | ঐ | ৩৮ |
| | খেল | সুৰৰ পৰশ | সপোনৰ সুৰ | ১৮ |
| | ভূপিতি | ভিকাৰী | ঐ | ৩০ |
| | দৰশ | অনাহুত | সন্ধিয়াৰ সুৰ | ৩ |
| নলিনীবালা দেৱী | ধিয়ান | অসীম জীৱন | সপোনৰ সুৰ | ১৪ |
| | নিস্তাপী | ঐ | ঐ | ১১ |
| | বেথা | সুৰৰ পৰশ | ঐ | ১৮ |
| | ময়াপী | অসীম জীৱন | ঐ | ১১ |
| | মুগুধ | ঐ | ঐ | ১৪ |
| | শোকপাল | অনাহুত | সন্ধিয়াৰ সুৰ | ৪ |
| | সপোন-সঁচিত | হুঁ | ঐ | ৭৭ |
| | সোণালী | ধৰাৰ পাৰিজাত | পৰশমণি | ৬০ |

| কবিৰ নাম | শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| দেৱকান্ত বৰুৱা | অগনি | প্ৰগতি | সাগৰ দেখিছা | ৫৮ |
| | উছৱ | পূজাৰ ফুল | ঐ | ১ |
| | নিঠুৰ | নিশাৰ পূৰবী | ঐ | ৪৩ |
| | বাৰতা | ৰামী | ঐ | ৩৯ |
| | বিয়াকুল | পূজাৰ ফুল | ঐ | ২৫ |
| | ময়াপী | দেৱদাসী | ঐ | ৪৬ |
| | হৰষ | শকুন্তলা | ঐ | ৩৮ |

উল্লিখিত শব্দৰ তালিকাখনিয়েই অসমৰ লোকজীৱনত ব্যৱহৃত শব্দ ৰাজিয়ে অসমীয়া ৰোমাণ্টিক কবিতাতো যে ঠাই উলিয়াই লৈছিল তাৰ নিদৰ্শন দাঙি ধৰিছে।

লোকজীৱনৰ ভাষাৰ ক্ষেত্ৰত এক লক্ষণীয় বিশেষত্ব হ'ল স্বৰভক্তি বা বিপ্ৰকৰ্ষৰ ব্যৱহাৰৰ দ্বাৰা যুক্ত ব্যঞ্জনৰ উচ্চাৰণ সহজ আৰু কোমল কৰা। আমাৰ মৌখিক গীত-পদ-মাতত পৰিদৃষ্ট এই বৈশিষ্ট্য আধুনিক অসমীয়া কবিতাতো লক্ষ্য কৰা যায়। সাধাৰণতে অ, ই, উ, এ আৰু ও স্বৰধ্বনি যুগ্ম ব্যঞ্জনৰ মাজত সুমুৱাই এনে সৰলীকৰণ কৰা হয়। আধুনিক অসমীয়া কবিতাত এনে স্বৰভক্তি ব্যৱহাৰৰ দুটিমান উদাহৰণ, যেনে- অগনি (অগ্নি), অমিৰিত (অমৃত), অভংগন (অভগ্ন), উৰমি (উৰ্মি), কৰম (কৰ্ম), খিয়াতি (খ্যাতি), খেণ (ক্ষণ), গৰব (গৰ্ব), গিয়ানী (জ্ঞানী), চিন্তনি (চিন্তা), ছান (স্নান), তিয়াগ (ত্যাগ), তিৰিপিতি, তৃপিতি (তৃপ্তি), দীখা, (দীক্ষা), দীপিতি (দীপ্তি), ধৰম (ধৰ্ম), ধিয়ান (ধ্যান), ধুৰুপ (ধ্ৰুৱ), নিৰদয় (নিৰ্দয়), নিৰমল (নিৰ্মল), পতিমা (প্ৰতিমা), পৰকাশ (প্ৰকাশ), পৰাণ (প্ৰাণ), পৰাণী (প্ৰাণী), পৰভাত (প্ৰভাত), পৰমান (প্ৰমাণ), পিথৱী (পৃথিৱী), পুইন (পুণ্য), বাৰতা (বাৰ্তা), বিৰিখ (বৃক্ষ), বিয়াকুল (ব্যাকুল), বিয়াধ (ব্যাধ), বিশুধ (বিশুদ্ধ), ভগন (ভগ্ন), ভৰুকুটি (ভ্ৰূকুটি), ভৰমি (ভ্ৰমি), মগন (মগ্ন), মনিচ (মনুষ্য), মুগধ (মুগ্ধ), মুৰুখ (মূৰ্খ), মুৰুচি (মূৰ্চা), মুৰুতি (মূৰ্তি), মোলান (ম্লান), ৰতন (ৰত্ন), ৰাইকহ (ৰাক্ষস), ৰাইখ (ৰক্ষা), লগন (লগ্ন), শকতি (শক্তি), শবদ (শব্দ), স্মিৰিতি (স্মৃতি), হৰষ (হৰ্ষ) ইত্যাদি।

লোকজীৱনৰ কিছুমান নিৰ্দিষ্ট সম্বোধনাত্মক শব্দ আছে। গাঁৱৰ জনসাধাৰণে তেনে শব্দবোৰ বৰ্তমান কালতো ব্যৱহাৰ কৰে। অসমীয়া ৰোমাণ্টিক কবিতাতো আমি তেনে কিছুমান শব্দৰ ব্যৱহাৰ লক্ষ্য কৰোঁ। লোকজীৱনৰ পৰা গৃহীত বিষয়বস্তুক ৰচনা কৰা কবিতাত এনে শব্দৰ প্ৰয়োগ সাধাৰণতে লক্ষ্য কৰা যায়। এই সন্দৰ্ভত তেনে শব্দবোৰ প্ৰণিধানযোগ্যঃ আই, আইচু, আইটি, আইতা, দেহলাও, পিতাই, পুতাই, বাছৈ, বুঢ়ীআই, বেটী, বৌ, বৌতি,

মইনা, সখি, সখী, সোণ সোণটো সোণাই, হয়েৰা, হেৰৈই ইত্যাদি।

কেতিয়াবা আকৌ অসমৰ গ্ৰাম্যজীৱনৰ মাত-কথাৰ প্ৰতিধ্বনিও আমাৰ ৰোমাণ্টিক কবিতাত শুনা যায়। গ্ৰাম্যজীৱনৰ প্ৰতিনিধিত্বমূলক তেনে কিছুমান শব্দৰ উদাহৰণ, যেনে- অময়া, আছোঁতে, আমঠু, আয়েমেৰে, এখেৰ পৰা, এনুৱা, কেনুৱা, খেপ, গৰিহা, ছঁয়া, জেউৰ পতা, তৰপৰা, তাতেছেঁ, দহোকুৰি, ধুৰুপ, নহ'বৰ হ'ল, নাভাৰিবা, নিজাপী, নেওচাখোৱা, পুনু, বিলগে, বেহানি, মনিচ, ময়াপী, মানপী, যাওঁদেওঁ, সাম্ফল, সাম্ফালি, সাহোন, ছনু ইত্যাদি।

লোকজীৱনৰ সঙ্গীত আৰু সুৰ প্ৰীতিৰ পৰাই ধ্বন্যাত্মক আৰু যুৰীয়া শব্দবোৰৰ জন্ম হৈছে। লোকসমাজত সচৰাচৰ ব্যৱহৃত এই শব্দবোৰ অসমীয়া ৰোমাণ্টিক কবিতাতো দেখিবলৈ পাওঁহক। তেনে কিছুমান নিৰ্বাচিত ধ্বন্যাত্মক আৰু যুৰীয়া শব্দৰ উদাহৰণ তলৰ তালিকাত দিয়া হৈছে।

| কবি | ধ্বন্যাত্মক-যুৰীয়া শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| চন্দ্ৰকুমাৰ আগৰৱালা | আলেখ-লেখ | বীণ ব'ৰাগী | চন্দ্ৰামৃত | ৭৬ |
| | ছয়া-ময়া | কিশোৰী | ঐ | ৩০ |
| | টলমল | মৌনী শিওপাল | ঐ | ১১৪ |
| | খোঁকি-বাখেঁ | লাটিঘাটি | ঐ | ১১৫ |
| | মুৰা-মূৰা | মৌনী শিওপাল | ঐ | ১১৪ |
| লক্ষ্মীনাথ বেজবৰুৱা | আসৈ-আধানি | বাৰেক উৰা ভনীয়েক প্ৰতিমা | বেজবৰুৱা গ্ৰন্থাৱলী | ১৫৬ |
| | ছয়া-ময়া | কবিতা | ঐ | ১৬৪ |
| | ভূৰি-মুৰি | মহাপ্ৰয়াণৰ যাত্ৰী | ঐ | ১৮৩ |
| আনন্দচন্দ্ৰ আগৰৱালা | আলৌ-লৌৰা | শোক সঙ্গীত | আগৰৱালা গ্ৰন্থাৱলী | ৫ |
| | খলা-বমা | যোগী | ঐ | ২৬ |
| | ছিকা-চন্দিয়া | ফুলকোঁৱৰ | ঐ | ৪২ |
| | মিহিং-মিলাও | ঐ | ঐ | ৩৯ |
| মফিজুদ্দিন আহমদ হাজৰিকা | আনে-বানে | আহ্বান | মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী | ৫৪ |
| | আজোৰে-পিজোৰ | মফিজালিখনি | ঐ | ২২ |

| কবি | ধ্বন্যাত্মক-যুৰীয়া শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| মফিজুদ্দিন আহমদ হাজৰিকা | আবৰি-বিবৰি | মইমতালি ভাবৰ ভেটি উছন | মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী | ৪০ |
| | আলৌ-লৌৱা | বাটৰুৱা | ঐ | ৮৩ |
| | উম-ঘাম | মৰিশালিখনি | ঐ | ১৫ |
| | এমা-ডিমা | বাজীকৰ | ঐ | ৮ |
| | কাবউ-কোকালি | মৰিশালিখনি | ঐ | ৩৬ |
| | কেতেৰা-জেঙেৰা | ঐ | ঐ | ৩৪ |
| | জ্বলা-কলা | ঐ | ঐ | ৩০ |
| | টালি-ভুলি | ঐ | ঐ | ২৬ |
| | টালুকি-ভালুকি | মইমতালি.. উছন | ঐ | ৪০ |
| | টাং-বাং | মৰিশালিখনি | ঐ | ১৪ |
| | ঠোঁটা-মোজা | ঐ | ঐ | ৩৪ |
| | দবৰা-দবৰি | মইমতালি .. উছন | ঐ | ৪৫ |
| | ধুম-ধুপালি | মৰিশালিখনি | ঐ | ২৭ |
| | লেল-পেল | বাজীকৰ | ঐ | ৪ |
| | হুৰা-মুৰা | মৰিশালিখনি | ঐ | ১৪ |
| ৰঘুনাথ চৌধাৰী | আটোম-টোকাৰি | এটি মনৰ ভাব | ৰঘুনাথ চৌধাৰী ৰচনাৱলী | ৮৩ |
| | আবৰি-বিবৰি | সখীলে | ঐ | ৪৪ |
| | আলাই-বিলাই | জোনাকী পৰুৱা | ঐ | ৩১ |
| | আলাই-আথানি | বণিজৰ কথা | ঐ | ৭৩ |
| | কথা-মুনা | প্রতিধ্বনি | ঐ | ২৯৫ |
| | কেটেৰা-জেঙেৰা | বণিজৰ কথা | ঐ | ৭৩ |
| | চেপা-খুন্দা | বিৰহীৰ উক্তি | ঐ | ৭৫ |

| কবি | ধ্বন্যাত্মক-যুৰীয়া শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| ৰঘুনাথ চৌধাৰী | দোকোলটকা | বণিজৰ কথা | চৌধাৰী ৰচনাৱলী | ৭০ |
| | নগুৰ-নাগতি | ঐ | ঐ | ৭০ |
| | নদন-বদন | জোনলৈ | ঐ | ২৭৪ |
| পাৰ্বতিপ্ৰসাদ বৰুৱা | অনাই-বনাই | ন পুৰণি | পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী | ৪১ |
| | উমলি-জামলি | মাধুৰী | ঐ | ৮ |
| | এখানি-এবানি | লুইতী | ঐ | ১৩৪ |
| | কাচি-পাৰি | আত্মাৰ আৱাৰ | ঐ | ৬৯ |
| | চকা-মকা | ৰূপজেউতি | ঐ | ১৫ |
| | চৌ চৌৰাই | গীত | ঐ | ১৪৮ |
| | ছয়া-মযা | ঐ | ঐ | ১৫ |
| | জহন-তহন | আত্মাৰ আৱাৰ | ঐ | ৬৯ |
| | জ্বলা-কলা | গুণগুণনি | ঐ | ৯৭ |
| | জ্বলক-তবক | ঐ | ঐ | ৯৭ |
| | জোলোকা জোলোকে | ইমান ওপজা পানীত তল নোযোৱা | ঐ | ৮২ |
| | টুলুং-ভুটুং | মাধুৰী | ঐ | ৭ |
| | ঠাৰে-চিএজৰে | গীত | ঐ | ১০১ |
| | ভুল-বুজ | লুইতী | ঐ | ১৩৮ |
| | থবক-বৰক | গুণগুণনি | ঐ | ৯৭ |
| | খোকি-বাখো | কণ্ঠহীন উদং পিয়লা | ঐ | ৪৬ |
| | দুকোলা-ডকা | গীত | ঐ | ১০৬ |
| | দোযোৰ-মোৰ | মাধুৰী | ঐ | ১০ |
| | ভাগৰি ভিগৰি | ইমান .. নোযোৱা | ঐ | ৮২ |

| কবি | ধ্বন্যাত্মক-যুৰীয়া শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| পাবর্তিপ্ৰসাদ বৰুৱা | লোহোৰা-লুথৰি | মৌ টোকাৰী | ৰচনাৱলী | ২১২ |
| | সাতুৰি-নাদুৰি | ইমান...নোযোৱা | ঐ | ৮২ |
| | হালিব-জালিব | লুইতী | ঐ | ১৩৮ |
| ডিম্বেশ্বৰ নেওগ | অনাই বনাই | সৰিয়হ ডৰা | নেওগ কাব্যমালা | ৬২ |
| | আউলু আপচু | ঠেং তোলা বৰা | বিচিত্ৰা | ৬ |
| | আতোল তোল | দেৱী প্ৰতিমা | নেওগ কাব্যমালা | ১০৫ |
| | আমন জিমন | বিহুৱতী | ঐ | ৯৫ |
| | ইবোৰ সিবোৰ | ঠেং তোলা বৰা | বিচিত্ৰা | ১০ |
| | উগুল থুগুল | সঁফুৰা | নেওগ কাব্যমালা | ৩০ |
| | উদুলি মুদুলি | উথলনি | ঐ | ৪৯ |
| | উমলি জামলি | তাহানিখনৰ কথা | ঐ | ৮৪ |
| | উলহ মালহ | বকুলী | ঐ | ৭৮ |
| | ছয়া ময়া | সঁফুৰা | ঐ | ২২ |
| | থুনুক থানাক | মাতৃভাষা | ঐ | ৫৫ |
| | থৌকি বাথৌ | উথলনি | ঐ | ৪৯ |
| | দিহিঙে দিপাঙে | বিহুৱতী | ঐ | ৯২ |
| | ধুম ধুপালি | বিৰহ মাধুৰী | বিচিত্ৰা | ৮৭ |
| | নিমাও মাও | বিহুৱতী | নেওগ কাব্যমালা | ৯০ |
| | মৰি মুজি | যাত্ৰী | ঐ | ১৬৯ |
| | লৰি ঢাপৰি | তাহানিখনৰ কথা | ঐ | ৮৪ |
| | লাজনি পাচনি | আইতা | ঐ | ৫৮ |
| জ্যোতিপ্ৰসাদ আগৰৱালা | অলিয়া-বলিয়া | সুন্দৰৰ জয়যাত্ৰা | ৰচনাৱলী | ৬১৯ |
| | আকুলি বিকুলি | ফুলিবলৈ পোৱা হ'লে | ঐ | ৬৬০ |

| কবি | ধ্বন্যাত্মক-যুৰীয়া শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| | আমন জিমন | ফুলিবলে পোৱা হ'লে | ৰচনাৱলী | ৬৬০ |
| | আলাই আথানি | গীত-২৫১ | ঐ | ৬০৮ |
| | উখল মাখল | অসমীয়া ছোৱালীৰ উক্তি | ঐ | ৬৮৪ |
| | উগুল থুগুল | গীত-৮৯ | ঐ | ৫৫৫ |
| | উৰ্চপিচ | জ্যোতি ৰামায়ণ | ঐ | ৭৫৫ |
| | উছাটি বিছাটি | গীত-৮৯ | ঐ | ৫৫৫ |
| | উদুলি মুদুলি | জ্যোতি ৰামায়ণ | ঐ | ৭৫৫ |
| | এংকোৰ বেংকোৰ | ভূত পোৱালি | ঐ | ৭০৯ |
| | গুৰুলা গুৰুল | ভলণ্টিয়াৰৰ দুখ | ঐ | ৬৬৮ |
| | ছয়াময়া | কাঞ্চনজংঘাৰ বুৰঞ্জী | ঐ | ৬৩৪ |
| জ্যোতিপ্ৰসাদ আগৰৱালা | জিলিক জালাক | কুমাৰ মোহন | ঐ | ৬৪০ |
| | জুকলি জুপৰি | চিত্ৰলেখা | ঐ | ৬৪১ |
| | ঠাৰে চিএগ্ৰৰে | গীত ৮২ | ঐ | ৫৫৩ |
| | তালি ভুলি | ভলণ্টিয়াৰৰ দুখ | ঐ | ৬৬৭ |
| | তুৰি মুৰি | অকণমানি ল'ৰা | ঐ | ৭১২ |
| | থউকি-বাথউ | গীত-৮২ | ঐ | ৫৫২ |
| | থুপুক থাপাক | অকণমানি ল'ৰা | ঐ | ৭০৯ |
| | দুকোল-দকাল | গীত-১১৭ | ঐ | ৫৬৫ |
| | নগুৰ নাগতি | অকণমানি ছোৱালী | ঐ | ৭১৮ |
| | নোৱাই ধুৱাই | নতুন অকণমানিৰ গান | ঐ | ৬৫২ |
| | বলিয়া বতিয়া | সুন্দৰৰ জয়যাত্ৰা | ঐ | ৬২০ |
| | লুকা ভাকু | ঐ | ঐ | ৬২১ |
| | হিয়ালি জিয়ালি | কুমাৰ মোহন বিয়াকুল | ঐ | ৬৩৯ |
| | ৰটা মুটা | কাঞ্চনজংঘাৰ বুৰঞ্জী | ঐ | ৬৩৮ |

| কবি | ধ্বন্যাত্মক-সুৰীয়া শব্দ | কবিতাৰ নাম | উৎস | পৃষ্ঠা |
|---|---|---|---|---|
| | আটাই পিটাই | ভিতৰ চ'ৰা | বকুল বনৰ কবিতা | ৪৮ |
| | কেহেলি কেন্দেলি | কাণ্ডাৰী | ঐ | ৭২ |
| | কাচি-পাৰি | বেদৰ উষা | সেই নিমাতী পুৱাৰ পৰা | ৬ |
| | চিঁচৈ-চিঁকৈ | ভোগদৈ আৰু আমাৰ ছাৰ | বকুল বনৰ কবিতা | ১১৭ |
| | জলমল | অহৈতুকী প্ৰেম | ঐ | ৬৪ |
| | টালি ভুলি | প্ৰেমৰ কাৰণে | ঐ | ৫৩ |
| | তয়া ময়া | পৃথিৱীৰ প্ৰেমে মোক দেউলীয়া কৰিলে | ঐ | ১ |
| | থৌকি বাথৌ | বেদৰ উষা | সেই নিমাতী পুৱাৰ পৰা | ৪ |
| অ[illegible]চন্দ্ৰ বৰুৱা | নিজম জমোৱা | কবিৰ সপোন | বকুল বনৰ কবিতা | ২৮ |
| | পিং পিঙাই | আমাৰ ভাতমুঠি | ঐ | ১৯২ |
| | বণিজ বেহানি | তৃপ্তি | ঐ | ২১৩ |
| | মৰি মুজি | বেদৰ উষা | সেই নিমাতী পুৱাৰ পৰা | ৬ |
| | সেলেপি সেলেপি | প্ৰাণী মহামণ্ডল | ঐ | ৪৩ |
| | অথিৰ অবিৰ | ৰঙামুৱা বীৰ | প্ৰতিধ্বনি | ৪৭ |
| | আকুলি বিকুলি | তুমি আছা | ঐ | ৫ |
| | আলৈ আথানি | নজনা বীৰৰ মৃৰ | ঐ | ৫৮ |
| | তালি ভুলি | ৰঙামুৱা বীৰ | ঐ | ৪৩ |
| | থৌকি বাথৌ | ঐ | ঐ | ৪৪ |
| | ৰজনজনা | প্ৰতিধ্বনি | ঐ | ১ |

অসমীয়া ৰোমাণ্টিক কবিতাত এনে কিছুমান শব্দৰ প্ৰয়োগ আছে যিবোৰ বৰ্তমানে প্ৰায় অপ্ৰচলিত। তেনে শব্দবোৰৰ প্ৰয়োগ কিন্তু আমাৰ লোকসাহিত্যত লক্ষ্য কৰা যায়। এনে ধৰণৰ কিছুমান শব্দৰ উদাহৰণ, যেনে – অকলন, আটপ, আটকাল, আবকাল, উনুক, এনাকাৰণ, ওগাইৰহ, ওবাইডাং, কাঠৰী মাক, কেনেৰীয়া, খেনিকৰি, খেৰসনি, গৰহি, গেড়ি,

গেৰুকা, ঘৰামুটি, ঘুকুচা, চুলফাই, চেঁচনি, জিগিনি, টাটৰি, টুমনি, ফিনতীয়া, ধুমখুলি, পেমধৰি, ফলঙি চকু, বিশাঁত, বেমেলি, ভৰক, ভুৰ্ভং, ভুকাঁও, ভেবুৰা, কানি, বাংচি, লবিয়লি, হালুক, হেঙাল ইত্যাদি।

শাও-শপনি, গালি-অভিশাপ আদি লোকজীৱনৰ এক এৰাব নোৱৰা বিষয়। দৈনন্দিন জীৱনৰ বিভিন্ন ক্ষেত্ৰত পৰিয়ালৰ ভিতৰতে বা ওচৰ-চুবুৰীয়াৰ সৈতে পুৰুষ-মহিলা নিৰ্বিশেষে ঢোটা-মোক্তা লাগে। তেনে ক্ষেত্ৰত গালি-শপনি-অভিশাপ আদিয়ে প্ৰকাশ লাভ কৰে। উল্লেখযোগ্য যে জতুৱা ঠাচসমূহৰ দৰে গালি-শপনি-অভিশাপবোৰো প্ৰাচীন কালৰে পৰা বৰ্তমানলৈকে প্ৰায় অপৰিৱৰ্তিত হৈ আমাৰ সমাজত প্ৰচলিত হৈ আছে।

অসমীয়া ৰোমাণ্টিক কবিতাতো বিভিন্ন প্ৰসঙ্গত এনে গালি-শপনি-অভিশাপ আদিয়ে প্ৰকাশ লাভ কৰিছে। আমি বিচাৰি পোৱা তেনে কিছুমান গালি-শপনি-অভিশাপৰ উদাহৰণ, যেনে — অগুণকাৰী, উৰুলিপুঙা, কুটেশাল, কেলেহুৱা, গৰিহা, গৰিহণাখোৱা, ঘুকুচাখোৱা, চেলেপু, জহন্নামে যোৱা, নৰকী, নেওচা খোৱা, নেওচনি খোৱা, পাতকী, পিশাচ, পিশাচিনী, মূৰখাতী, মূৰখোৱা যখিনী, ৰসাতললৈ যোৱা, শাখিনী ইত্যাদি।

উল্লিখিত নিদৰ্শনবোৰৰ দ্বাৰা প্ৰতীয়মান হয় যে অসমীয়া ৰোমাণ্টিক কবিতাৰ শব্দচয়নৰ ক্ষেত্ৰত লোকজীৱনৰ প্ৰভাব যথেষ্ট ব্যাপক। অধিকাংশ কবিয়েই লোকজীৱনত ব্যৱহৃত শব্দ-বাক্য-জতুৱা ঠাচ আদি প্ৰয়োগ কৰি বিষয়বস্তু ৰূপদান কৰাৰ লগে লগে প্ৰকাশভংগীৰো এক বিশেষ শক্তি আৰু সৌন্দৰ্য প্ৰদান কৰিছে।

## প্ৰসংগ-নিৰ্দেশ

১ নৱকান্ত বৰুৱা, 'প্ৰস্তাৱনা', *অসমীয়া ছন্দশিল্পৰ ভূমিকা*, পৃষ্ঠা-৩

২. বীৰেন্দ্ৰনাথ দত্ত, 'অসমীয়া কাব্য ছন্দত প্ৰাচীন ঐতিহ্য', *সংজ্ঞা*, ১ম বছৰ, ১ম সংখ্যা, পৃষ্ঠা-২৩

৩. মহেন্দ্ৰ বৰা, *অসমীয়া ছন্দৰ শিল্পতত্ত্ব*, পৃষ্ঠা-২১৪

৪. মহেন্দ্ৰ বৰা, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-২১৪

৫. নৱকান্ত বৰুৱা, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৩৫

৬. নৱকান্ত বৰুৱা, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-৩৫

৭. হেমচন্দ্ৰ বৰুৱা, *হেমকোষ*, পৃষ্ঠা-৬০৭

৮. 'A form of Folk Literature, or its later imitation expessing in the form of a simple, homely sentences, a pungent criticism of life.'

– *Encyclopaedia Britanica*, Vol. 18. P-688.

৯. আশুতোষ ভট্টাচাৰ্য, *বাংলাৰ লোকসংস্কৃতি*, পৃষ্ঠা-১০২

১০. মহেশ্বৰ নেওগ, 'ভূমিকা', *অসমীয়া খণ্ডবাক্য কোষ*, পৃষ্ঠা-০.১৪

১১. 'পটন্তৰ, যোজনা আৰু ফকৰা মূলত একে বস্তু বুলিয়েই মনে ধৰে।'
— ডিম্বেশ্বৰ নেওগ, *বহবহী*, পৃষ্ঠা-১০

১২. মহেশ্বৰ নেওগ, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-০.১৩

১৩. উদাহৰণ, যেনে-

**মাধৱ কন্দলিৰ ৰচনাত –**

বোজাৰ উপৰে যেন শাক পটন্তৰ।। ২৩০২।। (ৰামায়ণ, অযোধ্যাকাণ্ড), তপত খোলাত মাছ কৰে যেনমত।। ২৩১৬।। (ঐ, ঐ), দশম এৰায়া একাদশত বৃহস্পতি।। ৩৪১৪ । (কিস্কিন্ধা কাণ্ড), কাংস পৰি জিম গৈলা সকল বানৰ।। ৫১৪৮।। (লংকাকাণ্ড), দান্তভাঙা সৰ্প যেন মিছাতে ফোফাহা।। ৫৪৭৮।। (ঐ) ইত্যাদি।

**হৰিবৰ বিপ্ৰৰ বচনাত –**

খণ্ড নাম চাণ্ডালক সহিতে নপাৰি।। ৪৪।। (বব্ৰুবাহনৰ যুদ্ধ), চোৰৰ হাতত চেঙ্গ সেন্দূৰ নেৰায়।। ৮৬।। (ঐ), হস্তীৰো পিছলে পাব সজ্জনৰো বুৰে নাও।। ২০৬।। (ঐ) ইত্যাদি।

**শংকৰদেৱৰ বচনাত –**

কাংস্য পৰি জিম গৈল অযোধ্যা নগৰী।। ৭২৭৮।। (উত্তৰাকাণ্ড, ৰামায়ণ), শুনি যেন জোকৰ মুখত দিলা চূণ।। ২৩৬।। (ৰুক্মিণীহৰণ কাব্য), কাচক চাহন্তে যেনো মাণিক হৰায়।। ৩০৫।। (ঐ), শিশুপাল ভৈলযেন লাঙুকাটা বাঘ।। ৩৭৯।। (ঐ), দুখ দেখি লুকায় পেটত হাত ভৰি।। ৩৪।। ইত্যাদি।

**ৰাম সৰস্বতীৰ বচনাত –**

আপদ কালত বুদ্ধি ভৈল হত।। ৫৭।। (জংঘাসুৰ বধ), হাত মেলি স্বৰ্গ যেন লভে পাঞ্চ ভাই।। ৮৪।। (ঐ), আপোনাৰ দোষ তই আপুনি মৰস।। ১১২।। (অশ্বকৰ্ণ বধ) ইত্যাদি।

১৪. সত্যেন্দ্ৰনাথ শৰ্মা, *অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত*, পৃষ্ঠা-২২

১৫. 'The wisdom of many an the wit of one'. -- Russel.
উদ্ধৃত ঃ ডিম্বেশ্বৰ নেওগ, *বহবহী*, পৃষ্ঠা-ণ

১৬. Vocabulary and Phrases in English and Assamese, --Mrs. H.B.L. Cutter, 1840, *Some Assamese Poverbs*, P.R.T., Gordon, 1877.

১৭. মহেশ্বৰ নেওগ (সম্পা.) ভূমিকা, *অৰুণোদয়*, পৃষ্ঠা-১১১

১৮. ডিম্বেশ্বৰ নেওগ, *নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী*, পৃষ্ঠা-৩২০

১৯ উদাহৰণ, যেনে–

অসাৰ সংসাৰ বিড়াল তপস্বী মুখে মধু থাকে তাৰ অন্তৰে গড়ল, যত্ন বিনা ৰত্ন লাভ নোহে কদাচিত, সাধনে হোৱয় সিদ্ধি যতনে ৰতন, হৰিণৰ অৰি হৰিণৰ মাংস যথা ইত্যাদি।

দ্ৰষ্টব সীতাহৰণ কাব্য, *ভোলানাথ দাস ৰচনাৱলী*, পৃষ্ঠা ২১৫ ৩৬৫

২০ যজ্ঞেশ্বৰ শৰ্মা, *লক্ষ্মীনাথ বেজবৰুৱা আৰু গাঁৱলীয়া জীৱন*, পৃষ্ঠা-২১

২১ বেজবৰুৱাৰ গদ্য ৰচনাত জতুৱা ঠাঁচ আৰু খণ্ডবাক্যৰ ব্যৱহাৰ কিমান ব্যাপক সেই কথা তেওঁৰ 'লিতিকাই' নামৰ সৰু প্ৰহসনখনিৰ পৰাই উদাহৰণ দিব পাৰি। প্ৰহসনখনিত ব্যৱহৃত খণ্ডবাক্য কিছুমানৰ উদাহৰণ, যেনে

অজীন পাতকী অথাই সাগৰ, আওকঠীয়াৰ সঁচ, আকাশী সৰগ ভাগি পৰা আপদ কালত বুদ্ধি হত হোৱা আলেকৰ পালেক, উনৈছত বা বগা, উপকাৰীক অজগৰে খোৱা, কচুগুটি খেলা কাউৰী কুকুৰে নোখোৱা, কাহি পাতে গা কটা, কেকোৰা খোজা, গাৰ নোমেই শত্ৰু, চকুৰ কুটা দাঁতৰ শাল, চকু থাকি খালত পৰা, চেচুকৰ ডেম ডৌকা, জ্বৰে এৰিলেও কপটিয়ে নেৰা, জোৰ পুৰি নৰসাৰ হাত পোৰা, দুখে কুলাই পাচিয়ে নধৰা, ধুম ধুপাল, নেওচা খোৱা, নেগুৰ কটা বাঘ, পদুলি গুচা, পৰিমৰা, পানী খোৱা পুখুৰীত 'বহ দিয়া পাৰত গজা, ফুটা কপাল, বুঢ়াৰ হাতত চেঙেলি, ভয়ত ভগৱন্ত পলোৱা, ভেটীত তিতালাও গজা, মৰে উৰ্কলি পুত্ৰা, মৰে পদুলি গুচা, মৰো জীওঁকে মাছে গৰকা পাৰ্ছলি খাবা, শাহুৰে গৰকা বোৱাৰী বাবা, মূৰে ভৰি কঢ়া ইত্যাদি। *বেজবৰুৱা গ্ৰন্থাৱলী*, ২য় খণ্ড, পৃষ্ঠা ১০১৩ ১০৩২

২২ W Wordsworth 'Poetry and Poetic Diction' in *Nineteenth Century English Literary Criticism*, 1965, Ed Edmund D Jones, P-10

২৩ T S Eliot, 'The Music of Poetry', *Selected Prose*, P-56

২৪ Leigh Hunt, 'what is Poetry'

উদ্ধৃত ঃ সুধীন্দ্ৰকুমাৰ দাসগুপ্ত, *কাব্যালোক*, পৃষ্ঠা ৫৪৫

২৫ তথাপি কবিতাৰ ভাষা সদায় উচ্চস্তৰলৈ উন্নীত ভাষা হ'বলৈ বাধ্য। কাৰণ কবিতাৰ শব্দৰ অভিধাই কবিতাক অৰ্থবহ নকৰে, কৰে শব্দৰ নিহিত ব্যঞ্জনাই। তদুপৰি শব্দ প্ৰয়োগৰ বেলিকা বিষয়বস্তুৰ লগত ইয়াৰ সম্পৰ্কৰ কথাও সযতনে বিবেচ্য অসমীয়া কবিসকলে গ্ৰহণ কৰা বিষয়বস্তুৰ লগত অসমৰ সমাজজীৱন আৰু নৈসৰ্গিক জীৱনৰ ঘনিষ্ঠ সম্পৰ্ক আছে, সেয়ে কবিতাত ব্যৱহৃত শব্দৰ মাজতো সমকালীন লোকজীৱনৰ আৰু প্ৰকৃতি জীৱনৰ ৰূপৰেখা ফুটি উঠিছে।

# ষষ্ঠ অধ্যায়

## ৬.০১ ৰোমাণ্টিক কবিতাত ব্যৱহৃত লোকজীৱনৰ পৰা গৃহীত অলংকাৰসমূহৰ পৰিচয়

প্ৰাচীন ভাৰতীয় আলংকাৰিকসকলৰ সকলোৱেই এই কথা মানি লৈছিল যে বাগাৰ্থ অৰ্থাৎ শব্দ আৰু অৰ্থ লৈয়েই কাব্যশৰীৰ গঠিত। এই বাগাৰ্থৰ বৈশিষ্ট্য বা বিশেষ ধৰ্মৰ সন্ধান কৰিবলৈ গৈ আলংকাৰিকসকলৰ প্ৰথম ভাগৰ দলটোৱে অলংকাৰ-তত্ত্বৰ প্ৰতিষ্ঠা কৰিছিল।[১] অলংকাৰ শব্দটোৰ ব্যুৎপত্তি এনে ধৰণৰ – অলং + কৃ + ঘঞ্। অলম্ শব্দটোৱে অলংকাৰৰ সৌন্দৰ্য-সম্পৃক্ততাৰ ইংগিত তাৰ প্ৰাচীন প্ৰাথমিক অৰ্থটোৱেই দিয়ে -- সেই প্ৰাথমিক অৰ্থটো হ'ল নিৰ্দিষ্ট কাৰ্য-সম্পাদনৰ শক্তি আৰু সামৰ্থ্য। যদি কাব্যৰ উদ্দেশ্য হয় ৰসসৃষ্টি বা সৌন্দৰ্য সৃষ্টি কৰা, তেনেহ'লে সেই মূল উদ্দেশ্যৰ পোষকতা কৰাৰ সামৰ্থ্যৰ ইংগিত অলম্ অব্যয়ৰ মাজতে আছে।[২] সেয়ে আলংকাৰিক বামনে কৈছে যে অলংকাৰৰ বাবেই কাব্য গ্ৰহণীয় হৈ উঠে।[৩]

আলংকাৰিকসকলৰ প্ৰাচীনতম আচাৰ্য ভৰত মুনিয়ে কেৱল চাৰিটা অলংকাৰৰ কথাহে কৈছিল[৪] আৰু সেই চাৰিটা হৈছে উপমা, ৰূপক, দীপক আৰু যমক। আনুমানিক খ্ৰীষ্টিয় প্ৰথম শতিকাৰ এই আলংকাৰিকজনৰ পাছত খ্ৰীষ্টিয় ষোড়শ শতিকাৰ অপ্পয় দীক্ষিতলৈকে অলংকাৰৰ প্ৰকাৰ আৰু সংখ্যা সম্পৰ্কত আলংকাৰিকসকলৰ মাজত যথেষ্ট মতপাৰ্থক্য আছে।[৫] আলংকাৰিক ৰুদ্ৰটে কৈয়েই দিলে, 'হৃদয়ত আহ্লাদ জন্মাব পৰা যিমানবোৰ অৰ্থ হ'ব পাৰে, অলংকাৰৰ সংখ্যাও সিমানেই।[৬]

সংস্কৃত অলংকাৰ শাস্ত্ৰত উল্লিখিত এই অলংকাৰসমূহে প্ৰাচীন কালৰে পৰাই অসমীয়া কাব্য সাহিত্যৰ বুকু শুৱাই আহিছে। অসমীয়া লিখিত সাহিত্যৰ প্ৰথম নিদৰ্শন চৰ্যাপদসমূহতে বিভিন্ন অলংকাৰৰ প্ৰয়োগ লক্ষ্য কৰিব পাৰি। চৰ্যাপদৰ পৰৱৰ্তী প্ৰাক্ শংকৰী কবিসকলৰ কাব্যতো প্ৰচুৰ পৰিমাণে অলংকাৰ ব্যৱহৃত হৈছে।[৭] বৈষ্ণৱ যুগত শ্ৰীমন্ত শংকৰদেৱে সুষম আৰু সীমিত অলংকাৰ প্ৰয়োগেৰে অসমীয়া কাব্য-সাহিত্যক মহত্ত্ব দান কৰি গৈছে। লিখিত সাহিত্যৰ উপৰিও লোককবিৰ দ্বাৰা ৰচিত গীত আৰু কবিতাসমূহতো অলংকাৰ প্ৰয়োগৰ প্ৰাচুৰ্য লক্ষ্য কৰিব পাৰি।

অলংকাৰ প্ৰয়োগৰ এনে ধাৰাবাহিকতা অসমীয়া ৰোমাণ্টিক কবিতালৈকো প্ৰবাহিত হৈছে। ৰোমাণ্টিক কবিতাৰ উন্মেষকালৰ পৰা অন্তৰ্বাগলৈকে অসমীয়া কবিসকলে তেওঁলোকৰ কবিতাসমূহ অলংকাৰ-শোভাৰে সুশোভিত কৰি তুলিবলৈ প্ৰয়াস কৰিছে। কবিসকলে তেওঁলোকৰ বক্তব্য আৰু বিষয় অধিক ৰমণীয় কৰিবৰ বাবে তেওঁলোকৰ কাব্য-সৃষ্টিত প্ৰচুৰ

অলংকাৰ ব্যৱহাৰ কৰিছে। ভাষাক ভাব প্ৰকাশৰ ক্ষমতা দিবলৈহে কাব্যত অলংকাৰৰ প্ৰয়োজন। এই দিশৰ পৰা বিচাৰ কৰি চালে দেখা যায় অসমীয়া ৰোমাণ্টিক কবিসকলে তেওঁলোকৰ ৰসানুভূতিজনিত ভাবাবেগক অলংকাৰ প্ৰয়োগেৰে সাৰ্থকভাৱেই প্ৰকাশ কৰিবলৈ সক্ষম হৈছে।

অসমীয়া ৰোমাণ্টিক কবিসকলে লোকজীৱনত কবিতাৰ বিষয়বস্তু সন্ধান কৰিবলৈ যাওঁতে লোকজীৱনৰ বিভিন্ন উপাদান অসমীয়া কবিতাত স্বাভাৱিকভাৱেই সোমাই পৰিছে। কবিতাৰ বিষয়বস্তু, ভাববস্তু, ভাবশক্তি আৰু ৰূপকল্প গঠনত অসমৰ লোকজীৱনে ৰোমাণ্টিক কবিসকলক কেনেদৰে প্ৰভাৱিত কৰিছে সেই কথা ইতিপূৰ্বে আলোচনা কৰি অহা হৈছে। ৰোমাণ্টিক কবিসকলে তেওঁলোকৰ কবিতাৰ বিষয়বস্তুক অধিক উজ্জ্বল আৰু তীব্ৰ কৰি কাব্যপিপাসুসকলৰ হৃদয় স্পৰ্শ কৰিব পৰাকৈ যিবোৰ অলংকাৰ ব্যৱহাৰ কৰিছে তেনে অলংকাৰসমূহৰ প্ৰয়োগৰ ক্ষেত্ৰতো লোকজীৱনৰ প্ৰভাৱ লক্ষ্য কৰিব পাৰি। অৱশ্যে এনে প্ৰভাৱ বৰ ব্যাপক বুলি ক'ব পৰা নাযায়। সাধাৰণতে যিবোৰ ৰোমাণ্টিক কবিতাৰ বিষয়-বস্তু লোকজীৱনৰ পৰা গৃহীত হৈছে তেনেবোৰ কবিতাতে লোকজীৱনৰ পৰা গৃহীত অলংকাৰৰ প্ৰয়োগ ঘটিছে। লোকজীৱনৰ পৰা কবিসকলে অলংকাৰসমূহ কেনেদৰে গ্ৰহণ কৰিছে, আমাৰ আলোচ্য দহজন কবিৰ কবিতাৰ অলংকাৰ-বিচাৰত সেই কথা স্পষ্ট হ'ব।

**চন্দ্ৰকুমাৰ আগৰৱালা ঃ** লোক কবিতাৰ আদৰ্শেৰে প্ৰথমটো কবিতা ৰচনা কৰি নিজৰ কাব্য-জীৱন আৰু অসমীয়া ৰোমাণ্টিক কবিতাৰো শুভাৰম্ভ কৰা চন্দ্ৰকুমাৰৰ কবিতাসমূহত লোকগীতৰ দৰে এক সহজ-সৰল ভংগী অনুসৃত হৈছে। চন্দ্ৰকুমাৰৰ কবিতাত অলংকাৰ-বাহুল্য পৰিদৃষ্ট নহ'লেও লোকজীৱনৰ পৰা গৃহীত উপাদানেৰে তেওঁ কিছুমান অলংকাৰ সৃষ্টি কৰিছে। উদাহৰণ, যেনে -

'স্বাৰ্থ অন্ধকাৰে বাহ/বান্ধিলে সংসাৰ
ৰ লগা পলু যেন/খোলাটি মুগাৰ।'
(বীন ব'ৰাগী, চন্দ্ৰামৃত, পৃষ্ঠা-৮১)

উদাহৰণটিত হৃদয়ৰ স্বাৰ্থ-অন্ধকাৰে বাহ বন্ধা কাৰ্যক লোকজীৱনৰ এটি সহজ উপমানেৰে প্ৰকাশ কৰাত উপমা অলংকাৰটি আকৰ্ষণীয় হৈছে। আকৌ,

'কুটুমেই বাছে কুটুমেই বাচে/কুটুমেই কুটুমক খায়
কুটুমৰ তেজেৰে বন্তি জ্বলালে/মজিয়া জকেজকায়।'
(উল্লিখিত কবিতা)

উল্লিখিত স্তৱকটিত কবিয়ে একে ধ্বনিবিশিষ্ট 'কুটুম' শব্দটো সঘনে ব্যৱহাৰ কৰাত অনুপ্ৰাস অলংকাৰ হৈছে। সমগ্ৰ স্তৱকটিকে কবিয়ে লোকসাহিত্যৰ পৰাই গ্ৰহণ কৰিছে। আগৰৱালাৰ কবিতাত লোকজীৱনৰ পৰা গ্ৰহণ কৰা 'সংসাৰ বাৰুদ', 'সংসাৰ-চক্ৰৰ ঘানী', 'প্ৰেম ৰেহানি' আদি ৰূপক অলংকাৰৰো প্ৰয়োগ লক্ষ্য কৰা যায়।

**লক্ষ্মীনাথ বেজবৰুৱা :** অসমৰ লোকজীৱনে বেজবৰুৱাৰ কবিতাত গভীৰ প্ৰভাৱ বিস্তাৰ কৰিছে। কবিতাৰ অলংকাৰ প্ৰয়োগৰ ক্ষেত্ৰত দেখা যায় বেজবৰুৱাৰ 'ধনবৰ আৰু ৰতনী' কবিতাৰ বিষয়বস্তু যেনেদৰে গ্ৰাম্যজীৱনৰ পৰা গৃহীত হৈছে কবিতাটিৰ প্ৰকাশভংগীৰ ক্ষেত্ৰতো তেনেদৰে গ্ৰাম্যজীৱনে প্ৰাধান্য লাভ কৰিছে। উদাহৰণ স্বৰূপে --

'বগাকৈ বগলী উৰে কেনে কৰি/পাখিতে পাখি লগাই
কাৰেনো উৰিব ধনবৰ দুখীয়া/ৰতনী লগতে নাই।
ফেনে ফোটোকাৰে বৰলুইত বৈছে/বুকুত লৈ খাগৰিৰ জাঁজি
বুকু উদং কৰি ৰতনী গলে মোৰ/কাকে লৈ বৈ যাম মই আজি।

(উৎস : *বেজবৰুৱা গ্ৰন্থাৱলী*, ২য় খণ্ড, পৃষ্ঠা-৯৭৯)

উল্লিখিত দুয়োটা স্তৱক উপমা অলংকাৰৰ একোটি সাৰ্থক নিদৰ্শন।

সৌন্দৰ্য চিত্ৰৰ বাবে বেজবৰুৱাৰ 'মালতী' (বলে নোৱৰা সুদৰ্শন) কবিতাটি মনোৰম। কবিতাটিত কবিয়ে মানস-প্ৰতিমাৰ অপৰূপ ৰূপ-লাৱণ্যৰ উপমা দিবলৈ গৈ অসমৰ অপৰূপা প্ৰকৃতিৰ ভালেকেইটা মনোৰম উপমান ব্যৱহাৰ কৰি সিবোৰতকৈ মালতীৰ সৌন্দৰ্যৰ আধিক্য প্ৰকাশ কৰাত ব্যতিৰেক অলংকাৰ হৈছে। আনহাতে—

দুবৰি বনৰ পাতৰ আঁৰত/নিয়ৰে মুকুতা আঁৰে
ওখৰ মলয়াই মৰমৰ হাতেৰে/চোতালৰ ধূলিটি সাৰে।'

('বৰ আৰু সৰু', *গ্ৰন্থাৱলী*, পৃষ্ঠা-১০০০)

স্তৱকটিত মলয়া বতাহজাকে চোতালৰ ধূলি সৰা কাৰ্যত উপমেয়ত উপমানৰ ক্ৰিয়াৰ একৰূপতাৰ কল্পনা কৰাত উৎপ্ৰেক্ষা অলংকাৰ হৈছে। তাৰ উপৰি –

'কেনৈ লাগিছে সেন্দুৰীয়া গাল/ফৰিং প্ৰেমিকৰ জুই
কোবা ভাতুৰীয়া ওঁঠৰ তলত/ফেঁটী সাপ আছে শুই।'

('প্ৰিয়তমাৰ সৌন্দৰ্য্য', *গ্ৰন্থাৱলী*, পৃষ্ঠা-৯৫৮)

লোকজীৱনৰ প্ৰকাশভংগী অনুসৃত এই স্তৱকটি অতিশয়োক্তি অলংকাৰৰ এক সুন্দৰ নিদৰ্শন। এই একেটা উদাহৰণকে সংকৰ অলংকাৰৰ নিদৰ্শন স্বৰূপেও ল'ব পাৰি। সংকৰ অলংকাৰত ওচৰা-উচৰিকৈ থকা দুটা বা ততোধিক অলংকাৰে ইটোৱে সিটোৰ ওপৰত নিৰ্ভৰ কৰি থাকে। উদাহৰণটোত 'সেন্দুৰীয়া গাল' লুপ্তোপমা; 'ফৰিং প্ৰেমিকৰ জুই' ৰূপক; 'কোবাভাতুৰীয়া ওঁঠ' লুপ্তোপমা; 'ওঁঠৰ তলত ফেঁটী সাপ আছে শুই' ৰূপকাতিশয়োক্তি — এনেদৰে কে'বাটাও অলংকাৰ মিলিত হৈ থকাত ই সংকৰ অলংকাৰ হৈছে।

বেজবৰুৱাৰ 'প্ৰিয়তমা' কবিতাটি লোকজীৱনৰ প্ৰকাশভংগী অনুসৃত আন এটি কবিতা। কবিতাটিত কবিয়ে আকাৰে-ইংগিতে বা ভংগীৰে সাধাৰণ মানুহে ধৰিব নোৱৰা কথা একোটাৰ ইংগিত দিছে। গোটেই কবিতাটোৱেই সূক্ষ্ম নামৰ অলংকাৰৰ এক উৎকৃষ্ট উদাহৰণ। তাৰ উপৰি, বেজবৰুৱাই তেওঁৰ কবিতাত ব্যৱহাৰ কৰা চেনেহ-ডোল, ফৰিং-প্ৰেমিক, মৰম-নাও, মৰম-নৈ, প্ৰেমৰ ভঁৰালঘৰ আদি ৰূপক অলংকাৰতো লোকজীৱনৰ সমল নিহিত আছে।

**মফিজুদ্দিন আহমদ হাজৰিকা ঃ** মফিজুদ্দিন আহমদ হাজৰিকাৰ কবিতাৰ বিষয়বস্তু কিছু পৰিমাণে নৈতিক আৰু আধ্যাত্মিক ভাবসম্পন্ন হ'লেও তেওঁৰ প্ৰকাশভংগী সম্পূৰ্ণৰূপে অসমীয়া জতুৰা গঢ়ৰ। অসমৰ গ্ৰাম্য জীৱনৰ একোখন নিখুঁত ছবি তেওঁৰ কবিতাৰ মাজেদি উদ্ভাসিত হৈ উঠিছে। কবিতাৰ অংগ-সৌষ্ঠৱৰ দিশৰ পৰা হাজৰিকাৰ কবিতা সৌন্দৰ্যশালী বুলি অৱশ্যে ক'ব পৰা নাযায়, তেওঁৰ কবিতাৰ অলংকাৰ-প্ৰয়োগো সীমিত। পিছে তেওঁ ব্যৱহাৰ কৰা অলংকাৰসমূহৰ সৰহভাগেই অসমৰ লোকজীৱনৰ উপাদানৰ আলমত নিৰ্মিত হৈছে। অনুপ্ৰাস অলংকাৰৰ সঘন ব্যৱহাৰ তেওঁৰ কবিতাত সততে লক্ষ্য কৰা যায়। যেনে–

তেৱেঁ মানী তেৱেঁ মান/তেৱেঁ দানী তেৱেঁ দান
তেৱেঁ কাম তেৱেঁ কৰ্মী খেতি খেতিয়ক,
তেৱেঁ জ্ঞানী তেৱেঁ জ্ঞান/তেৱেঁ টাঁখা তেৱেঁ শান
তেৱেঁ ধৰ্ম তেৱেঁ ধৰ্মী বুদ্ধি-বুদ্ধিয়ক।'

('বিশ্ব ধনিকৰ', *ৰচনাৱলী*, পৃষ্ঠা ৯)

উদাহৰণটোত একে ধ্বনিবিশিষ্ট শব্দবোৰ ক্ৰম-সাদৃশ্যত দুবাৰ ধ্বনিত হোৱাত বৃত্ত্যনুপ্ৰাস অলংকাৰ হৈছে। তেওঁ ব্যৱহাৰ কৰা উপমা অলংকাৰত লোকজীৱনৰ সমলৰ ব্যৱহাৰ লক্ষণীয়। যেনে--

'গোটেই বিশ্বৰে বিজ্ঞানে ডিবক/দেখাই এনেছে যেন,
টুমনি মাজত বালিয়া চাহিটি/সমুদ্ৰ মাজত যেন।.....
সমুদ্ৰমাজত পোনাটি যেনহে/পৃথিৱী মাজত দেখি
গোটেই বিশ্বৰ প্ৰাণীৰ মাজত/তোকও তেনেহে দেখি'।

('মইমতালি ভাবৰ ভেটি উছন', *ৰচনাৱলী*, পৃষ্ঠা-৪০)

উদাহৰণটোত 'বালি-চাহি', 'দেখি' আদি উপমানৰ প্ৰয়োগ লক্ষ্য কৰিবলগীয়া। লোকজীৱনৰ পৰা গৃহীত উপাদানেৰে নিৰ্মিত হাজৰিকাৰ কবিতাৰ কিছুমান ৰূপকৰ উদাহৰণ, যেনে আয়ু ডোল, কাল-নিগনি, কাল-পচোৱা, দেহা-তঁকা, দেহা-পুখুৰী, মাছ ভঙা খোলা, মায়া চপৰাণি ইত্যাদি।

উপমেয়ৰ কথাৰে উপমানৰ সূচনা দিলে সমাসোক্তি অলংকাৰ হয়। হাজৰিকাৰ কবিতাত ব্যৱহৃত এনে সমাসোক্তিৰ উদাহৰণ, যেনে–

'ফলচিৰিকাই খুটি তাল বাই/জিলিয়ে বাঁহীৰ গত
চালি ধৰি ধৰি টকচালি কৰি/নাচে ম'ৰা পৰ্ব্বতত।'

('বাৰ্ও বাটি পাপৰ', *ৰচনাৱলী*, পৃষ্ঠা ২৬)

উদাহৰণটিত 'ফলচিৰিকাই খুটি তাল বজোৱা', 'জিলিয়ে বাঁহী বজোৱা' কাৰ্যৰ উল্লেখৰ ফলত সমাসোক্তি অলংকাৰ হৈছে।

**আনন্দচন্দ্ৰ আগৰৱালা ঃ** 'ভাওনি কোঁৱৰ' নামেৰে খ্যাত আনন্দচন্দ্ৰ আগৰৱালাৰ কবিতাত সচৰাচৰ ব্যৱহৃত অলংকাৰটি উপমা। লোকজীৱনৰ সমল এই ক্ষেত্ৰত তেওঁ ব্যৱহাৰ কৰিছে। এই সন্দৰ্ভত তেওঁৰ 'দেৱকন্যা মানৱী বেশেৰে' কবিতাটি প্ৰণিধানযোগ্য। কবিতাটিত ব্যৱহৃত উপমাবোৰ কবি প্ৰসিদ্ধি নিৰ্ভৰ যদিও অসমৰ গ্ৰাম্য জীৱনৰ ছবিও সিবোৰত ভুমুকি মাৰিছে। লোকজীৱনৰ উপাদানেৰে তেওঁ নিৰ্মাণ কৰা কিছুমান ৰূপকৰ উদাহৰণ, যেনে- ধূলি-খেলা, প্ৰাণ-পদুম, প্ৰেম-চিটিকা, মৰণ-বিল, মায়া-ডোল, সৌভাগ্য-বেলি ইত্যাদি। তেওঁৰ কবিতাত মাজে মাজে অনুপ্ৰাস অলংকাৰৰো অনুৰণন অনুভৱ কৰিব পাৰি।
যেনে–

'মাটিৰ মানুহ তুমি মাটিত মিলিবা।'.......
'মোহময় মায়াময় সকলো মাথোন।' .......

('জীৱন সংগীত', *গ্ৰন্থাৱলী*, পৃষ্ঠা-১১)

'প্ৰাণৰ প্ৰমীলা মোৰ হৃদয়ৰ ধন
স্নেহময়ী প্ৰেমৰ প্ৰতিমা'।

('যোগী', *গ্ৰন্থাৱলী*, পৃষ্ঠা-২৬)

উদাহৰণকেইটিত একেটা বৰ্ণ (ম, প) দুবাৰ বা ততোধিকবাৰ ধ্বনিত হোৱাত বৃত্ত্যানুপ্ৰাস অলংকাৰ হৈছে।

**ৰঘুনাথ চৌধাৰী ঃ** ৰোমাণ্টিক ধ্যান-ধাৰণাৰ দীপ্তিৰে প্ৰোজ্জ্বল হৈ থকা ৰঘুনাথ চৌধাৰীৰ কবিতাত অলংকাৰৰ সঘন প্ৰয়োগ লক্ষ্য কৰিব পাৰি। শব্দালংকাৰ আৰু অৰ্থালংকাৰ– দুয়োটা শ্ৰেণীৰে অলেখ অলংকাৰ চৌধাৰীৰ কবিতাত ব্যৱহৃত হৈছে। কিন্তু সেই বুলি অলংকাৰ চপল চটুল নাগৰিকতাই চৌধাৰীৰ কবিতাৰ প্ৰধান বৈশিষ্ট্য নহয়। তেওঁ ব্যৱহাৰ কৰা ভালেমান অলংকাৰৰ সমল লোকজীৱনৰ গৃহীত হৈছে। উদাহৰণ, যেনে–

'গাখীৰ খুৱাই সাপক পুহিলোঁ/নিচিনিলোঁ আগ ধৰি
চুকতে সোমাই বুকুত দংশিলে/থ'লে আধামৰা কৰি'।

('আমাৰ কথা', *ৰচনাৱলী*, পৃষ্ঠা-৩৮৩)

'ডলাৰ বগৰী প্ৰায়/ক'তো থান থিত নাই
কৰিলে বিধিয়ে মোক/জনম দুখীয়া।'

('সন্তাপ', *ৰচনাৱলী* পৃষ্ঠা-৭৬)

'চঞ্চল বিদ্যুৎৰেখা চকুৰ আগত/কৰিছেহি তিৰ্ বিৰ্,
পকৰাই পোৱাদৰে হওঁ কণা-মুনা/হৃদয়ে নামানে থিৰ।'

('প্ৰতিধ্বনি', *ৰচনাৱলী*, পৃষ্ঠা-১৯৫)

উল্লিখিত কেউটি উপমাতে কবিয়ে ব্যৱহাৰ কৰা সকলোবোৰ উপমান অসমৰ লোকজীৱনৰ পৰাই গৃহীত হৈছে।

চৌধাৰীৰ কবিতাত স্বভাবোক্তি অলংকাৰৰ প্ৰাচুৰ্য লক্ষণীয়। স্বভাবোক্তি হ'ল বস্তু বা বিষয়ৰ যথাযথ বৰ্ণনা। চৌধাৰীয়ে তেওঁৰ কে'বাটাও কবিতাত অলংকাৰ বিহীন উকা বৰ্ণনাৰে কাব্যিক সৌন্দৰ্য সৃষ্টি কৰাত সক্ষম হৈছে। এই প্ৰসংগত তেওঁৰ 'কেতেকী'ৰ দ্বিতীয় তৰংগলৈকে আঙুলিয়াব পাৰি য'ত কোনো অলংকাৰৰ প্ৰয়োগ নকৰাকৈয়ে চৌধাৰীয়ে অসমৰ প্ৰকৃতিৰ এখনি মোহনীয়া ছবি অংকন কৰিছে। অৱশ্যে তেওঁৰ সবাতোকৈ প্ৰিয় অলংকাৰ সমাসোক্তি। প্ৰকৃতি বিষয়ক তেওঁৰ সকলোবোৰ কবিতাতে এই অলংকাৰটি তেওঁ ব্যৱহাৰ কৰিছে। এই প্ৰসংগত বিশেষভাৱে উল্লেখ কৰিব পাৰি তেওঁৰ 'ব'হাগীৰ বিয়া' কবিতাটিৰ, অসমৰ লোকজীৱনৰ লগত সম্পৰ্ক থকা কবিতাটিৰ তলৰ স্তৱকবোৰে উল্লেখৰ দাবী ৰাখে

পাটৰ চেলেং গাত মেৰিয়াই/পাটমাদৈ চুচি-মাজি,
জোড়োন পিন্ধাব আহিল সুন্দৰী/পাট গাভৰুটি সাজি।......
পিন্ধালে কাণত ডালিম ফুলৰ/ৰাখৰ পতোৱা কেৰু,
হাত দুখনিত কুঞ্জ লতিকাৰ/সোণখতা মুঠি খাৰু।.....
পিন্ধালে ময়ূৰে গোমচেং চোলা/ভমকাফুলীয়া চাই,
দিলে বুটা তুলি ফুল বছা বিহা/বচকী পখিলা বাই।
মাৰিলেহি মেঘে ঢোলত চাপৰ/জিলিয়ে বজাই কালি,
টুনি বুলবুলি নাচে চেৰে চেৰে/হেটুলুকা ওজাপালি।'

(*ৰচনাৱলী*, পৃষ্ঠা ৯-১১)

প্ৰকৃতি জীয়ৰীক কইনা, বসন্তক দৰা আৰু প্ৰকৃতি ৰাজ্যৰ অন্যান্য জীৱ-জন্তু, চৰাই-চিৰিকতি, ফুল-ফুলনিক বিয়াঘৰীয়াৰূপে কল্পনা কৰা এই কবিতাটিত অসমৰ লোকজীৱনৰ এখনি সুস্পষ্ট চিত্ৰ উজলি আছে। অসমৰ লোকজীৱনৰ উপাদানেৰে চৌধাৰীয়ে নিৰ্মাণ কৰা কিছুমান ৰূপকৰ উদাহৰণ, যেনে — আকাংক্ষাৰ সুতুলি, ডনাৰ বগৰী, প্ৰেমভুৰ, প্ৰেম-জাল, ৰিৰিনি-জেওৰা, বাসনাৰ শেলুৰৈ, মায়াডোল, মিলন গগনা, মোহ-টোপনি, মোহৰ বাওৰা, সংসাৰ-ভাওনা, সান্ত্বনা-চৌৰৰ ইত্যাদি।

**পাৰ্বতিপ্ৰসাদ বৰুৱা** ঃ পাৰ্বতিপ্ৰসাদ বৰুৱা সম্পূৰ্ণৰূপে শাৰদীয় প্ৰকৃতিৰ কবি। তেওঁ গীত আৰু কবিতাসমূহৰ মাজেদি শৰতৰ যি স্নিগ্ধ-মধুৰ পৰিবেশৰ ছবি আঁকিছে তাৰ মাজতে কেতিয়াবা অলংকাৰে ভুমুকিয়াই গৈছে। উদাহৰণ, যেনে—

'অতল জলত তল নাপালি/নেপালি তই কূল
জীৱন মৰণ হৰণ কৰা/ঘটিল মহাভুল।'

('জীৱন যদি হেৰাল তোৰ', *ৰচনাৱলী*, পৃষ্ঠা-২৩)

'জোন বৈ যায় জোলোকে জোলোকে
সাতুৰি-নাদুৰি জাপৰি-জিপৰি
খেলতে জীৱন যক।'

('ইমান ওপজা পানীত তল নোযোৱা', *ৰচনাৱলী*, পৃষ্ঠা-৮২)

জতুৱা প্ৰকাশভংগীবিশিষ্ট এই স্তৱকদুটি অনুপ্ৰাস অলংকাৰৰ দুটি সাৰ্থক উদাহৰণ। তেওঁৰ কবিতাত ব্যৱহৃত অপহ্নুতি অলংকাৰৰ এটি উদাহৰণ, যেনে--

'কোনে কয় সেয়া নিশা সৰি পৰা/আকাশী নিয়ৰৰ কণা
হৰিণীৰ চকুলো মুকুতা বুলীয়া/হেঙুলী ৰহণ সনা।'

('হৰিণীৰ চকুত পানী বিৰিঙিল', *ৰচনাৱলী*, পৃষ্ঠা-১১২)

অপহ্নুতি অলংকাৰত প্ৰকৃতক লুকুৱাই অপ্ৰকৃতক প্ৰতীত কৰা হয়। ওপৰৰ উদাহৰণটিত কবিয়ে প্ৰকৃত নিয়ৰ কণাক লুকুৱাই অপ্ৰকৃত হৰিণীৰ চকুলো প্ৰতীত কৰাত ই অপহ্নুতি অলংকাৰৰ এক সুন্দৰ নিদৰ্শন হৈ পৰিছে। অৱশ্যে উল্লিখিত স্তৱকটিয়ে চন্দ্ৰকুমাৰৰ নিয়ৰ আৰু বেজবৰুৱাৰ 'ভ্ৰম' কবিতালৈ মনত পেলাই দিয়ে। পাৰ্বতিপ্ৰসাদৰ কবিতাত সমাসোক্তি অলংকাৰৰো প্ৰয়োগ লক্ষ্য কৰিব পাৰি। এই প্ৰসংগত 'শুকুলা ডাৱৰ ঐ কহুৱা ফুল'ৰ অন্তৰ্গত গীতসমূহ স্মৰণযোগ্য। পাৰ্বতিপ্ৰসাদে তেওঁৰ গীত আৰু কবিতাত সঘনে ব্যৱহাৰ কৰা লোকজীৱনৰ এটি উপাদান 'বীণ ব'ৰাগী'ক তেওঁ ৰূপক অৰ্থতেই প্ৰয়োগ কৰিছে। বীণ ব'ৰাগীৰ উপৰিও তেওঁৰ কবিতাত ব্যৱহৃত কিছুমান ৰূপকৰ উদাহৰণ, যেনে– আন্ধাৰৰ আঁচল, জীৱন-নাও, জীৱন-ঢাল, জীৱন-চগা, জীৱনৰ ৰহ, জীৱন-ভেলা, জীৱন-তৰী, জীৱনৰ সাজপানী, দুখৰ শলিতা, সংসাৰ হাট, সংসাৰৰ হৈ গুদু, সপোনৰ ভুৰ, প্ৰেমৰ সঁফুৰা, প্ৰেমৰ ধল, প্ৰেমৰ ভোগজৰা ইত্যাদি।

**ডিম্বেশ্বৰ নেওগ :** লোকজীৱনৰ বিষয়বস্তু আৰু প্ৰকাশভংগীয়ে ডিম্বেশ্বৰ নেওগৰ কবিতাত প্ৰাধান্য লাভ কৰিছে। পিছে অলংকাৰ প্ৰয়োগৰ বেলিকা তেওঁৰ কবিতাত লোকজীৱনৰ সমল নিচেই সীমিত। তেওঁ সচৰাচৰ ব্যৱহাৰ কৰা অলংকাৰটি হ'ল উপমা। লোকজীৱনৰ সমলৰ পৰা গৃহীত তেনে এটি উপমাৰ উদাহৰণ, যেনে–

'মুগা খোলা সাজি নি মুগা পলু মৰে,
মানুহে সংসাৰ পাতি একে কাম কৰে।'

('বচন মুকুতা', *নেওগ কাব্যমালা*, পৃষ্ঠা-৫২)

যেতিয়া কোনো বিশেষণ বা ক্ৰিয়া বিশেষণ যদি প্ৰকৃত (খাপখোৱা) শব্দটোৰ পৰা আঁতৰাই আনি তাৰ লগত সংযোগ থকা আন শব্দত প্ৰয়োগ কৰা হয় তেতিয়া অনাসক্ত বিশেষণ অলংকাৰ হয়।" নেওগৰ কবিতাত থকা এই অলংকাৰৰ এটি উদাহৰণ, যেনে–

'স্নেহময়ী মাকে আনি সাদৰী মাতেৰে
পিঠা-পনা সন্তানক দিছেহি হাতত।'

('বিহু', *নেওগ কাব্যমালা*, পৃষ্ঠা-৭৮)

উদাহৰণটোত মাকৰ গুণটো (সাদৰী) মাতত অৰ্পণ কৰাত অনাসক্ত বিশেষণ অলংকাৰ হৈছে। লোকজীৱনৰ পৰা গৃহীত সমলেৰে নেওগে নিৰ্মাণ কৰা কিছুমান ৰূপকৰ উদাহৰণ, যেনে—কালকবাস, গগণ-ৰভা, চকু-ধূলি, জীৱন-শলিতা, জীৱন-হাট, দুখৰ আউসী, ধৰমৰ

মাৰ-নাও, প্ৰেম-পিঞ্জৰা, প্ৰেম-বাঁহী, প্ৰেম-মুকুতা, প্ৰেম-সূঁতি, মৰণ-পাটি, মোহ-টোপনি, শোক-শেল, সংসাৰ-বেহা, সংসাৰ-ভাবনা, হৃদয়-বিল ইত্যাদি।

**জ্যোতিপ্ৰসাদ আগৰৱালা :** জ্যোতিপ্ৰসাদ আগৰৱালাৰ গীত আৰু কবিতাত ধ্বনিৰ অনুৰণন অধিক। সেয়ে তেওঁৰ কবিতা শব্দালংকাৰ প্ৰধান। অনুপ্ৰাস অলংকাৰৰ প্ৰাচুৰ্য তেওঁৰ কবিতাত বিশেষভাবে লক্ষ্য কৰা যায়: যেনে—

'পাগুৰিত পিন্ধিলা হীৰা পাথৰ
লুইতৰ পাৰৰে বৰেচহৰ।'

('লুইতৰ পাৰৰে বৰেচহৰ', *ৰচনাৱলী*, পৃষ্ঠা ৬৫৪)

উদাহৰণটোত 'প' ধ্বনিটোৰ সঘন ব্যৱহাৰৰ ফলত বৃত্ত্যনুপ্ৰাস অলংকাৰ হৈছে। তেওঁৰ কবিতাত ব্যৱহৃত এটি ৰূপক অলংকাৰৰ উদাহৰণ, যেনে—

'সেউজীয়া ধাননিত/সোণৰ আখৰবোৰ/কোনে লিখিলি
কুমলীয়া বননিত/মুকুতাৰ চকুপানী/কোনে টুকিলি।'

(গীত নং- ২১৪, *ৰচনাৱলী*, পৃষ্ঠা ৫৯৬)

উদাহৰণটোত 'সোণৰ আখৰ' আৰু 'মুকুতাৰ চকুপানী' দুটি সুন্দৰ ৰূপক হৈছে। ব্যৱহাৰ কৰা লোকজীৱনৰ সমল নিহিত কিছুমান ৰূপকৰ উদাহৰণ, যেনে- কবিতাৰ কেৰু, জন্মাটীৰ বৰঘৰ, জুই-চিএলাহী, জুই-দেওধাই, জীৱন-বাঁহী, প্ৰাণৰ শৰাই, বিশ্ব থাপনা, বেজাৰৰ ফাকু, মৰমৰ মাকো, মৰম-নাট, ভাব-ফুলনি, লুইত-দাপোণ, সোণৰ পাঁচি, সৃষ্টিৰ কমাৰশাল ইত্যাদি।

**আনন্দচন্দ্ৰ বৰুৱা :** অসমৰ লোকজীৱনে আনন্দচন্দ্ৰ বৰুৱাৰ কবিতাত এক বিশেষ স্থান লাভ কৰিছে। অলংকাৰ প্ৰয়োগৰ বেলিকাও বৰুৱাই লোকজীৱনৰ পৰা সমল আহৰণ কৰিছে। উদাহৰণ, যেনে—

'মাধৰিৰ উৎসৱৰ উৎসে ওপচাই
প্ৰণতি জনালে আহি পৰাগ প্ৰিয়াই
পৰাগক লোৱাহে পৰাগ।'

('মাধৰিৰ' *বকুল বনৰ কবিতা*, পৃষ্ঠা-৯৫)

উদাহৰণটোত 'প' ধ্বনিৰ সঘন ব্যৱহাৰৰ ফলত বৃত্ত্যনুপ্ৰাস অলংকাৰ হৈছে। অনুপ্ৰাসৰ সকলো প্ৰকাৰেই তেওঁৰ কবিতাত লক্ষ্য কৰিব পাৰি। যেনে—

'তুমি হ'বা ৰাণী অনন্ত প্ৰেমৰ/মই হ'ম দাস টোকাৰী লৈ
জোকাৰি জোকাৰি টোকাৰীৰ গুণা/থাকিম কাষতে ভিক্ষাৰী হৈ।'

('অনন্ত প্ৰয়াস', *বকুল বনৰ কবিতা*, পৃষ্ঠা-৬১)

ওপৰৰ উদাহৰণটোত 'জোকাৰি', 'টোকাৰী' দুবাৰকৈ ধ্বনিত হোৱাত ছেকানুপ্ৰাস অলংকাৰ হৈছে। অসমৰ লোকজীৱনৰ আলমত নিৰ্মিত বৰুৱাৰ কবিতাৰ কিছুমান ৰূপকৰ উদাহৰণ,

যেনে—আশা-বিৰিখ, কনক-গাগৰি, জয়াল-সেন্দূৰ, জীৱন-বীণা, দুখৰ বেৰ, প্ৰবঞ্চনাৰ চাল, প্ৰাণৰ সুৱাগ, মন-খনিকৰ, মন-মড়ল, শান্তিৰ উকলি, সপোন-ভেলা, সেৱাৰ শৰাই, স্মৃতিৰ সাহোন ইত্যাদি।

**বিনন্দচন্দ্ৰ বৰুৱা :** ধ্বনিকবিৰূপে খ্যাত বিনন্দচন্দ্ৰ বৰুৱাৰ কেউখন কবিতা পুথিতেই অলংকাৰ ধ্বনিৰ অনুৰণন অনুভৱ কৰিব পাৰি। তেওঁৰ কবিতাত শব্দালংকাৰৰ প্ৰাচুৰ্য অধিক আৰু এইক্ষেত্ৰত তেওঁ সঘনে ব্যৱহাৰ কৰা অলংকাৰটি অনুপ্ৰাস। উদাহৰণ, যেনে–

'ইয়াৰ মাটিতে মূৰৰ মাণিক/মণিৰাম মৰণে মলঙি পৰে
পিয়লিৰ পিৰিথি পিৰিকি পিছলা/কথাত লোতক আপুনি জৰে।'

('শ্মশান', *শংখধ্বনি*, পৃষ্ঠা-৩৬)

উদাহৰণটোত 'ম' আৰু 'প' ধ্বনিৰ সঘন ব্যৱহাৰৰ ফলত বৃত্ত্যনুপ্ৰাস অলংকাৰ হৈছে। বৰুৱাৰ কবিতাত প্ৰয়োগ হোৱা ছেকানুপ্ৰাস অলংকাৰৰ এটি উদাহৰণ, যেনে–

'একালৰ বৃন্দাবন/একালত পৰে ছন/নিয়তিৰ এনুৱা বিধান
বুৰঞ্জীয়ে দিয়ে সমিধান/ক্ষণস্থায়ী মান-অপমান।'

('ৰংপুৰ', *প্ৰতিধ্বনি*, পৃষ্ঠা-৩৪)

উদাহৰণটোত 'বন' আৰু 'ধান' দুবাৰকৈ ধ্বনিত হোৱাত ছেকানুপ্ৰাস অলংকাৰ হৈছে। অন্যান্য অলংকাৰৰ ভিতৰত বৰুৱাৰ কবিতাত মাজে মাজে উপমাৰ প্ৰয়োগ লক্ষ্য কৰা যায়। যেনে–

'ডেও দি ধৰিলে ৰঙামুৱা বীৰে/চোতালত ৰণ চালি
যুঁজৰ বেশেৰে সজালে শৰীৰ/যেন তিওহৰে জালি।'

('ৰঙামুৱা বীৰ', *প্ৰতিধ্বনি*, পৃষ্ঠা-৪৫)

'যেন তিওহৰে জালি' উপমাটোৱে আমাক পোনচাটেই বিহুনামৰ কথা স্মৰণ কৰাই দিয়ে। লোকজীৱনৰ সমলেৰে নিৰ্মিত তেওঁৰ কবিতাৰ কিছুমান ৰূপকৰ উদাহৰণ, যেনে– আনন্দ-নাও, কৰ্ম-চাক, কালৰ চকা, কাল-নিয়তি, কাল-বিজিনি, কালৰ চকৰী, কুঁৱলীৰ যুঁৱলী, গৌৰৱ-বেলি, চেনেহ জৰী, জাগণৰ কঠীয়া, জীৱনৰ খৰালি, বিপদৰ শেতেলি, মৰমৰ সঁফুৰা, মায়া-জাল, মায়া-জৰী, মায়া-দোল, বিশ্ব-পাটী, মৰণ-হাট, মোহ-মদিৰা, মোহ-জাল, মান-ৰাহু, ভাবৰ জুমুঠি, সুখৰ সঁফুৰা, হিয়া-চাপৰি ইত্যাদি।

আলোচিত এইসকল কবিৰ উপৰিও আন কেইজনমান ৰোমাণ্টিক কবিৰ কবিতাতো লোকজীৱনৰ পৰা গৃহীত উপমাদি অলংকাৰৰ প্ৰয়োগ লক্ষ্য কৰিব পাৰি। এইসকলৰ ভিতৰত প্ৰথমেই নাম ল'ব পাৰি হেমচন্দ্ৰ গোস্বামীৰ। তেওঁৰ 'প্ৰিয়তমাৰ চিঠি' প্ৰথম অসমীয়া চনেট। কবিতাটিত প্ৰিয়তমাৰ চিঠিৰ আখৰৰ উপমা কৰিয়ে এনেদৰে দিছে –

'কুকুৰাঠেঙীয়া এই আখৰকিটিত
যি অমিয়া থুঁহা আছে ক'তো আৰু নাই।'

(*ৰচনাৱলী*, পৃষ্ঠা-৭২)

'কুকুৰাঠেঙীয়া আখৰ' – এই উপমা একাধাৰে অভিনৱ আৰু ধৰুৱা। একেদৰে 'মন' কবিতাত মনৰ অস্থিৰ অৱস্থাৰ বৰ্ণনা দিবলৈ গৈ তেওঁ কৈছে –

'এখন্তেকো কাৰো গাৱে/নেথাকে সুস্থিৰ ভাৱে
কুমাৰৰ চাক যেন ঘূৰিছে কেৱল।'

(ৰচনাৱলী, পৃষ্ঠা ১৬)

লোকজীৱনৰ পৰা গৃহীত এই উপমাটিৰে মনৰ অস্থিৰ-অশান্ত অৱস্থাটো কবিয়ে অতি খাপখোৱাকৈ প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছে।

যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাত শব্দালংকাৰতকৈ অৰ্থালংকাৰৰ প্ৰয়োগহে সততে লক্ষ্য কৰা যায়। তেওঁৰ কবিতাত বহুল ব্যৱহৃত অৰ্থালংকাৰ দুটি হ'ল উপমা আৰু ৰূপক। যেনে

'মোৰ এই হিয়াখনি      জেতুকা পাতৰ দৰে
সেউজীয়া বননিৰ বৰণেৰে ঢকা,
অন্তৰ জ্বলোৱা ছবি      অতীতৰ স্মৃতি লই
বুকুৰ তেজেৰে আছে অন্তৰতে আঁকা।'

('শূন্য পৰিচয়', *আপোন সুৰ*, পৃষ্ঠা-৬৬)

হিয়াৰ উপমান স্বৰূপে কবিয়ে অসমৰ লোকজীৱনৰ এক উপাদান 'জেতুকা পাত' ব্যৱহাৰ কৰি কবিৰ নিজ হৃদয়ৰ বাউলী স্বৰূপটো অতি সাৰ্থকভাৱে প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। লোকজীৱনৰ সমলেৰে নিৰ্মিত তেওঁৰ কবিতাৰ কিছুমান ৰূপকৰ উদাহৰণ, যেনে- অদৃষ্টৰ গাঁঠি, আকাশৰ ওৰণি, কালৰ চৰ্কৰি, কালৰ সোঁত, চেনেহ সঁফুৰা, জুৰণি-ঘাট, নিয়তি চাক, বাঘজাল, বিষাদৰ বাঁহী, বুকুৰ বেহানি, মৰমৰ বিচনী, মৰণৰ শিঙা, শোকৰ বাঁণ, স্মৃতি-শ্মশান ইত্যাদি।

কবি দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাৰ শব্দচয়ন নিবহ নিপানী আৰু ঘৰুৱা ভাষাৰ। তেওঁৰ 'জিৰণি' নামৰ দাৰ্শনিক ভাবসম্পন্ন কবিতাত অতি ঘৰুৱা চিত্ৰৰে দৰ্শনৰ গুৰুগধীৰ তত্ত্ব সহজ-সৰল ৰূপত প্ৰকাশ কৰিছে। যেনে–

'নিদাঘ তাপত যদি নুশুকায় হাবি-বন/নাই শোভা বসন্ত কুলিত,
জনম-মৰণ গলে জীৱনৰ হাবিলাষ/নেথাকে এই পৃথিৱীত।'

(*দুৰ্গেশ্বৰ শৰ্মা ৰচনাৱলী*, পৃষ্ঠা-৪)

বসন্ত কুলিৰ কোমল মাতৰ মধুৰতা গ্ৰীষ্মৰ প্ৰবল উত্তাপত হাবি-বন নুশুকালে অনুভৱ কৰিব নোৱাৰি, ঠিক তেনেদৰে জনম-মৰণ নাথাকিলে জীৱনৰ হাবিলাষ অনুভৱ কৰিব নোৱাৰি। এই উপমা দুটি পৰস্পৰে পৰস্পৰৰ পৰিপূৰকৰূপে উত্থাপিত হোৱাত ই দৃষ্টান্ত অলংকাৰৰ এক সাৰ্থক উদাহৰণ হৈ পৰিছে।

দেৱকান্ত বৰুৱাৰ কবিতাতে অসমীয়া ৰোমাণ্টিক কাব্যধাৰাৰ বেলি লহিয়াইছে। অভিনৱ প্ৰকাশভংগী বিশিষ্ট দেৱকান্তৰ কবিতাত শব্দালংকাৰৰ প্ৰচুৰ্য লক্ষ কৰিব পাৰি। লোকজীৱনৰ সমলেৰে অলংকাৰ সৃষ্টিৰ প্ৰয়াস দেৱকান্তৰ কবিতাত পৰিদৃষ্ট নহয় যদিও কেতিয়াবা তাৰ

ব্যতিক্ৰম নোহোৱা নহয়। যেনে–

'দহোটি আঙুলি চঁপাকলি যেন/পদুমৰ ঠাৰি দুখনি হাত....
নিপোটল বুকু লাটুমণি ওঁঠ/দুয়োপাৰি দাঁত ডালিম গুটি।....'
('মনোৰমা', *সাগৰ দেখিছা*, পৃষ্ঠা-৪২)

উদ্ধৃত উদাহৰণটোত কবিয়ে মনোৰমাৰ ৰূপ-সৌন্দৰ্যৰ উপমান স্বৰূপে গ্ৰহণ কৰা উপাদানসমূহ লোকজীৱনৰ পৰাই গ্ৰহণ কৰা।

ওপৰৰ আলোচনাৰ পৰা এটা কথা প্ৰতীত হয় যে অসমীয়া ৰোমাণ্টিক কবিতাৰ বিষয়বস্তু, ভাববস্তু, ৰূপকল্প আদি গঠনত যেনেদৰে অসমৰ লোকজীৱনে প্ৰভাৱ বিস্তাৰ কৰিছে তেনেদৰে কবিতাত অলংকাৰ প্ৰয়োগৰ নান্দনিক দিশটোতো লোকজীৱনে প্ৰভাৱ বিস্তাৰ কৰিছে। উল্লেখযোগ্য কথা যে অসমীয়া লোকমনৰ নান্দনিক দৃষ্টি আৰু অনুভৱৰ প্ৰভাৱ কেৱল অসমীয়া ৰোমাণ্টিক কবিতাৰ বহিৰংগতে পৰা নাই, কবিতাৰ অন্তৰংগতো পৰিছে। সেয়ে শব্দালংকাৰ আৰু অৰ্থালংকাৰ দুয়োটাতে ইয়াৰ সাঁচ অনুভৱ কৰিব পাৰি।

## ৬.০২ লোকজীৱনৰ পৰা গৃহীত চিত্ৰকল্পসমূহৰ আলোচনা

চিত্ৰকল্প শব্দটোৰ অৰ্থ হ'ল ছবিৰ দৰে বা ছবিৰ নিচিনা। ছবিৰ নিচিনা মানে ছবি নহয়, তাৰো ৰং আছে, ৰেখা আছে, কিন্তু চকুৰে দেখা নহয়।[৯] একোজন চিত্ৰকৰে ৰং আৰু তুলিকাৰে কেনভাচত চিত্ৰ অংকন কৰাৰ দৰে কবিসকলেও কবিতাত বৰ্ণনীয় বিষয় অধিক স্পষ্ট আৰু উজ্জ্বল কৰিবৰ বাবে শব্দৰে কিছুমান চিত্ৰ অংকন কৰে আৰু ইয়েই চিত্ৰকল্প।[১০] সেয়ে চিত্ৰকল্পক ক'ব পাৰি মনৰ চকুৰে দেখা ছবি। কেৱল দৃশ্যমান বৰ্ণনাই চিত্ৰকল্প নহয়, কাণেৰে শুনা, চকুৰে দেখা, হাতেৰে চুই চাব পৰা, নাকেৰে গন্ধ ল'ব পৰা অৰ্থাৎ ইন্দ্ৰিয়বেদ্য সকলো অনুভৱেই কবিমনৰ শিল্পমণ্ডিত অভিজ্ঞতাৰে সমৃদ্ধ হৈ প্ৰকাশ লাভ কৰিলে সিয়েই চিত্ৰকল্পৰ অভিধা লাভ কৰে। আনকথাত ই হ'ল কবি বা গদ্য-লেখকে কোনো ভাব উজ্জ্বল কৰি তুলিবলৈ, দৃশ্যমান কৰি তুলিবলৈ বা সুন্দৰ কৰি তুলিবলৈ ব্যৱহাৰ কৰা শব্দ-চিত্ৰ।[১১] চেচিল ডে লুইচে তাকে পোনপটীয়াকৈ 'শব্দৰে নিৰ্মাণ কৰা ছবি' বুলি অভিহিত কৰিছে।[১২]

কবিতাত চিত্ৰকল্পৰ ব্যৱহাৰ নতুন কথা নহয়। আমাৰ পুৰণি চাম কবিৰ কবিতাত সাধাৰণতে উপমাৰ মাজেদিয়েই এনেবোৰ চিত্ৰলক্ষণ প্ৰকাশিত হৈছে। উপমাৰ দৰে সাদৃশ্যগুণে চিত্ৰকল্পত সেতুবন্ধনৰ কাম নকৰে। উপমাৰ মাজেদিয়েই আগবাঢ়িলেও প্ৰতিটো চিত্ৰকল্পত থাকে কবিৰ ৰসঘন এক সূক্ষ্মানুভূতি আৰু সিয়েই পাঠকৰ অন্তৰত অনিৰ্বচনীয় মাধুৰ্যৰ সৃষ্টি কৰে।[১৩]

অসমীয়া ৰোমাণ্টিক কবিসকলে তেওঁলোকৰ কবিতাত কবিমনৰ অভিজ্ঞতাৰ ৰূপ দিবলৈ গৈ বিভিন্ন চিত্ৰকল্পৰ ব্যৱহাৰ কৰিছে। চিত্ৰকল্পৰ কেইবাটাও প্ৰকাৰ আছে। যেনে- দৰ্পণ চিত্ৰকল্প (Mirror Image), উত্তৰ চিত্ৰকল্প (After Image), স্মৃতি চিত্ৰকল্প

(Memory Image), কল্পনা চিত্রকল্প (Imagination Image), স্বপ্ন চিত্রকল্প (Dream Image), মায়া চিত্রকল্প (Hallucination Image) ইত্যাদি।[১৭] এই প্ৰকাৰসমূহৰ ভিতৰত অসমীয়া ৰোমাণ্টিক কবিসকলে সঘনে ব্যৱহাৰ কৰা চিত্ৰকল্পটি হৈছে দৰ্পণ চিত্ৰকল্প। চিত্ৰকল্পৰ ভিতৰত ইয়েই সৰলতম প্ৰকাৰ। অসমীয়া ৰোমাণ্টিক কবিতাৰ নিসৰ্গ-দৃশ্যৰ বৰ্ণনাত সততে এই চিত্ৰকল্পৰ প্ৰয়োগ লক্ষ্য কৰা যায়। লোকজীৱনৰ সমল যিবোৰ ৰোমাণ্টিক কবিতাত ব্যৱহৃত হৈছে তেনেবোৰ কবিতাতে সাধাৰণতে লোকজীৱনৰ পৰা গৃহীত চিত্ৰকল্পৰ প্ৰয়োগ লক্ষ্য কৰা যায়। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে অসমৰ লোকজীৱন বুলি কওঁতে অসমৰ গ্ৰাম্য জীৱনৰ লগতে অসমৰ নৈসৰ্গিক প্ৰকৃতিয়ে সৃষ্টি কৰা সৌন্দৰ্যৰ ৰূপৰেখাৰ ছবিও অৱধাৰিতভাৱে ধৰি ল'ব লাগিব।

অসমীয়া ৰোমাণ্টিক কবিতাত লোকজীৱনৰ পৰা গৃহীত চিত্ৰকল্পসমূহৰ আলোচনা প্ৰসংগত প্ৰথমে অসমৰ গ্ৰাম্য জীৱনৰ ছবি প্ৰতিফলিত হোৱা কবিতাসমূহ বিচাৰ কৰি চোৱা প্ৰয়োজন। ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছে যে অসমীয়া ৰোমাণ্টিক কবিতাৰ জন্মৰ সময়ছোৱাত (ঊনবিংশ শতিকাৰ শেষ দশক) অসমত আধুনিক নাগৰিক সভ্যতাই গঢ় লৈ উঠা নাছিল। প্ৰকৃততে সেই সময়ছোৱাত সমগ্ৰ অসমতেই গাঁৱৰ সহজ-সৰল স্বাভাৱিক জীৱন-ধাৰাটোৱেই অপৰিৱৰ্তিত ৰূপত চলি আছিল। এনে ধৰণৰ গ্ৰামীণ পৰিৱেশৰ পৰা ওলাই অহা অসমীয়া কবিসকল ইংৰাজী শিক্ষাৰে শিক্ষিত আৰু পাশ্চাত্য সভ্যতা-সংস্কৃতিৰ দ্বাৰা অনুপ্ৰাণিত হ'লেও তেওঁলোকৰ কাব্যসৃষ্টিৰ পটভূমিত মূল প্ৰভাৱ বিস্তাৰ কৰি আছিল তেওঁলোক ওলাই অহা সমাজখনৰ ঐতিহ্য আৰু সাংস্কৃতিক চেতনাই। এই সাংস্কৃতিক চেতনা তেওঁলোকৰ সৃষ্টিকৰ্মৰ মাজত স্বাভাৱিকতে প্ৰতিফলিত হৈছিল। সেয়ে কবিতাৰ ভাৱবস্তু, ভাৱশক্তি, ৰূপকল্প আৰু উপমাদি অলংকাৰৰ নান্দনিক দৃষ্টিভংগীত তেওঁলোকৰ সমসাময়িক অসমৰ লোকজীৱনে প্ৰভাৱিত কৰিছিল। কবিমনৰ অনুভৱ প্ৰকাশৰ বাবে প্ৰয়োজনীয় চিত্ৰকল্প ৰচনাৰ ক্ষেত্ৰতো তেওঁলোকে লোকজীৱনৰ পৰাই সমল আহৰণ কৰিছিল।

লোকজীৱনৰ পৰা গৃহীত চিত্ৰকল্পৰ ব্যৱহাৰ পোনপ্ৰথমে চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাতে লক্ষ্য কৰা যায়। লোকজীৱনৰ অতিপ্ৰাকৃত মানসৰ প্ৰতিফলন আগৰৱালাৰ কে'বাটাও কবিতাত লক্ষ্য কৰা যায়। উদাহৰণ, যেনে—

> 'শুকুলী হাতীত উঠি গোসাঁয়ে দেখিলোঁ/এন্ধাৰত মিলেহি পোহৰ মেলি,
> বিকটকলীয়া এটি দানৱ লৰি আহি/পাতিলেহি যুঁৰি এন্ধাৰ মেলি।'
>
> ('সংশয় ৰহস্য', চন্দ্ৰামৃত, পৃষ্ঠা-২০)

উল্লিখিত ভৱকটিত সাধুকথা আৰু পুৰাণৰ চিত্ৰকল্পৰ সহায়ত কবিয়ে অতি সাৰ্থকভাৱে আন্ধাৰ আৰু পোহৰৰ চিৰন্তন যুঁজৰ ছবিখন দাঙি ধৰিছে। একেদৰে 'বনকুঁৱৰী' কবিতাত গহন বনৰ নিজম দুপৰৰ চিত্ৰৰ বৰ্ণনাৰে কবিয়ে এটি অতিপ্ৰাকৃত পৰিৱেশ সাৰ্থকভাৱে অংকন কৰিছে। 'জলকুঁৱৰী' আৰু 'তেজীমলা' কবিতাতো এনে চিত্ৰকল্পৰ প্ৰকাশ লক্ষ্য কৰিব পাৰি।

লক্ষ্মীনাথ বেজবৰুৱাৰ কবিতাৰ চিত্ৰকল্পসমূহৰ সৰহভাগেই অসমৰ গ্ৰাম্যজীৱন আৰু অসমৰ অনুপম প্ৰাকৃতিক সৌন্দৰ্যৰ বাণী-চিত্ৰ। অসমৰ প্ৰকৃতিৰ অপৰূপ ৰূপশোভা চিত্ৰণৰ প্ৰসংগত বেজবৰুৱাৰ 'মালতী' কবিতাটিৰ নাম প্ৰথমে ল'ব পাৰি। যেনে – পুবৰ ৰ'দত চিক্‌মিকাই থকা লুইতৰ পাৰৰ বালি, তেনেদৰে চিক্‌মিকাই আকাশেদি উৰি যোৱা বগলীৰ জালী, পাৰত জিক্‌মিকাই থকা কহুৱা ফুল আৰু পানীত প্ৰতিফলিত তাৰে ছাঁৰ লগত মালতীৰ হাঁহিৰ জিলিকনি – এই সকলোবোৰৰ মাজত প্ৰতিটো বৰ্ণনীয় বিষয়কে একো একোটা চিত্ৰকল্পৰ সহায়ত দাঙি ধৰাৰ যত্ন মন কৰিবলগীয়া (দ্ৰষ্টব্য ঃ 'বলে নোৱৰা সুদৰ্শন', *বেজবৰুৱা গ্ৰন্থাৱলী*, ২য় খণ্ড, পৃষ্ঠা-১০০৫)। আন এটি কবিতাত –

'বীণৰ অতমা সি যে উৰি গুণ গায়,
বাঁহীৰ জীৱন সি যে ডালত কুউৱায়।'

('কবিতা', *গ্ৰন্থাৱলী*, পৃষ্ঠা-৯৪৬)

উদাহৰণটোত 'ভোমোৰা' আৰু 'কুলিৰ' কথা কবিয়ে প্ৰত্যক্ষভাবে কোৱা নাই, কিন্তু কবিয়ে বীণ আৰু বাঁহীৰ সুৰক ভোমোৰাৰ গুণগুণনি আৰু কুলিৰ মধুৰ সুৰৰ লগত তুলনা কৰি এক অনুভৱৰ চিত্ৰকল্প যে নিৰ্মাণ কৰিছে কবিতাফাকি পঢ়াৰ লগে লগে অনুভৱ কৰিব পাৰি।

বেজবৰুৱাৰ 'ধনবৰ আৰু ৰতনী' কবিতাৰ বিষয়বস্তু অসমৰ গ্ৰাম্যজীৱনৰ পৰাই গৃহীত হৈছে। কবিতাটিত অসমৰ গ্ৰাম্যজীৱনৰ আধাৰত নিৰ্মিত চিত্ৰকল্পসমূহৰ যোগেদি কবি বেজবৰুৱাই ধনবৰৰ নিঃসংগতা, অসহায়তা, কাৰুণ্য আৰু বিৰহত দগ্ধ হৃদয়ৰ এখনি নিখুঁত ছবি অংকন কৰিছে। উদাহৰণ স্বৰূপে, বিশাল বৰলুইতে বুকুত খাগৰিৰ জাঁজি লৈ ফেনে-ফোটোকাৰে প্ৰবাহিত হোৱা ৰূপটো দেখি ধনবৰে জীৱন-পথত সাহস আৰু প্ৰত্যয়েৰে আগবাঢ়িবলৈ অসমৰ্থতা প্ৰকাশ কৰিছে, যিহেতু তাৰ কাষত ৰতনী নাই। অসমৰ বুকুলৈ সঞ্জীৱতাৰ বাতৰি কঢ়িয়াই অনা পুবৰ পচোৱা বতাহজাকৰ পৰশতেই ধান গছত থোক মেলে, কিন্তু তেনে সঞ্জীৱ বতাহ ছাটিয়েও ধনবৰৰ হিয়া শাঁত পেলাব পৰা নাই, কাৰণ ৰতনী তাৰ কাষৰ পৰা চিৰদিনৰ বাবে আঁতৰি গৈছে। এনেবোৰ চিত্ৰকল্পই ৰতনী বিহীন ধনবৰৰ নিঃসংগ অৱস্থাৰ কাৰুণ্য দুগুণে উজ্জলাই তুলিছে।

আনহাতে, প্ৰিয়তমাৰ অপৰূপ চকুযুৰিৰ সৌন্দৰ্য বৰ্ণনা কৰিবলৈ যাওঁতেও কবিয়ে লোকজীৱনৰ উপমাহে ব্যৱহাৰ কৰিছে –

'চকু যেন দুই মুকলি দুৱাৰ
প্ৰেমৰ ভঁৰাল ঘৰে।'

('প্ৰিয়তমাৰ সৌন্দৰ্য', *গ্ৰন্থাৱলী*, পৃষ্ঠা-৯৫৮)

ভঁৰালঘৰৰ মুকলি দুৱাৰখনে ভিতৰত খুন্দখাই থকা ধানৰ আভাস দিয়াৰ দৰে প্ৰিয়তমাৰ উন্মীলিত বহল চকুযুৰিয়েও কবিক প্ৰিয়তমাৰ প্ৰেমৰ গভীৰ সৌন্দৰ্যৰ উমান দিছে।

'বিহু' কবিতাত বেজবৰুৱাই বিভিন্ন চিত্ৰকল্পৰ যোগেদি ৰঙালি বিহুৰ এখনি উজ্জ্বল চিত্ৰ অংকন কৰিছে। ন কন্যাক শাহুয়েকে আদৰাৰ দৰে ঢোল-পেঁপা-টকাৰ শব্দেৰে আৰু

গীতৰ বোলেৰে, গছ-বিৰিখৰ কুঁহিপাত, আম গছত আমৰ মল আৰু ডালে ডালে কুকলিয়াই থকা কুলিৰ সুমধুৰ সুৰেৰে যেন বিহু আৰু নতুন বছৰটোক আদৰণি জনাইছে। ল'ৰা-সুৰীয়ে হাতত জুনুকা-ভুৰুকা লৈ বিহুৰ আনন্দত মত্তলীয়া হৈ পৰিছে, জীয়ৰী-বোৱাৰীহঁতে চিৰা-পিঠা খুন্দাত ব্যস্ত হৈ পৰিছে। গৰু বিহুৰ দিনা মাহ-হালধীৰে গৰু-গাই ধুৱাই, কণী-যুঁজ, ম'হ-যুঁজ পাতি গাঁৱৰ ৰাইজে বিহুৰ আনন্দ প্ৰকাশ কৰিছে (দ্ৰষ্টব্য ঃ গ্ৰন্থাৱলী, পৃষ্ঠা-৯৭৬)। কবিতাটিত বৰ্ণিত এনেবোৰ চিত্ৰই ঊনবিংশ শতিকাৰ শেষৰ ফালৰ অসমৰ বঙালি বিহুৰ হুবহু চিত্ৰ এখনকে যেন দাঙি ধৰিছে।

অন্ধবিশ্বাস আৰু কু-সংস্কাৰ লোকজীৱনত এক এৰাব নোৱৰা বিষয়। বেজবৰুৱাৰ কবিতাত এনে অন্ধবিশ্বাস আৰু কু-সংস্কাৰৰ আধাৰত নিৰ্মিত চিত্ৰকল্পৰ ব্যৱহাৰ লক্ষ্য কৰা যায়। উদাহৰণ স্বৰূপে 'ধনবৰ আৰু ৰতনী' কবিতাত 'ফুটুকাৰ ছাঁত যাঁখিনী ছোৱালীয়ে চাপৰি বজোৱা' কাৰ্যৰ মাজেদি আৰু 'ৰতনীৰ বেজাৰ' কবিতাত নিয়াঁতি চৰাইৰ 'নিও নিও' মাতে অমংগলৰ সূচনা কৰে বুলি কৈ অসমীয়া সমাজত প্ৰচলিত অন্ধবিশ্বাসৰ ছবি এখন ফুটাই তোলা হৈছে।

মফিজুদ্দিন আহমদ হাজৰিকাৰ কবিতাতো লোকজীৱনৰ পৰা গৃহীত চিত্ৰকল্পৰ সমাবেশ লক্ষ্য কৰিব পাৰি। তেওঁৰ 'মুনিচুনি বেলি' কবিতাত সন্ধ্যাৰ আগমনৰ চিত্ৰ এনেদৰে অংকন কৰিছে — সন্ধ্যাৰ আগমনৰ পূৰ্বে অস্তমিত সূৰ্যৰ সোণালী কিৰণে গছ-বিৰিখত পৰি এক মোহময় পৰিবেশৰ সৃষ্টি কৰিছে, নৈৰ বুকুত সূৰ্যৰ ৰাঙলী বৰণ প্ৰতিফলিত হৈছে; গৰু-গাই চৰাই আহি গৰখীয়াই গোহালিৰ জপনা বন্ধ কৰিছে; চৰাই-চিৰিকটি, হালোৱা-হজুৱা সকলোৱেই নিজ নিজ পঁজালৈ ঘূৰি আহিছে; গৃহিণীসকল আথল ঘৰত সোমাইছে; সোনকালে ভাত বিচাৰি কম বয়সীয়া ল'ৰা-ছোৱালীবোৰে মাকহঁতক আমনি কৰিছে আৰু সিহঁতৰ আমনিত অতিষ্ঠ হৈ মাকহঁতে টকা দি সিহঁতক শুৱাবৰ যত্ন কৰিছে — গ্ৰাম্য জীৱনৰ আধাৰত নিৰ্মিত কবিতাটিৰ এনেবোৰ চিত্ৰকল্পই অসমৰ গাঁৱৰ জীৱনৰ এখনি জীৱন্ত চিত্ৰকে মানোন প্ৰতিভাত কৰিছে (দ্ৰষ্টব্য ঃ ৰচনাৱলী, পৃষ্ঠা-১৭-১৮)। এইটি কবিতাতে অসমীয়া সমাজত মৃত্যুৰ পাছত অনুষ্ঠিত সংস্কাৰৰ ছবি এখনো কবিয়ে বিশদভাৱে দাঙি ধৰিছে।

হাজৰিকাই তেওঁৰ জতুৱা শব্দচয়ন আৰু সহজ-সৰল বৰ্ণনাৰীতিৰে বক্তব্য বিষয়ৰ এখনি স্পষ্ট চিত্ৰ পাঠকৰ আগত দাঙি ধৰে। এই সন্দৰ্ভত তলৰ বৰ্ণনাটিলৈ আঙুলিয়াব পাৰি—

'আহা! কেনে নিজৰীয়া, কেনে নিজম্বাল/যেনি চাওঁ, দেখা পাওঁ, নিমাত-নিটাল
কাঁহ পৰি যায় জীণ, গভীৰ গহীন/কিবে এটি বাজি আছে নিবাশাৰ বীণ।
কিবে এটি কেনে জানো বিভা ভাব ধৰা/বই বই যায় বয় মৈলামৰ পৰা,
কিবে এটি চাটিকুটি বেজাৰৰ ঠাই/শুনো কেন কিবা যেন কাণে হাঁয় হাঁয়।'
('মকিশালিৰ্ধনি', ৰচনাৱলী, পৃষ্ঠা-১১)

ওপৰৰ উদাহৰণটোত 'কাঁহ পৰি যায় জীণ', 'নিবাশাৰ বীণ', 'বিভা ভাব ধৰা' আদি চিত্ৰকল্পই মকিশালিৰ নিজম নিটাল স্বৰূপটো অতি সাৰ্থক ৰূপত দাঙি ধৰিছে।

আনন্দচন্দ্ৰ আগৰৱালাই লোকজীৱনৰ পৰা গ্ৰহণ কৰা চিত্ৰকল্পসমূহৰ সৰহভাগেই অসমৰ নিসৰ্গ দৃশ্যৰ আলমত ৰচিত। এই প্ৰসংগত আগৰৱালাৰ 'আমাৰ গাঁও' কবিতাটিলৈ আঙুলিয়াব পাৰি য'ত সুখ-সমৃদ্ধিৰে ভৰপূৰ আনন্দমুখৰ এখন গাঁৱৰ ছবি বিভিন্ন চিত্ৰৰ মাজেৰে জীৱন্ত হৈ আছে (দ্ৰষ্টব্য ঃ *গ্ৰন্থাৱলী*, পৃষ্ঠা-১৫)। নৈসৰ্গিক প্ৰকৃতিৰ চিত্ৰকল্প ৰচনাত তেওঁৰ সাৰ্থকতা অনুভৱ কৰিব পাৰি 'কদমৰ কথা'ত (দ্ৰষ্টব্য ঃ *গ্ৰন্থাৱলী*, পৃষ্ঠা-১৬)। কবিতাটিত কবিয়ে উষাই 'আন্ধাৰৰ ওৰণি *ঠেলি*', 'বেলিৰ তিলক পিন্ধি' পূৱফালে বসুধাক ধীৰে ধীৰে পোহৰাই তোলা চিত্ৰকল্পৰে সূৰ্যোদয়ৰ এখনি মোহনীয় ছবি অংকন কৰিছে। আগৰৱালাৰ অন্যান্য কবিতাতো এনে ধৰণৰ নিসৰ্গ চিত্ৰকল্পৰ ব্যৱহাৰ লক্ষ্য কৰা যায়। উদাহৰণ, যেনে–

'মালতীৰ মালা তোৰ সাতশৰী/গুটিমালী তোৰ খাৰু
খোপাত পিন্ধিছ বকুলৰ মালা/হাতত গোলাপ আৰু।'
('দেৱকন্যা মানৱী বেশেৰে', *গ্ৰন্থাৱলী*, পৃষ্ঠা-২১)

চিত্ৰকল্পৰ বৈভৱৰ দিশৰ পৰা অসমীয়া ৰোমাণ্টিক কবিতাত স্মৰণযোগ্য কবিজন হ'ল ৰঘুনাথ চৌধাৰী। চৌধাৰীৰ কবিতা-পুথিসমূহৰ অধিকাংশ চিত্ৰকল্পই অসমৰ লোকজীৱনৰ আধাৰতে গঢ় লৈ উঠিছে। এই প্ৰসংগত পোন প্ৰথমেই চৌধাৰীৰ 'ব'হাগীৰ বিয়া' কবিতাটি উল্লেখ কৰিব পাৰি। কবিতাটিত কবিয়ে অসমীয়া সমাজৰ বিয়াৰ চিত্ৰ এখন অপূৰ্ব ৰূপত অংকন কৰিছে। প্ৰেমিক ভ্ৰমৰৰ মুখত বিয়াৰ বাতৰি পাই অশোক-পলাশ-শিমলু-মদাৰ আদি সকলো গছ-বিৰিখে পুৰণি সাজ সলাই নতুন সাজ পিন্ধিছে, মলয়া বতাহে ফুলৰ গন্ধ বোকোচাত লৈ বিলাই ফুৰিছে, ফেচু চৰায়ে মংগল উৰুলি দিছে, বিয়াত কইনাক জোৰোণ পিন্ধাবলৈ পাটমাদৈয়ে পাটৰ চেলেং গাত লৈ আহিছে। এগৰাকী অসমীয়া কইনাক বিয়াত সজাই-পৰাই তোলা জীৱন্ত এখনি ছবি কবিয়ে নানা ফুল আৰু চৰাইৰ কাৰ্যৰ মাজেদি অতি মনোৰম আৰু আকৰ্ষণীয় ৰূপত বৰ্ণনা কৰিছে। দৰা সাজি বসন্ত প্ৰৱেশ কৰাৰ পাছত কবিৰ বৰ্ণনাই আমাৰ গাঁৱৰ জীৱনৰ এখনি বিবাহ-চিত্ৰলৈ মনত পেলাই দিয়ে–

'মাৰিলেহি মেঘে ঢোলত চাপৰ/জিলিয়ে বজাই কালি,
টুনি বুলবুলি নাচে চেৰে চেৰে/হেটুলুকা ওজাপালি।'
(*ৰচনাৱলী*, পৃষ্ঠা-১১)

এনেদৰে কবিয়ে কবিতাটিত বসন্তকালৰ অপৰূপ বনশোভাৰ বিভিন্ন নিসৰ্গ চিত্ৰকল্পৰে অসমীয়া বিবাহ অনুষ্ঠানৰ এখনি ৰবহ চিত্ৰ অংকন কৰিছে।

একেদৰে 'কেতেকী' কাব্যৰ দ্বিতীয় স্তবংগত কবিয়ে কেতেকী চৰাইজনীৰ অমিয়াৰবৰা গীতৰ প্ৰভাৱ কিছুমান অতি মধুৰ চিত্ৰকল্পৰে প্ৰকাশ কৰিছে। উদাহৰণ, যেনে–

'তোৰ মাত শুনি লাজুকী বোৱাৰী/বৰলই এৰে তাঁত
হাতৰ মাকোটি হাতজোই ৰয়/হেৰায় মুখৰ মাত।

সেইটি সুৰতে জীয়াৰী ছোৱালী/আপোন পাহৰা হয়
যঁতৰত থকা মহৰা কাঠিটি/যঁতৰতে লাগি ৰয়। ইত্যাদি।'

(ৰচনাৱলী, পৃষ্ঠা-১৬৩)

উল্লিখিত স্তৱকটিত কেতেকীৰ গীতৰ সুৰত মুগ্ধ হৈ তাঁতৰ পাটত থকা বোৱাৰীৰ 'হাতৰ মাকোটি হাততেই বোৱা', 'যঁতৰত থকা মহৰা কাঠিটি যঁতৰতে লাগি ৰোৱা' আদি ধৰণৰ চিত্ৰকল্পই কবিৰ মৌলিকত্বকে প্ৰতিপাদন কৰিছে।

আনহাতে 'দহিকতৰা' কবিতাত অসমৰ বিনন্দীয়া প্ৰকৃতিৰ স্বৰূপটো দ্যুতিমান স্তৱকতে কবিয়ে অতি উজ্জ্বল ৰূপত পাঠকৰ মানস-পটত উদ্ভাসিত কৰি তুলিবলৈ সক্ষম হৈছে। উদাহৰণ, যেনে–

'সোণগুটি সোণাৰুৱে লই খোপামণি/কনক কবিতা ৰচি/
দিছে প্ৰেম উপৰ্যাচি/ধৱল মেঘৰ বুকু তুলাপাতখনি/
কত কাব্যকথাৰেই হইছে শুৱনি/জুইতৰ কাণে কাণে কহুবাৰ ফুল/
বতাহত হালি জালি/ঢৌৰে ঢৌৰে ঢৌ খেলি/
তুষাৰ ধৱল কান্তি ধৰিছে বিপুল/যেন সুৰ তৰংগিনী পুলকে আকুল'।

(ৰচনাৱলী, পৃষ্ঠা-২৫৯-৬০)

এনেবোৰ চিত্ৰকল্প আমাৰ চিনাকি অথচ এনে চিনাকি চিত্ৰৰ মাজেৰেই কবিয়ে কবিতাটিত এক অভিনৱ সৌন্দৰ্যৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে।

চৌধাৰীৰ যিবোৰ কবিতাত ব্যক্তিগত জীৱনৰ ছাঁ প্ৰতিফলিত হৈছে তেনেবোৰ কবিতাৰ চিত্ৰকল্পতো আমি লোকজীৱনৰ উপাদান প্ৰত্যক্ষ কৰোঁ। এই সন্দৰ্ভত তেওঁৰ 'বণিজৰ কথা' কবিতাটিলৈ আঙুলিয়াব পাৰি য'ত কবি-জীৱনৰ অভিব্যক্তি অতি স্পষ্ট ৰূপত প্ৰকাশিত হৈছে। জীৱনৰ দুখ-যন্ত্ৰণা, ব্যৰ্থতা-বেদনাই চেপি-খুন্দি থোৱা কবিৰ দুঃখময় জীৱনৰ স্বৰূপটো কবিয়ে 'নেওচনি খোৱা দুবাৰডলি', 'আধা-পোৰা কাঠখৰি', 'কিলৰ গাঁক', 'বাটলুগুটীয়া শিলগুটি', 'ডলাৰ কণৰী' আদি উপমাৰে অতি সাৰ্থক ৰূপত প্ৰকাশ কৰিছে (দ্ৰষ্টব্য : ৰচনাৱলী, পৃষ্ঠা-১৩০)। দুঃখ-যন্ত্ৰণাভৰা জীৱনৰ উপমা দিবলৈ গৈ কবিয়ে ব্যৱহাৰ কৰা চিত্ৰকল্পসমূহ, যেনে– 'পিটনিত পৰা সুগৰি' (বণিজৰ কথা), 'কাতৰি শালত চেপি-খুন্দি গুৰি হোৱা' (বণিজৰ কথা), 'লালীত পৰা পকৰা' (বিশ্বৰূপ) আদিত লোকজীৱনৰ চিত্ৰই প্ৰাধান্য লাভ কৰিছে।

লোকজীৱনৰ আলমত নিৰ্মিত জিতেশ্বৰ নেওগৰ কবিতৰ চিত্ৰকল্পত অসমৰ নৈসৰ্গিক প্ৰকৃতিৰ ৰূপ প্ৰতিফলিত হোৱা লক্ষ্য কৰা যায়। উদাহৰণ স্বৰূপে 'গাঁৱৰ স্মৃতি' কবিতাত পুৱতি নিশাতে কুলিয়ে মংগল উৰুলি দিয়া, হেজুলী বেলিয়ে পূব গগনত সিন্দুৰৰ বৰণ সনা, দিনৰ শেষত আক্তাৰৰ ডেউকাৰ পৰা ধীৰে ধীৰে আন্ধাৰ সৰি পৰা আদি মনোৰম চিত্ৰকল্পৰে তেওঁ পুৱা আৰু সন্ধ্যাৰ মোহনীয় ছবি অংকন কৰিছে (দ্ৰষ্টব্য : নেওগ কাব্যমালা, পৃষ্ঠা-১৩৩)। এনেবোৰ নিসৰ্গ চিত্ৰৰ মাজেদিয়েই কেতিয়াবা লোকজীৱনেও ভুমুকিয়াই

গৈছে। যেনে—

'পুবাৰ শোৱালি ফুলে
লাহতী কড়িয়া পিন্ধাই কাণত/নিয়ৰৰ অশ্রুজলে।'

('অঞ্জলি', *নেওগ কাব্যমালা*, পৃষ্ঠা-৬১)

উল্লিখিত স্তৱকটিত শেৱালি ফুলে 'নিয়ৰৰ অশ্রুজলেৰে লাহতী কড়িয়া' পিন্ধোৱা দর্পণ চিত্রকল্পটিৰে কবিয়ে শাৰদীয় প্রকৃতিৰ এখনি ৰমণীয় ছবি অংকন কৰিছে। তাৰ উপৰি, নেওগৰ কবিতাত অসমৰ লোকজীৱনৰ প্রধান উছৱ ৰঙালি বিহুৰ ভালেমান চিত্রও আকর্ষণীয় ৰূপত চিত্রিত হৈছে (দ্রষ্টব্য ঃ 'বিহু', 'প্রথম উৰুকা' আদি কবিতা। *নেওগ কাব্যমালা*, পৃষ্ঠা-৭৯, ৯২—৯৭)।

পার্বতিপ্রসাদ বৰুৱাই অসমৰ শাৰদীয় প্রকৃতিৰ বুকুত সৌন্দর্যৰ মনোমোহা খনি আৱিষ্কাৰ কৰি অসমৰ প্রকৃতিক এক অভিনৱ ৰূপত প্রত্যক্ষ কৰিছে। তেওঁৰ গীত আৰু কবিতাসমূহত প্রচুৰ চিত্রকল্পৰ ব্যৱহাৰ লক্ষ্য কৰিব পাৰি। এনে চিত্রকল্পসমূহৰ অধিকাংশই অসমৰ লোকজীৱনৰ আধাৰতে নির্মিত, উদাহৰণ, যেনে—

'কলীয়া ডাৱৰে চকুপানী টোকা/কান্দোন পৰিল ওৰ
আকাশত উৰিলে কপাহৰ জোলা/বাজিছে ৰঙৰে সুৰ.......
ডাৱৰৰ যুঁজত সূৰুয জিকিলে/এন্ধাৰ ক'ৰবালে গ'ল
পোহৰৰ কাড়েৰে ডাৱৰ সৰকালে/বতৰ ফৰকাল হ'ল।'

(১০নং গীত, *শুকুলা ডাৱৰ ঐ কহুৱা ফুল*, ৰচনাৱলী, পৃষ্ঠা-১৬৫)

উল্লিখিত স্তৱক দুটিত কবিয়ে বাৰিষাৰ অন্তত আগমন হোৱা শান্ত-সমাহিত শৰত কালৰ এক মনোমুগ্ধকৰ ছবি অংকন কৰিছে। 'আকাশত কপাহৰ জোলা উৰা', 'পোহৰৰ কাড়েৰে ডাৱৰ সৰকোৱা' আদি চিত্রকল্প একাধাৰে অভিনৱ আৰু ঘৰুৱা। শৰত ঋতু কবিৰ দৃষ্টিত 'বগা ডাৱৰেৰে মূৰত পাগুৰি মাৰি অহা কোঁৱৰ' ৰূপত প্রতিভাত হৈছে। এনেদৰে অসমৰ লোকজীৱনৰ সমল তেওঁৰ কবিতাৰ বিভিন্ন চিত্রকল্পৰ মাজেদি প্রকাশিত হৈছে। উদাহৰণ স্বৰূপে — ডাৱৰে মৃদং বজোৱা, ডাৱৰৰ গুৰু গুৰু শব্দত কবিয়ে বায়নৰ খোলৰ বোলৰ উপমা বিচাৰি পোৱা আদিত জাতীয় জীৱনৰ ছবি একোখনিয়েই প্রকাশিত হৈছে। শৰতৰ বগা ডাৱৰে কবিৰ দৃষ্টিত 'জালিকটা সুৰুঙাৰেহে' ভুমুকিয়াই চায়, কবিয়ে তেতিয়া 'মাটিত মেঘৰ সুৰ জাগে' যেন অনুভৱ কৰে।

পার্বতিপ্রসাদে ব্যৱহাৰ কৰা নিসর্গ চিত্রকল্পবোৰৰ মাজেদি অসমৰ গাঁৱৰ জীৱনৰ ছবি একোখনো কেতিয়াবা জিলিকি উঠে। যেনে—

'জুৰণি বতাহত ধাননি কঁপিলে/ওপৰে উৰিলে টুনী
সন্ধিয়াৰ বেলিকা দূৰণি গাঁৱতে/ডবা-কাঁহ বজোৱা শুনি।'

('জুৰণি বতাহত', *ৰচনাৱলী*, পৃষ্ঠা-১৩৪)

ইয়াৰ উপৰিও, তেওঁৰ কবিতাৰ নিসর্গ চিত্রকল্পবোৰে এক অভিনৱ সৌন্দর্যানুভূতিৰো

জন্ম দিছে। যেনে—'দুপৰ নিশাৰ নিয়ৰে কান্দে টপ টপ টপ' (উজাগাৰে, *ৰচনাৱলী*, পৃষ্ঠা-৫৯), 'পদুলি মুখৰ নাহৰ গছে, তাম বৰণীয়া কুঁহিপাতেৰে জুই আগুনিৰ আৱিয়া জ্বলাই' (বলমুৱা খেলবো হৰি, *ৰচনাৱলী*, পৃষ্ঠা-৬৩), 'নীল আকাশত নিতৌ নিশা তৰাই আখৰ লিখে' (নিতৌ দিকে দিকে, *ৰচনাৱলী*, পৃষ্ঠা-১০২), 'জোনাকী পৰুৱাই আন্ধাৰৰ আঁৰত তৰাৰ চানেকি তোলে' (জোনাকী, দ্র' জোনাকী, *ৰচনাৱলী*, পৃষ্ঠা ১০৯), 'সুৰুযৰ কোঁৱৰে চুটি মেলি আহে, চেকুৰাই সাতোটি ঘোঁৰা' (পাটকাই পৰ্বতত, *ৰচনাৱলী*, পৃষ্ঠা-১৩০), 'অৰণ্যৰ মাজত প্ৰভাতী পখীয়ে, পূৰৱী প্ৰসংগ গায়' (অৰণ্যৰ মাজত, *ৰচনাৱলী*, পৃষ্ঠা-১৩১), 'শুকাবৰ বাঢ়নী পানীত লেকলৌ পৰুৱা উটি আহে' (১০নং গীত, *ৰচনাৱলী*, পৃষ্ঠা-১৬৫) ইত্যাদি। এনেবোৰ চিত্ৰকল্পই অপৰূপ প্ৰাকৃতিক সৌন্দৰ্য সৃষ্টি কৰাৰ লগতে অসমৰ লোকজীৱনৰ ছবি একোখনো জীৱন্ত কৰি তুলিছে।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ গীত আৰু কবিতাসমূহত আছে স্বদেশপ্ৰেমৰ এক উদাত্ত আহ্বান। তেওঁৰ কবিতাৰ ভাষা শক্তিশালী আৰু চিত্ৰকল্পৰ ব্যৱহাৰো বৰ্ণাঢ্য। তেওঁৰ কোনো কোনো গীত আৰু কবিতা চিত্ৰবৈভৱৰ বাবেই ৰমণীয় হৈ উঠিছে। উদাহৰণ, যেনে—

'ফুলৰ পাহিত কোনে বৈ গলি/এটুপি চকুৰ পানী/
পুৱাৰ পোহৰে আহি চুমা খালে/বেলিৰ মৰম সানি/
চুমা চেনেহত পমি নাইকিয়া হ'ল/বেজাৰ মৰমে দুয়ো লগালাগি
থিতাতে মৰাপী ই যে কি আপুনি/আসাসত উঠি গ'ল/
বেজাৰৰ সোণতে মৰমৰ মুকুতাইয়ে/আলসুৱা ৰূপ ধৰে/
চকুলোটুপিতে পোহৰ উমলি/পৃথিৱী ধুনীয়া কৰে।'

(গীত নং-- ৮, *ৰচনাৱলী*, পৃষ্ঠা-৫২৭)

উদাহৰণটিত সূৰ্যোদয়ৰ সময়ৰ এক মনোৰম চিত্ৰ কবিৰ বৰ্ণনাত উজলি উঠিছে। 'নিয়ৰ কণা'ৰ আলমত কবিয়ে বিভিন্ন চিত্ৰকল্পৰ পোহাৰ তৰিছে। এনে ধৰণৰ নৈসৰ্গিক সৌন্দৰ্যৰ মনোমোহা চিত্ৰকল্প তেওঁৰ আন কে'বাটিও গীত আৰু কবিতাত লক্ষ্য কৰা যায়। যেনে-

'কণা ভাৰৰে পাহি/তাতে আঁকবাক পখিলা/
পৰিলে লাহি/বতা বেৰতীৰে হেঙুলী হাঁহি।'

(গীত নং--১৯, *ৰচনাৱলী*, পৃষ্ঠা-৫৩১)

*   *   *   *

'পুৱাৰ চকুপানী/দুবৰিত জিলিকে।
নিশা বিদায়ৰ পৰতে।'

(গীত নং—২১১, *ৰচনাৱলী*, পৃষ্ঠা-৫৯৫)

উল্লিখিত স্তৱকবোৰত অসমৰ বিননীয়া প্ৰকৃতিৰ ছবি একোখনেই যেন জিলিকি আছে।

জ্যোতিপ্ৰসাদৰ গীত আৰু কবিতাত অসমৰ লোকজীৱনৰ সমল যথেষ্ট ব্যৱহৃত হৈছে। চিত্ৰকল্প ৰচনাৰ ক্ষেত্ৰতো তেওঁৰ গীত আৰু কবিতাত লোকজীৱনৰ উপাদানে স্থান উজিয়াই

পোৱা দেখা যায়। উদাহৰণ, যেনে–

'তোৰ কোলাৰে জাতি বাহ জুপিয়ে/থকা ঘৰ মোক দিয়ে/
ইকৰা-খাগৰিৰ উলু খেৰণিয়ে/হজুৰা বনুৰা জীয়ে/
তোৰে মৰমতে ধাননি উপচি/মাণিকী মধুৰী আছে/
তোৰে চেনেহত ফুলা সৰিয়হে/পাহি মেলি খেলি হাঁহে।'
('অ' মোৰ ধুনীয়া গাঁও, *ৰচনাৱলী*, পৃষ্ঠা-৬৫৪)

* * *

'সেউজীয়া পথাৰত/সোণ ধান ফুলিলে/ধাননি শুৱনি কৈ/
সোণ যেন মুগাৰে/বিহানো মেখেলা/পিন্ধি ফুলেৰছা/
গাঁৱৰে বুকুতে ফুলিছো অ'ই/হাতত মাকোটি লৈ।
('গাঁৱৰ জীয়াৰী', *ৰচনাৱলী*, পৃষ্ঠা-৬৭২)

ওপৰৰ দুয়োটি স্তৱকত অসমৰ গাঁৱৰ জীৱনৰ ছবি একোখনিয়েই জীৱন্ত হৈ আছে। তেওঁৰ গীত আৰু কবিতাৰ কিছুমান চৰণত ব্যৱহৃত কিছুমান চিত্ৰকল্পৰ মাজেদি হঠাৎ কেতিয়াবা অসমৰ লোকজীৱনটো উদ্ভাসি উঠা দেখা যায়। যেনে–

'চৰণীয়া পথাৰৰ গৰখীয়া গীত,
দূৰণিবটীয়াৰ হৰিলি চিৎ।' (*ৰচনাৱলী*, পৃষ্ঠা-৫৭৮)

* * *

'বনগীতটো পেঁপাত বজাই/পথাৰ বাটে যাবি
বাৰে চহৰৰ বৰ সবাহত/বৰগীতটো গাবি!' (পৃষ্ঠা-৫৭৮)

* * *

বিহু গামোচাত/আচুৰে নাবাচি/
গুণাৰে বাচিলি ফুল।' (পৃষ্ঠা-৫৪০)

* * *

'মাহ হালধী সানি কিয়
কইনাজনী নোৱালি।' (পৃষ্ঠা-৫৪৬)

* * *

'ওপজা গাঁৱৰ মোৰ বকুলৰ তলৰ পৰা/জুৰিটিৰ পাৰে পাৰে/
বনঘোৰা বিহুনাম গাই/লুইতৰ দুপাৰৰ কহুৱা বনত/
বৰগীত গাওঁ।' (পৃষ্ঠা-৬২১)

এনেবোৰ চিত্ৰকল্পই অসমৰ লোকজীৱনৰ প্ৰতি কবিৰ গভীৰ মমত্ববোধৰ পৰিচয় বহন কৰিছে।

আনন্দচন্দ্ৰ বৰুৱাই তেওঁৰ কবিতাসমূহত অভিজ্ঞতাৰ বিবোৰ চিত্ৰকল্প অংকন কৰিছে তাৰ সৰহভাগ দৰ্পণ আৰু স্মৃতি চিত্ৰকল্প। তেওঁৰ কবিতাত সততে অসমৰ নৈসৰ্গিক প্ৰকৃতিৰ আলমত নিৰ্মিত ভালেমান আটকধুনীয়া চিত্ৰকল্পৰ পৰিচয় পোৱা যায়। উদাহৰণ, যেনে–

'মোৰ সেই মনোৰমাজনী/আহিন মহীয়া/
যেন্দ্ৰজালি দিয়া শান্ত শীতল পুৱা/গাখীৰ বৰণীয়া হৈ/
নিজান গাঁৱৰ মূৰত থকা/মাহতলীবোৰত/বগলী লগত লৈ/
বিচাৰি ফুৰিছে/হেৰোৱা বেহানি/মৌন মুগ্ধ হৈ।'

('মনোৰমা', *বকুল বনৰ কবিতা*, পৃষ্ঠা-৮৬)

উল্লিখিত স্তৱকটিত কবিয়ে 'মনোৰমা'ৰ ৰূপ বৰ্ণনা কৰিবলৈ গৈ প্ৰকৃতাৰ্থতে অসমৰ শাৰদীয় প্ৰকৃতিৰ এখনি অপৰূপ ছবিহে অংকন কৰিছে। একেদৰে 'পূণ্য প্ৰভাত' শীৰ্ষক কবিতাত পুৱাৰ অৰুণে নিশাৰ ওৰণিৰ যৱনিকা আঁতৰোৱা, সূৰ্যোদয়ৰ লগে লগে নিমাতী ধৰাখনি পুনৰ সৰব হৈ পৰা আদি দৰ্পণ চিত্ৰকল্পৰে তেওঁ পুৱাৰ এখনি মনোৰম ছবি অংকন কৰিছে (দ্ৰষ্টব্য ঃ *বকুল বনৰ কবিতা*, পৃষ্ঠা-১১২)। অসমৰ লোকজীৱনৰ আলমত নিৰ্মিত বৰুৱাৰ কবিতাৰ চিত্ৰকল্পসমূহৰ অধিকাংশতে অসমৰ খিলঞ্জীয়া প্ৰকৃতিৰ ৰূপছবি একোখনো নিবিড়ভাৱে গোট খাই আছে। যেনে—

'আবেলি আবেলি চোমনি দবাত/কপৌৱে কুৰুলি দি/
নাও বাই যোৱা ব'ৰাগী মনক/থৈছিলগৈ কোনোবা দেশত/
টোৱে কোবাই নি।' (*বকুল বনৰ কবিতা*, পৃষ্ঠা-৪৩)

* * *

'তুলসীৰ ভেটিৰ বস্তা মাটিবোৰে/মিচিকি হাঁহিবে যেন/
জনালে নীৰৱে কঙাল গাঁৱৰ/শান্ত ধৰণী প্ৰেম।' (পৃষ্ঠা-১৫)

* * *

'তৰা বহা আকাশৰ ফুলাম খনীয়া
কাঢ়ি আনি তুমি গাত লোৱা।' (পৃষ্ঠা-৫০)

বৰুৱাৰ কবিতাৰ কিছুমান চৰণৰ অপূৰ্ব শব্দ-নিৰ্বাচনত অসমৰ লোকজীৱনৰ আৰু অসমৰ গ্ৰাম্য প্ৰকৃতিৰ একোখনি ছবি হঠাৎ জীৱন্ত হৈ উঠা প্ৰত্যক্ষ কৰা যায়। উদাহৰণ স্বৰূপে, 'গাখীৰ ওলোৱা কেঁচা ধানবোৰে মূৰ দোওৱা' (কাতি বিহুৰ দিনা), 'জয়াল সেন্দুৰে লৈ ভগামগা ফোট পিন্ধোৱা' (উৰাল), 'গাতভৰ গলপতাত খনিৰ ৰহস্য লৈ পোহালজলি জিলিকি থকা' (সৰ্বমংগলা), 'কাতিৰ কুঁৱলীয়ে ভাত বাঢ়ি কৰা পুৱা' (সিঁচিৰি বন) আদি চিত্ৰকল্প এই প্ৰসংগত স্মৰণযোগ্য।

জাতীয়তাবাদী ভাবধাৰাৰে সমৃদ্ধ বিনন্দচন্দ্ৰ বৰুৱাৰ কবিতাত চিত্ৰকল্পৰ ব্যৱহাৰো সীমিত। তেওঁৰ কবিতাত ব্যৱহৃত সৰহভাগ চিত্ৰকল্পই অসমৰ নৈসৰ্গিক প্ৰকৃতিৰ আধাৰত নিৰ্মিত, সেয়ে অসমৰ নৈ-নিজৰা, গছ-বিৰিখ, পথাৰ-সমাৰ আদিকলাত খুকলিমুকলীয়া প্ৰাকৃতিক দৃশ্যাৱলী তেওঁৰ কবিতাত প্ৰকাশিত হৈছে। উদাহৰণ স্বৰূপে 'কুঁৱলীৰ ধুঁৱলী আঁতৰাই পুৱাতে সোণৰ পানী চৰোৱা বেলিয়ে প্ৰকাশ লাভ কৰা' (ব'হাগীৰ গীত), 'অনন্তৰ বিনিময়তি এটি পশ্চিমত লীন হোৱা' (গোধিল কোঁৱৰ) আদি চিত্ৰকল্পৰে তেওঁ পুৱা-সন্ধ্যাৰ মনোৰম ছবি

আঁকিছে। অসমৰ লোকজীৱনৰ সমল-সম্পৃক্ত নৈসৰ্গিক চিত্ৰকল্প তেওঁৰ কবিতাত নোহোৱা নহয়। উদাহৰণ স্বৰূপে বুঢ়া আঁহত গছে ন কুঁহিপাতেৰে জোপোহা হৈ আলাসতে বৰজাপি ধৰা (আঁহত জুপি, *শিশুধ্বনি*, পৃষ্ঠা-৩১), ধাননিৰ মাজত বগা ধকেধকি বগিয়াক কোনোবা দেৱতাৰ ল'ৰাই চেলেং পেলাই যোৱা (পথাৰৰ বগিয়া, *শিশুধ্বনি*, পৃষ্ঠা-৪৭) আদি চিত্ৰকল্পলৈ এই প্ৰসংগত আঙুলিয়াব পাৰি।

বিনন্দচন্দ্ৰ বৰুৱাই তেওঁৰ জাতীয়তাবাদী ভাৱধাৰাৰ কবিতাসমূহত অসমৰ গ্ৰাম্য জীৱনক প্ৰতিনিধিত্ব কৰা চৰিত্ৰৰ মাজেদি অসমৰ গ্ৰাম্য সমাজৰ ছবি একোখনিও অংকন কৰিছে। উদাহৰণ, যেনে—

'ব'ৰাগীৰ গাত মিৰজাই চোলা ওলমি পৰিছে চিৰিলি ফটা
কোনোবাকলীয়া মুগাৰ চুৰীয়া, কঁকালত কঁঙালি টানকৈ আঁটা।
ফুলাম গামোচা কানত পেলাই কঁকালত খোচে ভোলোঙাখনি
গেৰুৱা তামোলৰ লাখুটি হাতত ডিঙিত ওলমি পৰিছে মণি।'.....

('শ্মশান', *শংখধ্বনি*, পৃষ্ঠা-২১)

কবিৰ এনে বৰ্ণনাই আমাৰ মানস-পটত প্ৰাচীন অসমীয়া সমাজৰ ব'ৰাগী লোক এজনৰ ছবি এখনি জিলিকাই তোলে। তেওঁৰ কবিতাত কেতিয়াবা গ্ৰাম্যজীৱনৰ একোখনি চিত্ৰ প্ৰাকৃতিক বৰ্ণনাৰ মাজতে হঠাৎ উজ্জ্বল হৈ প্ৰতিভাত হোৱা লক্ষ্য কৰা যায়। উদাহৰণ স্বৰূপে, কুলিৰ মাতে বসন্তৰ আগলি বতৰা আনে, প্ৰকৃতি জগতত নতুন প্ৰাণৰ সঞ্চাৰ হয়; কবিয়ে অনুভৱ কৰিছে 'নিঠুৰ শীতৰ মাহী মৰমৰ শোক' পাহৰিহে যেন গছ-বিৰিখত নতুন কুঁহিপাতে প্ৰকাশ লাভ কৰিছে (আগলিকা, *প্ৰতিধ্বনি*, পৃষ্ঠা-৭৫)। একেদৰে 'গছৰ শিৰত ফুলৰ শৰাই পাতি বোকোচাত বিহু লৈ বসন্ত অহা' ('যোৰহাটৰ আটলীয়া গাঁও'), নাহৰে শীতৰ পৰশ পাহৰি গৈ ফুলেৰে সৰুা ধিয়াই দৌল বন্ধা (পূৰ্বোক্ত কবিতা), ৰাতি আকাশৰ নীলা ফুলনিত তৰাফুল ফুলা (তোমাৰ পূজা), ধুমুহাই বোকোচাত ডাৱৰ আনি আকাশখন কাউৰীৰ কণী যেন ক'লা কৰা (ধুমুহা) আদি চিত্ৰকল্পই এহাতে কবিৰ কল্পনা-মাধুৰ্যৰ পৰিচয় দিয়াৰ লগে লগে কাব্যিক সৌন্দৰ্যবো সৃষ্টি কৰিছে।

উল্লিখিত কবিসকলৰ উপৰিও আন অসমীয়া ৰোমাণ্টিক কবিৰ কবিতাতো লোকজীৱনৰ পৰা গৃহীত চিত্ৰকল্পৰ প্ৰয়োগ লক্ষ্য কৰা যায়। এই ক্ষেত্ৰত পোন প্ৰথমে নাম ল'ব পাৰি ৰত্নেশ্বৰ মহন্তৰ। কবিতাৰ ভাৱ-বৈচিত্ৰ্য আৰু ৰূপকল্পৰ দিশৰ পৰা মহন্তৰ কবিতা বৰ্ণাঢ্য বুলি ক'ব পৰা নাযায় যদিও লোকজীৱনৰ চিত্ৰৰ ব্যৱহাৰৰ দিশৰ পৰা কিন্তু তেওঁৰ কবিতাই বিশেষ উল্লেখৰ দাবী ৰাখে। তেওঁৰ 'শিশু' কবিতাত 'ধানখেৰৰ পাচিত শুৱাই থোৱা' শিশুৰ চিত্ৰকল্পই পোনচাটেই অসমৰ ভিতৰুৱা গাঁৱৰ এখন ছবি আমাৰ মানস-পটত জিলিকাই তোলে। একেদৰে তেওঁৰ 'গাঁৱলীয়া বোৱাৰী' কবিতাত কেচাই কুকলি দিয়া, পুৰে বগাদীৰ দিয়াৰ পৰত গাঁৱলীয়া বোৱাৰীয়ে হাতত যাঢ়নী লৈ বাহী চোতাল সৰা, জাৰ-জহ তুচ্ছ কৰি বাহী বন কৰি কাৰত কলহ লৈ পানী অনা আদি চিত্ৰকল্পৰ মাজেদি অসমৰ লোকজীৱনটো সুন্দৰভাৱে ফুটি উঠিছে (দ্ৰষ্টব্য : ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, পৃষ্ঠা-১৪৪)।

তেওঁৰ 'ছয় ঋতু' শীৰ্ষক কবিতাকেইটিতো অসমৰ লোকজীৱনৰ আধাৰত নিৰ্মিত চিত্ৰকল্পৰ প্ৰয়োগ লক্ষ্য কৰা যায়।

যতীন্দ্ৰনাথ দুৱৰাৰ কবিতা-প্ৰসংগত এজন সমালোচকে যথাৰ্থভাৱে মন্তব্য দিছে : 'দুৱৰা কবিতাত ছবি নাই, কেতিয়াবা থাকিলেও সি অতি ক্ষীণ আৰু অসম্পূৰ্ণ, পোহৰ সহিব নোৱৰা বিধৰ।' [1] তেওঁৰ কবিতাত চিত্ৰকল্পৰ ব্যৱহাৰ নিচেই সীমিত। তথাপি তেওঁৰ কবিতাত যি দুই-এটি চিত্ৰকল্পৰ প্ৰয়োগ ঘটিছে তাৰ মাজতে লোকজীৱনৰ আভাস ফুটি উঠিছে। এই সন্দৰ্ভত তেওঁৰ 'শূন্য পৰিচয়' কবিতাৰ প্ৰথম স্তৱকটিলৈকে আঙুলিয়াব পাৰি য'ত কবিয়ে নিজৰ হিয়াখনিক জেতুকা পাতৰ লগত তুলনা কৰিছে। চিত্ৰকল্পই যে তুলনা কৰিয়েই ক্ষান্ত নহয়, উপমান আৰু উপমেয় দুয়োটাকে গাঁথি যে একোখন ছবিৰ উন্মাদনা আনি দিয়ে এই চিত্ৰকল্পটিয়েই তাৰ প্ৰকৃষ্ট উদাহৰণ। হিয়াৰ উপমান স্বৰূপে কবিয়ে ব্যৱহাৰ কৰা 'জেতুকা পাত' চিত্ৰকল্পটিয়ে আপাত দৃষ্টিত কবিৰ শান্ত হৃদয়ৰ অভ্যন্তৰত যে অতীত স্মৃতিৰ পোৰণি শিখা জ্বলিব লাগিছে তাৰ ইংগিত দিছে আৰু আনহাতে ই অসমীয়া লোকজীৱনৰ ছবি এখনো দাঙি ধৰিছে। তেওঁৰ দুটিমান কবিতাত ব্যৱহৃত চিত্ৰকল্পৰ মাজেদি অসমৰ লোকজীৱনৰ ছবি একোখনে হঠাৎ ভুমুকিয়াই গৈছে। উদাহৰণ, যেনে--

'এতিয়াও পুবাৰ কিৰণে/বাঁহনিৰ মাজে সুৰুঙাই
জালীকটা ৰিহাৰ আচল/চোতালত পাৰি থৈ যায়'।

(নাৰকীয়া যায় ভটীয়াই, *বনফুল*, পৃষ্ঠা-৩১)

বাঁহনিৰ সুৰুঙাৰে বিচ্ছুৰিত সূৰুযৰ কিৰণক 'জালীকটা ৰিহাৰ আচল' বুলি কৰা কল্পনা প্ৰকৃততে মনোৰম। একেদৰে–

'ৰিহাখনি ডিঙিত মেৰাই/লখিমীয়ে সজিয়া পকত
আথেবেথে চাকিটি জ্বলায়/সেৱা কৰে তুলসী তলত।'

(উল্লিখিত কবিতা)

এই স্তৱকটিৰ দৰে দুৱৰাৰ কবিতাৰ এনেবোৰ চিত্ৰকল্পৰ মাজেদি অসমৰ লোকজীৱনৰ ছবি একোখনেই নিখুঁত ৰূপত উদ্ভাসিত হৈ উঠিছে।

দাৰ্শনিক কবি ৰূপে প্ৰসিদ্ধ দুৰ্গেশ্বৰ শৰ্মাই তেওঁৰ কবিতাৰ সহজ-সৰল চিত্ৰকল্পৰ মাজেৰে দৰ্শনৰ গুৰু-গাম্ভীৰ্য অতি সহজ ভাৱেৰে প্ৰকাশ কৰিছে। তেওঁৰ কবিতাতো অসমৰ লোকজীৱনৰ আধাৰত নিৰ্মিত চিত্ৰকল্পৰ পৰিচয় মাজে মাজে পোৱা যায়। উদাহৰণ, যেনে-

'জিলমিল নিয়ৰৰ লোকপাৰ পিন্ধি,
মাৰাহি ভুমুকি তুমি উৱাৰ কালত।'

('বসন্ত', *কল্পাৱলী*, পৃষ্ঠা-১৫৩)

বসন্তৰ ৰূপছবি অংকন কৰিবলৈ গৈ কবিয়ে ব্যৱহাৰ কৰা 'নিয়ৰৰ লোকাপাৰ' চিত্ৰকল্পটি একে সময়তে অভিনৱ আৰু ধুনীয়া। তেওঁৰ 'ৰূপহী' কবিতাত আবেগ মহীয়া অসমৰ সোণালী ধাননি পথাৰৰ ছবি এখন উজ্জ্বল ৰূপত জিলিকি আছে (দ্ৰষ্টব্য : *কল্পাৱলী*,

পৃষ্ঠা-১৪৮)। দৰ্শনৰ গভীৰ তত্ত্বকথাকো তেওঁ কিমান সহজ-সৰলভাৱে নিসৰ্গ চিত্ৰকল্পৰ সহায়ত প্ৰাঞ্জলকৈ উপস্থাপন কৰিব পাৰিছে 'ৰিজনি' কবিতাটি তাৰ শ্ৰেষ্ঠ নিদৰ্শন (দ্ৰষ্টব্যঃ *ৰচনাৱলী*, পৃষ্ঠা-৪)। তাৰ উপৰি তেওঁৰ 'জলকুঁৱৰী', 'বুঢ়া ডাঙৰীয়া', 'কালিকা' আদি কবিতাৰ কিছুমান চিত্ৰৰ মাজেৰে লোকসমাজৰ অলৌকিক বিশ্বাস আৰু সংস্কাৰৰ একোখনি সাৰ্থক চিত্ৰও উজলি উঠিছে।

নলিনীবালা দেৱীৰ কবিতাত অসমৰ নৈসৰ্গিক প্ৰকৃতিৰ ভালেমান মনোৰম চিত্ৰকল্পৰ প্ৰকাশ লক্ষ্য কৰিব পাৰি। তেওঁৰ বিহু সম্পৰ্কীয় কবিতাকেইটিত অসমৰ লোকজীৱনৰ আলমত নিৰ্মিত চিত্ৰকল্পৰ ব্যৱহাৰ লক্ষ্য কৰা যায়। ৰঙালি বিহুৱে অসমৰ জন-মানসত জগাই তোলা আনন্দৰ শিহৰণ এনেবোৰ চিত্ৰকল্পৰ মাজেদি উপলব্ধি কৰিব পাৰি (দ্ৰষ্টব্যঃ *পৰশমণি*, পৃষ্ঠা-২৩, *অলকানন্দা*, পৃষ্ঠা-১৪৩)।

অসমীয়া ৰোমাণ্টিক কাব্যধাৰাত অভিনৱত্ব প্ৰয়াসী কবি দেৱকান্ত বৰুৱাৰ কবিতাৰ চিত্ৰকল্পবোৰো অভিনৱ। তেওঁৰ কবিতাৰ চিত্ৰকল্পত নিসৰ্গই এক বিশেষ ভূমিকা গ্ৰহণ কৰিছে। লোকজীৱনৰ পৰা গৃহীত সমলেৰে চিত্ৰকল্প ৰচনাৰ প্ৰচেষ্টা তেওঁৰ কবিতাত নিচেই সীমিত যদিও দুই-এটি কবিতাত এনে প্ৰচেষ্টা চকুত নপৰাও নহয়। উদাহৰণ, যেনে—

'ডাৱৰৰ আঁৰে আঁৰে/ঢোলত চাপৰ পৰে/গছে পাতে বিহুগীত গায়,
বিহুৰ পেঁপাৰ বোলে/বুকুত নাচোন তোলে/মোক আজি নাচি নচুৱায়।'
('বিহুৰ পেঁপা', *সাগৰ দেখিছা*, পৃষ্ঠা-১৭)

উল্লিখিত স্তৱকটিত মেঘৰ গাজনিক ঢোলৰ চাপৰৰ লগত তুলনা কৰি, গছ-বিৰিখৰ নৱ-কিশলয়ৰ উদ্‌গমক বিহুগীতৰ লগত তুলনা কৰি কবিয়ে ব'হাগ বিহুৰ সময়ৰ এক নৈসৰ্গিক চিত্ৰ অংকন কৰিছে। বিহুৰ পেঁপাৰ বোলে বুকুত নাচোন তোলা কাৰ্যৰ মাজেদি কবিয়ে বিহুৱে অসমীয়া মানসত সৃষ্টি কৰা আনন্দৰ ৰূপছবি এখনকে ফুটাই তুলিছে।

চিত্ৰকল্প কবিমনৰ অভিজ্ঞতাৰ এক শিল্পমণ্ডিত ৰূপ। অসমীয়া ৰোমাণ্টিক কবিসকলেও তেওঁলোকৰ কবিতাত শিল্পমণ্ডিত অভিজ্ঞতাৰ এনে ৰূপ প্ৰকাশৰ বাবে সচেতন যত্নপৰ হৈছে। তেওঁলোকৰ অভিজ্ঞতাই কেতিয়াবা চাক্ষুস ৰূপত, কেতিয়াবা ধ্বনিগত ৰূপত আৰু কেতিয়াবা মানসিক ৰূপত চিত্ৰকল্পৰ মাজেদি প্ৰকাশ লাভ কৰিছে। অসমৰ লোকজীৱনৰ লগত অসমীয়া ৰোমাণ্টিক কবিসকলৰ ঘনিষ্ঠ আৰু নিবিড় সম্পৰ্কই লোকজীৱনক বিশেষ ৰূপত প্ৰত্যক্ষ কৰিবলৈ তেওঁলোকক প্ৰণোদিত কৰিছিল আৰু সেয়ে স্বাভাৱিক কাৰণতে লোকজীৱনৰ পৰা গৃহীত চিত্ৰকল্পই তেওঁলোকৰ কবিতাৰ মাজত অৱধাৰিতভাৱে স্থান উলিয়াই লৈছে।

### প্ৰসংগ-নিৰ্দেশ

১. 'অলং' — এই অব্যয় শব্দটো নিষেধ অৰ্থত নাইবা সমৰ্থ বা প্ৰচুৰ অৰ্থাৎ যথেষ্ট অৰ্থত ব্যৱহৃত হয়। সেয়ে যি বস্তুৱে যথেষ্ট বা পৰ্যাপ্ত কৰি দিয়ে বা সুশোভিত কৰে সিয়েই

অলংকাৰ। সাহিত্যত নানাবিধ অলংকাৰে সু-সজ্জিত হৈ শব্দ আৰু অৰ্থ ৰমণীয় হৈ উঠে আৰু পাঠক আৰু শ্ৰোতাৰ চিত্ত আকৃষ্ট কৰি অলৌকিক আনন্দ দান কৰে।

দ্ৰষ্টব্য ঃ মনোৰঞ্জন শাস্ত্ৰী, *সাহিত্য দৰ্শন*, পৃষ্ঠা ২৬১

সুৰেন্দ্ৰনাথ দাসগুপ্ত, *কাব্য বিচাৰ*, পৃষ্ঠা-২

২. জীৱেন্দ্ৰ সিংহৰায়, *কাব্যতত্ত্ব*, পৃষ্ঠা-১২৫

৩. আনকথাত অলংকাৰেই হৈছে কাব্য গ্ৰহণীয় হৈ উঠাৰ অন্যতম কাৰণ, কিয়নো অলংকাৰে কাব্যত ৰস-সঞ্চাৰ আৰু সৌন্দৰ্য সম্পাদন কৰে। অলংকাৰৰ এই সৌন্দৰ্যসৃষ্টিৰ সামৰ্থ্যৰ বাবেই আচাৰ্য বামনৰ মন্তব্যৰ দ্বিতীয় অংশত আছে 'সৌন্দৰ্যই অলংকাৰ'। বামনৰ পৰৱৰ্তী আচাৰ্য দণ্ডীয়ে অধিক কথালৈ নগৈ কাব্যৰ শোভাকৰ ধৰ্মকে অলংকাৰ বুলি কৈছে। আচাৰ্য গৰাকীয়ে কোৱা এই 'শোভাকৰ ধৰ্ম' সৌন্দৰ্যৰে নামান্তৰ আৰু সিয়েই কাব্যৰ অংগীভূত সৌন্দৰ্য। সেয়ে অলংকাৰ শব্দটিৰ দুটা অৰ্থ — ব্যাপক অৰ্থত অলংকাৰ হৈছে সৌন্দৰ্য আৰু সংকীৰ্ণ অৰ্থত অলংকাৰ হৈছে অনুপ্ৰাস, উপমা, ৰূপক আদি অলংকাৰসমূহ।

দ্ৰষ্টব্য ঃ বামন, *কাব্যালংকাৰ সূত্ৰবৃত্তি*, ১/১/১

দণ্ডী, *কাব্যাদৰ্শ*, ২/১

৪. 'উপমা ৰূপকং চৈব দীপকং যমকং তথা।
কাব্যস্যৈতে হ্যলংকাৰ শ্চতাৰঃ পৰিকীৰ্তিতা'।।

— *নাট্যশাস্ত্ৰ*, সপ্তদশ অধ্যায়, শ্লোক নং ৪৩

৫. 'নাট্যশাস্ত্ৰত উল্লিখিত চাৰিটা অলংকাৰৰ পৰা আৰম্ভ কৰি দীক্ষিতৰ দিনত ইয়াৰ সংখ্যা হৈছেগৈ এশ পঁচিশটা'।

— ত্ৰৈলোক্যনাথ গোস্বামী, *নন্দনতত্ত্ব : প্ৰাচ্য আৰু পাশ্চাত্য*, পৃষ্ঠা-৮৫

৬. 'যাবন্তো হৃদয়াবৰ্জকা অৰ্থ প্ৰকাৰাঃ তাৱন্তোঽলংকাৰো'।

— উদ্ধৃত, তীৰ্থনাথ শৰ্মা, *সাহিত্য বিদ্যা পৰিক্ৰমা*, পৃষ্ঠা-৭৫

৭. কেৱল মাধৱ কন্দলিৰ 'ৰামায়ণ'তে শতাধিক অলংকাৰৰ প্ৰয়োগ হোৱাটো এই প্ৰসংগত স্মৰণ কৰিব পাৰি।

৮. নৱকান্ত বৰুৱা, *কবিতাৰ দেহ বিচাৰ*, পৃষ্ঠা-১২৩

৯. মহেন্দ্ৰ বৰা, *সাহিত্য উপক্ৰমণিকা*, পৃষ্ঠা-২৪

১০. প্ৰকাশ গোস্বামী, 'চিত্ৰকল্পবাদ', *সাহিত্যৰ বাদ বৈচিত্ৰ্য*, পৃষ্ঠা-৭৮

১১. Caroline F.E. Spurgeon, *Shakespear's Imagery : And What It tells us*, P-9.

১২. C.D. Lewis, *The Poetic Image*, P-18.

১৩. প্ৰকাশ গোস্বামী, *পূৰ্বোক্ত প্ৰবন্ধ*, পৃষ্ঠা-৭৯

১৪. দ্ৰষ্টব্য ঃ বাৰ্ণিক ৰায়, *কবিতা চিত্ৰিত ছায়া*, পৃষ্ঠা-৭৮

১৫. তীৰ্থনাথ শৰ্মা, 'কবি দুৰ্গাৱৰ আপোন সুৰ', *পঞ্চ পুষ্প*, পৃষ্ঠা-২১০।

# সপ্তম অধ্যায়

## ৭.০১ ৰস নিষ্পত্তিত লোকমন আৰু লোকসাহিত্যৰ প্ৰভাৱ

ভাৰতীয় সাহিত্য-পৰম্পৰাত ভৰত মুনিৰ 'নাট্যশাস্ত্ৰ' ৰচনাৰ কালতে (আনুমানিক খ্ৰী. পূ. ৩য় শতিকা) নাটকৰ প্ৰাণস্বৰূপে ৰসে স্বীকৃতি লাভ কৰিছিল। ভৰত মুনিয়ে কৈছিল 'ৰস নহ'লে (সাহিত্যৰ) কোনো উদ্দেশ্য সাধিত নহয় আৰু বিভাব, অনুভাৱ আৰু ব্যভিচাৰীভাৱৰ সংযোগত ৰসনিষ্পত্তি হয়।[১] নাট্যশাস্ত্ৰ প্ৰণেতাৰ এই প্ৰসিদ্ধ ৰসসূত্ৰৰ আলমতে পৰৱৰ্তী কালত আলংকাৰিকসকলে ৰসৰ স্বৰূপ আৰু উদ্দেশ্য ব্যাখ্যা কৰিছে।[২] নাটকৰ ক্ষেত্ৰত স্বীকৃত এই ৰস পাছত সাহিত্য, চিত্ৰকলা, সংগীত আদি সুকুমাৰ কলাৰ সকলো অংগলৈ সম্প্ৰসাৰিত হৈ পৰিল। সেয়ে ভাৰতৰ সুকুমাৰ কলাৰ ঘাই উদ্দেশ্য ৰস সৃষ্টি আৰু বাকী সকলো কথা ৰসৰ পৰিপোষকৰূপেহে গণ্য কৰা হয়।[৩]

আলংকাৰিকসকলে এই ৰসক প্ৰধানকৈ নটা ভাগত ভাগ কৰিছে। অৱশ্যে আলংকাৰিকসকলৰ প্ৰথমাচাৰ্য ভৰত মুনিয়ে শৃংগাৰ, হাস্য, কৰুণ, ৰৌদ্ৰ, বীৰ, ভয়ানক, বীভৎস আৰু অদ্ভুত — এই আঠবিধ ৰসহে স্বীকাৰ কৰিছিল[১] যদিও পৰৱৰ্তী ৰুদ্ৰট, আনন্দ বৰ্ধন, অভিনৱ গুপ্ত আদি আলংকাৰিকসকলে 'শান্ত' নামৰ আন এটা ৰস স্বীকাৰ কৰিছে আৰু প্ৰায় সকলো আলংকাৰিকেই এই নটাকে প্ৰধান ৰস বুলি মানি লৈছে। পিছে কোনো কোনো আলংকাৰিকে 'বাৎসল্য' নামৰ দশম ৰস এটাৰ কথা উল্লেখ কৰিছে।[৪] আনহাতে বৈষ্ণৱ ৰসতাত্ত্বিকসকলে ভক্তিকো ৰসৰূপে গ্ৰহণ কৰিছে। এনেদৰে ৰসৰ সংখ্যাৰ ক্ষেত্ৰত বৈষম্য থাকিলেও অধিকাংশ আলংকাৰিকেই শাস্ত্ৰৰ পৰম্পৰা ৰক্ষা কৰি ন বিধ ৰসহে স্বীকাৰ কৰি লোৱাটো শ্ৰেয় বুলি মত প্ৰকাশ কৰে।[৫]

অসমীয়া কাব্য-সাহিত্যত প্ৰাক্-বৈষ্ণৱ যুগৰে পৰাই অলংকাৰ শাস্ত্ৰত উল্লিখিত ৰসসমূহৰ প্ৰকাশ লক্ষ্য কৰা যায়। প্ৰাক্ শংকৰী কবি মাধৱ কন্দলিৰ 'ৰামায়ণ', হৰিবৰ বিপ্ৰৰ 'বব্ৰুবাহনৰ যুদ্ধ', 'তাম্ৰধ্বজৰ যুদ্ধ' আৰু পৰৱৰ্তী কালত শংকৰদেৱ-মাধৱদেৱৰ সাহিত্যৰাজি এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখযোগ্য। শংকৰদেৱৰ 'কীৰ্তন' পুথিতে আমি নৱৰসৰ সঞ্চাৰ হোৱা লক্ষ্য কৰোঁ। আধুনিক অসমীয়া কাব্য-সাহিত্য প্ৰাচীন অসমীয়া কাব্য-সাহিত্যৰ স্বাভাৱিক বিকাশ নহয়; বিষয়-বস্তু, উদ্দেশ্য, প্ৰকাশভংগী আদি সকলো ক্ষেত্ৰতে ইংৰাজী ৰোমাণ্টিক কাব্যধাৰাৰ লগতহে ইয়াৰ সাযুজ্য লক্ষ্য কৰা যায়। সেয়ে, আধুনিক অসমীয়া কবিসকলে ৰসসৃষ্টিৰ বাবে বিষয় নিৰ্বাচন কৰি কাব্য ৰচনাত প্ৰবৃত্ত হোৱা নাই, বৰং গৃহীত বিষয়বস্তুৰ মাজেদি কবিৰ নিজৰ ভাৱৰ দ্যোতনাই যেনে ৰস সৃষ্টি কৰিছে সেয়ে

স্বাভাৱিকভাৱে প্ৰকাশ লাভ কৰিছে। তাৰ উপৰি বৰ্ণনাত্মক কবিতাত ৰসৰ স্ফুৰণ ঘটোৱাত যিমান সুবিধা থাকে ব্যক্তিনিষ্ঠ খণ্ড কবিতাত সিমান সুবিধা নাথাকে। বিশেষকৈ বীৰ, ৰৌদ্ৰ, ভয়ানক, বীভৎস আদি ৰসৰ ক্ষেত্ৰত বৰ্ণনাত্মক দীৰ্ঘ আকাৰবিশিষ্ট কবিতাত ৰসসৃষ্টিৰ সুবিধা অধিক। প্ৰসংগক্ৰমে স্মৰণযোগ্য যে অসমীয়া ৰোমাণ্টিক কবিসকলে তেওঁলোকৰ কাব্যসৃষ্টিত ৰস নিষ্পন্নকে মুখ্য বা প্ৰধান লক্ষ্য স্বৰূপে লোৱা নাছিল। সেয়ে প্ৰাচীন অলংকাৰ শাস্ত্ৰত উল্লিখিত নৱৰসৰ ভিতৰুৱা সকলো ৰসৰ সাৰ্থক প্ৰকাশ অসমীয়া ৰোমাণ্টিক কবিতাত বিচাৰিব নোৱাৰি। তদুপৰি বস্তুনিষ্ঠ কবিতাত কবিসকল সদায় নেপথ্যৰ ব্যক্তি হয়, সেয়ে বস্তু, ঘটনা বা চৰিত্ৰৰ বিচিত্ৰতা প্ৰকাশৰ সুবিধাৰ্থে তেওঁলোকে ৰসৰ স্ফুৰণ ঘটায়। কিন্তু ব্যক্তিনিষ্ঠ কবিতাত কবিয়ে যিহেতু ব্যক্তি হৃদয়ৰ অনুভৱহে কবিতাত ব্যক্ত কৰে সেয়ে তেনে কবিতাত ৰসৰ প্ৰকাশ সামগ্ৰিকতাতহে বিচাৰিব পাৰি। এনে সামগ্ৰিকতাতে অসমীয়া ৰোমাণ্টিক কবিতাত শৃংগাৰ, করুণ, হাস্য, শান্ত আদি ৰসৰ প্ৰকাশ ঘটিছে।

লোকসমাজেই লোকসাহিত্যৰ স্ৰষ্টা। লোকসাহিত্যৰ এই স্ৰষ্টাসকল কোনো আনুষ্ঠানিক শিক্ষাৰে শিক্ষিত ব্যক্তি নহয়, সেয়ে তেওঁলোকে কাব্যসৃষ্টি কৰোঁতে অলংকাৰ শাস্ত্ৰৰ সূত্ৰ অনুসৰণ কৰি সিবোৰ ৰচনা কৰা নাছিল। তেওঁলোকৰ সাহিত্য-সৃষ্টিৰ প্ৰক্ৰিয়া স্বতঃস্ফূৰ্ত হ'লেও তেওঁলোকৰ সৃষ্টিকৰ্মত শিল্পৰসগত অভিব্যক্তিৰ কিন্তু অভাৱ নাই। সেয়ে শিল্প সৌন্দৰ্যবোধৰ দিশৰ পৰাও লোকসাহিত্যৰ মূল্য যথেষ্ট।

লোকসাহিত্য কেৱল জ্ঞানোদ্দীপক নহয়, আনন্দদায়কো। কাৰণ, লোকসাহিত্যৰ মাজত বিচিত্ৰ শিল্পৰসগত মাধুৰ্যৰ বিকিৰণ লক্ষ্য কৰা যায় আৰু লগতে সহজ আৰু শিল্পৰসগত মূল্যও বিচাৰিব পৰা যায়। লোকসাহিত্যৰ এনে শিল্পৰসগত মূল্য বিশেষভাৱে প্ৰতীত হয় ৰসনিষ্পত্তিৰ ক্ষেত্ৰত। লোকসাহিত্যৰ ঐতিহাসিক সমাজতত্ত্বগত মূল্যৰ উপৰি যে ৰসগত মূল্যও বৰ্তমান সেই প্ৰসংগ নিৰ্দেশ কৰি এজন লোকসংস্কৃতিবিদে যথাৰ্থভাৱেই কৈছে : 'এফালৰ পৰা বিচাৰ কৰি চালে দেখা যায়, ৰসৰ বিশ্লেষণে আমাক যি লক্ষ্যত উপনীত কৰায়, তত্ত্বৰ বিশ্লেষণেও শেষত সেই লক্ষ্যতে উপস্থিত কৰে।'' প্ৰকৃততে লোকসাহিত্যৰ এই নন্দনতত্ত্বগত শিল্পৰসমূল্যই ইয়াক শিষ্ট সাহিত্যৰ লগত ঘনিষ্ঠভাৱে সম্পৰ্কযুক্ত কৰি তুলিছে।

অসমীয়া ৰোমাণ্টিক কবিতাৰ ৰসবিচাৰ প্ৰসংগত উল্লেখ কৰি অহা হৈছে যে সংস্কৃত আলংকাৰিকসকলে নিৰ্দেশ কৰা ৰসসূত্ৰই অসমীয়া ৰোমাণ্টিক কবিসকলকো প্ৰভাৱিত কৰিছিল আৰু তাৰ পৰিচয় অসমীয়া ৰোমাণ্টিক কবিতাত লক্ষ্য কৰা যায়। কিন্তু কবিতাৰ ৰসনিষ্পত্তিৰ ক্ষেত্ৰত ৰোমাণ্টিক কবিসকলক কেৱল অলংকাৰ শাস্ত্ৰয়েই প্ৰভাৱিত কৰা নাই, অসমৰ লোকজীৱন, লোকমানস আৰু লোকসাহিত্যইও প্ৰভাৱিত কৰিছে। বিশেষকৈ যিবোৰ অসমীয়া ৰোমাণ্টিক কবিতাৰ বিষয়বস্তু সম্পূৰ্ণৰূপে লোকজীৱনৰ পৰা গৃহীত হৈছে তেনেবোৰ কবিতাৰে ৰসনিষ্পত্তিত লোকমন আৰু লোকসাহিত্যৰ প্ৰভাৱ বিশেষভাৱে লক্ষ্য কৰা যায়।

লোককবিতাত যিকেইটা ৰসে প্ৰাধান্য লাভ কৰিছে সেইকেইটা হ'ল শৃংগাৰ, হাস্য, করুণ আৰু শান্ত। আনবোৰ ৰসে কোনো কোনো লোককবিতাত ভুমুকি মাৰিলেও এই

ৰসকেইটাৰ সমানে গুৰুত্ব লাভ কৰা নাই।

লোককবিতাত শৃংগাৰ ৰসৰ প্ৰভাব বিশেষভাৱে লক্ষ্য কৰা যায় বিহুনামসমূহত। পূৰ্বৰাগ, অনুৰাগ, প্ৰণয় আৰু মিলনৰ অলেখ চিত্ৰ বিহুনামত পোৱা যায়। বিহুনামত পুৰুষ আৰু নাৰীৰ পৰস্পৰে পৰস্পৰৰ আকৰ্ষণত যৌন জীৱনৰ অভিব্যক্তিয়েই প্ৰকাশ লাভ কৰে। বিহুনামত প্ৰকাশিত নাৰীদেহৰ শৃংগাৰ ৰসসিক্ত বৰ্ণনাৰ লগত ৰোমাণ্টিক কবিয়ে কৰা নাৰীদেহৰ বৰ্ণনাৰ সাদৃশ্য লক্ষণীয়। উদাহৰণ স্বৰূপে–

'তোমাৰ চকুযুৰি হৰিণাৰ চকু যেন/বুকুতো পদুমৰ চকা,
তোমাৰ হাত দুখনি পদুমৰ ঠাৰি যেন/ৰেচমৰ কাপোৰে ঢকা'।

(উৎস ঃ *বিহুগীত আৰু বনঘোষা*, পৃষ্ঠা-১৫০)

বিহুনামৰ এই স্তৱকটিৰ লগত দেৱকান্ত বৰুৱাৰ 'মনোৰমা'ৰ দেহসৌন্দৰ্যৰ বৰ্ণনা ৰিজাই চাব পাৰি–

'দহোটি আঙুলি চঁপাকলি যেন/পদুমৰ ঠাৰি দুখনি হাত
চুই দোৰেপতি থৰক বৰক/তত নাইকিয়া মাকোৰ গাত।
নিপোটল বুকু, লাটুমণি ওঁঠ/দুয়োপাৰি দাঁত ডালিম গুটি।'....

(*সাগৰ দেখিছা*, পৃষ্ঠা-১২)

নাইবা,

'হাতো গুৱনি ভৰিও লৱনি/বুকুতো পদুমৰ কলি
আচুৰলী ৰিহাৰে তুমি কি ঢাকিবা/আপুনি উঠিব ফুলি।'

(*বিহুগীত আৰু বনঘোষা*, পৃষ্ঠা-১৫৭)

বিহুনামৰ এই স্তৱকটিৰ ভাবাৰ্থৰ লগত গণেশচন্দ্ৰ গগৈৰ তলৰ কবিতাৰ স্তৱকটিৰ তুলনা কৰি চাব পাৰি–

'জালিকটা ৰিহাৰেনো ঢাকিলে কি হ'ব সখী
পাহি মেলি ফুলি অহা পদুমৰ কলি,
আবেগৰ বা লাগি নুৰিবনে ৰেণু তাৰ
নাহিবনে কাষ চাপি মতলীয়া অলি।'

('ৰূপজ্যোতি', *গণেশ গগৈ ৰচনা সম্ভাৰ*, পৃষ্ঠা-৩৫৭)

উল্লিখিত দুয়োজন অসমীয়া ৰোমাণ্টিক কবিৰ স্তৱকদুটি বিহুনামৰ শৃংগাৰ ৰসসিক্ত বৰ্ণনাৰ যে পোনপটীয়া প্ৰতিধ্বনি সেই কথা নক'লেও হয়। অসমীয়া ৰোমাণ্টিক কবিসকলক প্ৰিয়াৰ ইন্দ্ৰিয়গ্ৰাহ্য দেহ-সুষমাৰ বৰ্ণনাত ৰোমাণ্টিক ধ্যান-ধাৰণাই প্ৰভাৱিত কৰিলেও লোককবিতাৰ শৃংগাৰ ৰসসিক্ত বৰ্ণনায়ো প্ৰভাৱিত নকৰাকৈ থকা নাই। উদাহৰণ স্বৰূপে আনন্দচন্দ্ৰ আগৰৱালাৰ কবিতাত ব্যৱহৃত 'ভোমোৰাকলীয়া চুলি', 'গাল গোলাপৰ পাহি', 'ডালিমগুটীয়া দাঁত' 'মুঠিতে লুকোৱা কঁকাল' আদি বিহুনামৰ লগত সাদৃশ্যযুক্ত প্ৰকাশভংগীৰ তুলনা কৰিব পাৰি। অৱশ্যে বিহুনামৰ বাহিৰে লোকসাহিত্যত শৃংগাৰ ৰসৰ প্ৰকাশ ব্যাপক নহয়। মালিতাসমূহৰ ভিতৰত 'ফুলকোঁৱৰ মণিকোঁৱৰ' আৰু 'জনাগাভৰুৰ গীত'ত্ৰে সামান্য

পৰিমাণে শৃংগাৰ ৰসৰ প্ৰকাশ লক্ষ্য কৰা যায়। সেয়ে অসমীয়া ৰোমাণ্টিক কবিতাত শৃংগাৰ ৰসৰ নিষ্পত্তিৰ ক্ষেত্ৰত বিহুনামৰ প্ৰভাৱহে প্ৰধানকৈ ক্ৰিয়াশীল।

লোকসাহিত্যত কৰুণ ৰসৰ প্ৰকাশ বিহুনামত আৰু দুই-এটি মালিতাত (যেনে-জয়মতী কুঁৱৰীৰ গীত, মণিৰাম দেৱানৰ গীত আদি) লক্ষ্য কৰা যায়। বিহুনামত প্ৰকাশিত কৰুণ ৰসক কৰুণ বিপ্ৰলম্ভ শৃংগাৰ ৰস বুলি অভিহিত কৰিব পাৰি। অসমীয়া ৰোমাণ্টিক প্ৰেমৰ কবিতাসমূহত এনে কৰুণ বিপ্ৰলম্ভ শৃংগাৰ ৰসৰ প্ৰকাশ লক্ষ্য কৰা যায়। এই সন্দৰ্ভত কবি যতীন্দ্ৰনাথ দুৱৰা আৰু গণেশচন্দ্ৰ গগৈৰ বিৰহৰ অনুৰণন থকা কবিতাকেইটি প্ৰণিধানযোগ্য (যেনে- দুৱৰাৰ নাৱৰীয়া 'ক', হেৰোৱা সপোন, অতীতক ঘোৱাহে পাহৰি, অতীতক নাযাবা পাহৰি, শূন্য পৰিচয় আদি কবিতা আৰু গণেশচন্দ্ৰ গগৈৰ পাপৰি, স্বপ্নভংগ, অনুতাপ, বিসৰ্জন, শেষ শায্যাত আদি কবিতা এই প্ৰসংগত স্মৰণ কৰিব পাৰি)।

লক্ষ্মীনাথ বেজবৰুৱাৰ 'ধনবৰ আৰু ৰতনী', 'ৰতনীৰ বেজাৰ' আৰু 'তিলকা' -- এই তিনিটি কৃত্ৰিম মালিতাৰ ৰসনিষ্পত্তিত লোককবিতাৰ পোনপটীয়া প্ৰভাৱ পৰিদৃষ্ট হয়। প্ৰথম দুটি মালিতাত প্ৰকাশিত কৰুণ ৰস অধিক হৃদয়সংবেদী। মালিতা দুটিত উল্লিখিত দিখৌ আৰু ধনশিৰি এই দুয়োখন নদীৰে অসমীয়া লোকসাহিত্যৰ লগত সম্পৰ্ক নিবিড়। এই দুখন নদীৰ পাৰৰে এহাল সহজ-সৰল মিচিং ডেকা-গাভৰুৰ প্ৰণয় আৰু বিৰহ-বিচ্ছেদৰ কাহিনী অতি স্বাভাৱিক আৰু অনাড়ম্বৰ ৰূপত বেজবৰুৱাই মালিতা দুটিত বৰ্ণনা কৰিছে। ধনবৰৰ জীৱন-অৱসানৰ বাতৰি পাই ৰতনীৰ মনত সৃষ্টি হোৱা দুখৰ প্ৰতিক্ৰিয়া কৱিয়ে অতি মৰ্মস্পৰ্শী ৰূপত অংকন কৰিছে –

'পুৰি গ'ল বৃন্দাবন/উৰি গ'ল ছাই/হে উৰি গ'ল ছাই
ৰতনী ধনাই আৰু/এই পৃথিৱীত নাই/হে এ পৃথিৱীত নাই।'

(গ্ৰন্থাৱলী, পৃষ্ঠা-৯৮০)

এই দুয়োটি মালিতাৰ ৰসনিষ্পত্তিত অসমৰ লোকমনৰ প্ৰভাৱ বিশেষভাৱে লক্ষ্য কৰিব পাৰি। প্ৰথমটো মালিতাত ৰতনীৰ বিচ্ছেদত ধনবৰে ঐহিক সুখ-স্বাচ্ছন্দ্যৰ প্ৰতি নিৰাশ হৈ পৰি আত্মহননৰ সিদ্ধান্ত লৈ স্বৰ্গীয় সুখ লাভৰ সপোন দেখিছে। বিহুনামতো অসমীয়া প্ৰেমিক ডেকাই প্ৰেমিকাক নাপালে আত্মহনন কৰিবলৈ কুণ্ঠাবোধ নকৰাৰ চিত্ৰ পোৱা যায়। উদাহৰণ, যেনে—

'তোমাক ঐ লাহৰী নেপাব লাগিলে/দি যাম ব্ৰহ্মপুত্ৰত জাপ।'
'তোমাক ঐ চেনাই নেপাব লাগিলে/দি যাম জৰীগছত ফাঁচ।'

(উদ্ধৃত : বিহুগীত আৰু বনঘোষা, পৃষ্ঠা-১২৪)

এফেদৰে বিহু নামতে আমি পাওঁ ডেকা-গাভৰুৰ প্ৰেমৰ ক্ষেত্ৰত পিতৃ-মাতৃ আৰু সমাজে সৃষ্টি কৰা অলংঘনীয় বাধাৰ কথা। এনে বাধাৰ ফলত সৃষ্টি হোৱা কৰুণ পৰিস্থিতিৰ চিত্ৰ 'ৰতনীৰ বেজাৰ'ত জিলিকি আছে।

'তিলকা' মালিতাত অসমীয়া সমাজত পিতৃ-মাতৃহীন বাল্য বিধৱাৰ চিত্ৰ যেনে কৰুণ তাৰ সাৰ্থক প্ৰকাশ লক্ষ্য কৰা যায়। তিলকাৰ একমাত্ৰ আশ্ৰয়ৰ স্থল বাওলী বুঢ়ীৰ মৃত্যুত

অসহায়া তিলকাৰ বিলাপৰ মাজেদি কবিয়ে মালিতাটিত কাৰুণ্যৰ এক সুগভীৰ চিত্ৰ অংকন কৰিছে। কবিতাটিত করুণ ৰসৰ নিষ্পত্তিত লোকমনৰ প্ৰভাৱ গভীৰ।

আনন্দচন্দ্ৰ আগৰৱালাৰ 'পানেশই' কবিতাৰ বিষয়বস্তু লোককথাৰ পৰাই গৃহীত হৈছে। মূল লোককথাৰ মিলনাত্মক পৰিণতিক আগৰৱালাই দুখাত্মক পৰিণতি প্ৰদান কৰিছে। কবিতাটিৰ সামগ্ৰিক করুণ আবেদনত লৌকিক মনৰ প্ৰকাশ আৰু এক লৌকিক বাতাবৰণে ক্ৰিয়া কৰি আছে। একেদৰে দুৰ্গেশ্বৰ শৰ্মাৰ 'ৰঙিলা' আৰু 'প্ৰণয় বাতৰি' মালিতাত সহজ-সৰল চহা জীৱনৰ আধাৰত নিৰ্মিত করুণ পৰিবেশ একোটিৰ প্ৰকাশ লক্ষ্য কৰিব পাৰি। 'ৰঙিলা' কবিতাৰ বিষয়বস্তুৰ আধাৰ বিদেশী কবিতা যদিও কবিয়ে অসমীয়া লোকজীৱনৰ লগত সম্পৃক্ত কৰি কবিতাটি এনেভাৱে বৰ্ণনা কৰিছে যে সি মৌলিক কবিতাৰ মৰ্যাদা লাভ কৰিছে। মৃত্যুৱে সৃষ্টি কৰি যোৱা কারুণ্যৰ এক মৰ্মস্পৰ্শী ছবি 'ৰঙিলা'ত অতি সাৰ্থকভাৱে প্ৰকাশিত হৈছে। সামগ্ৰিকভাৱে, উল্লিখিত কেউজন কবিৰ কৃত্ৰিম মালিতাকেইটিৰ করুণ ৰসৰ নিষ্পত্তিত লোকমনৰ প্ৰভাৱ পোনপটীয়া।

অসমীয়া লোকসাহিত্যত হাস্যৰসৰ প্ৰকাশ নিচেই সীমাবদ্ধ। উজনি অসমত প্ৰচলিত কপাহৰ জুনা, পৰুৱা শিপিনীৰ জুনা, নাহৰৰ জুনা, নাঙলৰ জুনা আদি গীতত আৰু নামনি অসমত প্ৰচলিত চাহ পুৰাণ, গৰু কিনা, পচলা কুটা, টোকোনৰ গুণ, ভুঁইকঁপৰ গীত আদিত হাস্যৰসৰ প্ৰকাশ লক্ষ্য কৰা যায়। লোকসাহিত্যত হাস্যৰস বহু সময়ত স্থূলৰূপত প্ৰকাশিত হয়। সেয়ে অসমীয়া ৰোমাণ্টিক কবিতাত এনে হাস্যৰসৰ পোনপটীয়া প্ৰভাৱ নথকাটোৱেই স্বাভাৱিক। অসমীয়া ৰোমাণ্টিক কবিতাত প্ৰকাশিত হাস্যৰসত বৰং পাশ্চাত্য সাহিত্যৰ উইট, হিউমাৰ আৰু চেটায়াৰৰ প্ৰভাৱহে পোনপটীয়া। তথাপি বেজবৰুৱাৰ দুটিমান কবিতাত (যেনে-চাল্নী আৰু বেজী, চন্দ্ৰ-ৰাধাৰ দ্বন্দ্ব, কুলি, চন্দ্ৰ আদি), আনন্দচন্দ্ৰ আগৰৱালাৰ 'নিচুকনি'ত আৰু ডিম্বেশ্বৰ নেওগৰ 'ঠেং তোলা বৰা' কবিতাৰ হাস্যৰসৰ নিষ্পত্তিত লোকমনৰ প্ৰভাৱ কিছু পৰিমাণে অনুভৱ কৰিব পাৰি।

লোকসাহিত্যৰ আধ্যাত্মিক ভাবসম্পন্ন গীত আৰু কবিতাত শান্ত ৰসৰ প্ৰকাশ ঘটিছে। বহিৰ্বিষয়ৰ প্ৰতি আসক্তিহীনতা বা বৈৰাগ্য শান্ত ৰসৰ প্ৰধান বিষয়। অসমৰ লোকসাহিত্যৰ দেহবিচাৰ গীত, গোসাঁই নাম, আই নাম আদিত এনে বিষয়ৰ প্ৰাধান্য লক্ষণীয়। অসমীয়া ৰোমাণ্টিক কবিসকলৰ ভিতৰত মফিজুদ্দিন আহমদ হাজৰিকাৰ কবিতাত শান্তৰসৰ প্ৰকাশ বিশেষভাৱে লক্ষ্য কৰিব পাৰি। তেওঁৰ কবিতাত প্ৰকাশিত ভাবাৰ্থৰ লগত দেহবিচাৰ গীতত প্ৰকাশিত ভাবৰ সাদৃশ্য মনকৰিবলগীয়া। দেহবিচাৰ গীতসমূহত দেহৰ ক্ষণস্থায়িত্ব, আত্মাৰ অবিনশ্বৰতা, কাম, ক্ৰোধ, লোভ, মোহ আদি ৰিপুৰ প্ৰভাৱত হোৱা জীৱৰ অৱস্থা বৰ্ণনা কৰা হৈছে। হাজৰিকাৰ কবিতাতো একে ধৰণৰ বিষয়ৰ প্ৰকাশ ঘটিছে। সংসাৰ-মায়াত আবদ্ধ মানুহে ইহকাল-পৰকাল, মৃত্যু আদিৰ কথা পাহৰি থাকে। দম্ভ-অহংকাৰত মত্ত হৈ মানুহে ভগৱানৰ কথা পাহৰি মূৰে-ভৰি কাঢ়িবলৈ যত্ন কৰে। কিন্তু এনে এটা দিন মানুহৰ জীৱনলৈ আহে যিটো দিনত মানুহে নিজৰ মৰমৰ ল'ৰা-তিৰোতা, আত্মীয়-স্বজন, বন্ধু-বান্ধৱ, ঘৰ-দুৱাৰ, ঐশ্বৰ্য-সম্পত্তি সকলো এৰি এই পৃথিৱীৰ পৰা আঁতৰি যাব লগা হয়। হাজৰিকাৰ

'মৰিশালিখনি' কবিতাত এই চিৰন্তন সত্য স্পষ্ট ৰূপত প্ৰকাশিত হৈছে। এই প্ৰসংগতে দেহবিচাৰ গীতৰ লগত হাজৰিকাৰ কবিতাৰ সাদৃশ্য লক্ষ্য কৰিব পাৰি।

দেহবিচাৰ গীতত আছে—

'সৰু কালৰে পৰা/ঘৰ সাজি-ভাঙি/শিৰবো পকালো চুলি
অন্তিম বেলিকা/বাজলৈ উলিয়াই/ঘৰ চুৱা যাব বুলি।'

(উদ্ধৃত ঃ *অসমীয়া লোকগীতি সংগ্ৰহ*, পৃষ্ঠা ৭৫)

'ভাই বোলা ভতিজা বোলা মিছা লেনা-দেনা।
মিছা মায়াত বন্দী হৈ হৰাল চেতনা।।
কেঁচা বাহৰ খাট পালং ধুনীয়া পাটৰ জৰী।
ভাই-ভতিজাই বান্ধি নিব যেন পৰাণৰ বৈৰী।।'

(উদ্ধৃত ঃ *বাব মাহৰ তেৰ গীত*, পৃষ্ঠা-৯০)

উল্লিখিত দেহবিচাৰ গীতৰ স্তৱকবোৰৰ প্ৰতিধ্বনি হাজৰিকাৰ কবিতাতো শুনা যায়—

'জীয়াই থাকোতে এবে যেইখনি সুখ
এখন্তেক আঁৰ হলে, কৰে কত দুখ।...
তেনে মৰমৰ বস্তু ঘিণ ভয় কৰি
মৰা মাতৰাকে হাঁয়! দিব যাক কৰি...
ভাই বন্ধু সকলোৱে মিলি-জুলি গৈ,
এৰি থৈ আহিবগৈ মৰিশালনীত।'

('মুনিচুনি বেলি', *ৰচনাৱলী*, পৃষ্ঠা-৩৬-৩৭)

দেখা যায়, মফিজুদ্দিন আহমদ হাজৰিকাৰ 'জ্ঞান-মালিনী' আৰু 'তত্ত্ব-পাৰিজাত'ৰ সকলো কবিতাতে শান্ত ৰসৰ প্ৰকাশ ঘটিছে আৰু এনে শান্ত ৰসৰ নিষ্পত্তিত লোকসাহিত্যৰ প্ৰভাৱ যে বিশেষভাৱে ক্ৰিয়াশীল ওপৰৰ উদ্ধৃতিসমূহে সেই কথাকে প্ৰমাণ কৰে। হাজৰিকাৰ উপৰিও অসমীয়া ৰোমান্টিক কবিসকলৰ ভিতৰত ৰঘুনাথ চৌধাৰীৰ কবিতাত (যেনেঃ বণিজৰ কথা, এটি মনৰ ভাব, মনাই ব'ৰাগী আদি) আৰু পাৰ্বতিপ্ৰসাদ বৰুৱাৰ দুটিমান কবিতাৰ (যেনে ঃ 'ভঙা টোকাৰীৰ সুৰ'ৰ গীত আৰু কবিতাসমূহ) শান্তৰসৰ নিষ্পত্তিত লোকসাহিত্য আৰু লোকমনৰ প্ৰভাৱ মাজে মাজে অনুভূত হয়।

অস্বাভাৱিক বস্তু বা ঘটনাক অৱলম্বন কৰি ৰচনা কৰা কবিতাত অদ্ভুত ৰসে প্ৰকাশ লাভ কৰে। অসমীয়া কাব্য-সাহিত্যৰ প্ৰাচীন মালিতাসমূহত অদ্ভুত ৰসৰ প্ৰকাশ বিশেষভাৱে পৰিদৃষ্ট হয়। এই প্ৰসংগত 'মণিকোঁৱৰ ফুলকোঁৱৰ', 'জনা গাভৰুৰ গীত' আদি মালিতাৰ উল্লেখ কৰিব পাৰি। আমি ইতিপূৰ্বে আলোচনা কৰি অহা লোকজীৱনৰ বিষয়বস্তু বিধৃত অসমীয়া ৰোমান্টিক কবিতাসমূহত কবিসকলৰ বিস্ময়-বিমুগ্ধ দৃষ্টিয়ে প্ৰকাশ লাভ কৰিছে আৰু এনেবোৰ কবিতাতে অদ্ভুত ৰসৰ প্ৰকাশ ঘটিছে। অৱশ্যে এনেবোৰ কবিতাত ৰসটোৰ ব্যঞ্জনাহে কেৱল অনুভৱ কৰিব পাৰি, কবিতাটিৰ সমগ্ৰভাৱত তাক বিচাৰিব নোৱাৰি।

আমি উল্লেখ কৰি অহা এইকেইটি ৰসৰ বাহিৰে বাকীবোৰ ৰসৰ প্ৰকাশ লোকসাহিত্যত

বিশেষভাৱে পৰিদৃষ্ট নহয়। অৱশ্যে ব্যক্তিনিষ্ঠ অসমীয়া ৰোমাণ্টিক কবিতাতে এইকেইটি ৰসৰ প্ৰকাশ নিচেই সীমাবদ্ধ। আমি পূৰ্বেই উল্লেখ কৰি আহিছোঁ যে এনেবোৰ ৰসৰ প্ৰকাশৰ বাবে বস্তুনিষ্ঠ বা বৰ্ণনাত্মক কবিতাহে অধিক উপযোগী।

লোককবিতা লোকমনৰ সৃষ্টি। এই কবিতাসমূহক অসমীয়া কাব্য-সাহিত্যৰ প্ৰাথমিক নিদৰ্শন বুলি যুক্তিসংগত কাৰণতে ধৰিব নোৱাৰিলেও অসমীয়া মনৰ বিশেষত্বৰ পৰিচয় ইয়াৰ মাজত পাব পাৰি। এনে বিশেষত্বসমূহ আধুনিক যুগলৈকে ব্যাপ্ত হৈ আছে। অৱশ্যে লোককবিতাত কেতিয়াবা হয়তো স্থানবিশেষে স্থূলতাৰ প্ৰকাশ ঘটিছে। অসমীয়া ৰোমাণ্টিক কবিতাৰ পৰিশীলিত ৰূপত তেনে স্থূলতাৰ স্থান নাথাকিলেও অন্তৰ্নিহিত ভাব-কল্পনা, অনুভৱ আৰু সৰ্বোপৰি মানসিক প্ৰতিক্ৰিয়া লোকচক্ষুৰ আঁৰত প্ৰৱাহিত হৈ আছে। অসমীয়া ৰোমাণ্টিক কবিতাৰ প্ৰকাশভংগী আৰু শব্দচয়নৰ ক্ষেত্ৰত তাৰ উমান ইতিমধ্যে আমি পাই আহিছোঁ। ৰসনিষ্পত্তিৰ ক্ষেত্ৰতো লোকসাহিত্য তথা লোকমনৰ প্ৰভাৱ একেধৰণেই ক্ৰিয়াশীল হৈ আছে।

## প্ৰসংগ-নিৰ্দেশ

১. 'নহি ৰসাদৃতে কশ্চিদাৰ্থ প্ৰবৰ্ত্ততে।
তত্ৰ বিভাবানুভাব-ব্যভিচাৰী সংযোগাদ ৰসনিষ্পত্তি।'
— *নাট্যশাস্ত্ৰ*, ষষ্ঠ অধ্যায়, পৃষ্ঠা-১৩৭

২. ভৰত মুনিয়ে নাট্যশাস্ত্ৰত ৰস নো কি সেই প্ৰশ্ন উত্থাপন কৰি কৈছে ঃ 'ৰস ইতি কঃ পদাৰ্থ'? মুনিৰ এই প্ৰশ্নৰ পৰাই ভাৰতীয় সাহিত্য-তত্ত্বত ৰস-জিজ্ঞাসাৰ সূত্ৰপাত হয়। ভৰত মুনিয়ে এই প্ৰশ্ন উত্থাপন কৰি তাৰ ব্যাখ্যাও দি কৈছে যে 'যি আস্বাদ্য সেয়ে ৰস' (উচ্যতে অস্বাদ্যত্বাৎ)। পৰৱৰ্তী বিশ্বনাথ কবিৰাজেও কৈছে 'যিটো আস্বাদন কৰা হয় সেয়ে ৰস'। পোনকথাত, জিভাৰে আস্বাদ্য তিতা-কেঁহা আদি যেনেদৰে বাস্তৱ সংসাৰত ৰস ৰূপে গণ্য হয়, তেনেকুৱা অনুভূতিপ্ৰৱণ চিত্তেৰে শৃংগাৰ, কৰুণ আদি যি আস্বাদ্য, সাহিত্য-সংসাৰত সেয়ে ৰসৰূপে গণ্য।
দ্ৰষ্টব্য ঃ বিশ্বনাথ কবিৰাজ, *সাহিত্য দৰ্পণম্*, প্ৰথম পৰিচ্ছেদ, পৃষ্ঠা-১১
— জীৱেন্দ্ৰ সিংহৰায়, *কাব্যতত্ত্ব*, পৃষ্ঠা-৬৪
— তীৰ্থনাথ শৰ্মা, *সাহিত্য বিদ্যা পৰিক্ৰমা*, পৃষ্ঠা-১৮২

৩. তীৰ্থনাথ শৰ্মা, *পূৰ্বোক্ত গ্ৰন্থ*, পৃষ্ঠা-১৮২

৪. ভৰত মুনিয়ে আঠটা ৰসৰ আঠটা স্থায়ীভাবৰ উল্লেখ কৰিছে—
'ৰতিৰ্হাসশ্চ শোকশ্চ ক্ৰোধোৎসাহৌ ভয়ং তথা।
জুগুপ্সা বিস্ময়শ্চেতি স্থায়িভাবাঃ প্ৰকীৰ্ত্তিতাঃ।।'

৫. দ্ৰষ্টব্য ঃ মুকুন্দমাধৱ শৰ্মা, *ধ্বনি আৰু ৰসতত্ত্ব*, পৃষ্ঠা-৭৭

৬. দ্ৰষ্টব্য ঃ মনোৰঞ্জন শাস্ত্ৰী, *সাহিত্য দৰ্শন*, পৃষ্ঠা-১৮৪

৭. আশুতোষ ভট্টাচাৰ্য, *বাংলাৰ লোকসাহিত্য*, পৃষ্ঠা-১৯

# অষ্টম অধ্যায়

## ৮.০১ উপসংহাৰ

সাহিত্য শেষ বিচাৰত স্থান আৰু কাল-নিৰপেক্ষ হোৱা সত্ত্বেও ই যুগ আৰু সমাজ-নিৰ্ভৰ হৈয়েই জন্ম আৰু বিকাশ লাভ কৰে। একোটা জাতিৰ সামাজিক আৰু বৌদ্ধিক জীৱনক আঁতৰাই সংশ্লিষ্ট সাহিত্যৰ বিচাৰ কৰা সম্ভৱ নহয়। সৃষ্টিশীল ৰচনাই জাতীয় জীৱনৰ মাজত নিহিত হৈ থকা জীৱন-বোধ, বিশ্বাস, সৌন্দৰ্যবোধ, প্ৰতিভা আৰু মানসিক তথা সাংস্কৃতিক চেতনাৰ ব্যঞ্জনা সংগোপনে কঢ়িয়াই আনে।

অসমীয়া ৰোমাণ্টিক কবিতাৰ জন্ম আৰু বিকাশত তৎকালীন অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক পৰিৱেশে নিজৰ ভূমিকা পালন কৰি গৈছে। ইংৰাজসকলৰ অসম আগমন আৰু অসমত ইংৰাজ শাসন-ব্যৱস্থাৰ প্ৰৱৰ্তনে যথাচলতে অসমৰ ৰাজনৈতিক পৰিৱৰ্তনহে যে সংঘটিত কৰিলে এনে নহয়, ই য়েই অসমৰ আৰ্থ-সামাজিক আৰু সাংস্কৃতিক পৰিৱৰ্তনৰো সূচনা কৰিলে। ইংৰাজসকলে প্ৰৱৰ্তন কৰা নতুন শাসনব্যৱস্থা আৰু ৰাজহ-ব্যৱস্থাই তদানীন্তন অসমৰ জনসাধাৰণক অসন্তুষ্ট কৰি তুলিছিল। বিশেষকৈ ইংৰাজসকলৰ দ্বাৰা প্ৰৱৰ্তিত অৰ্থনৈতিক ব্যৱস্থা, উচ্চ হাৰত কৰ-কাটলৰ প্ৰয়োগ আদি এই অসন্তুষ্টিৰ অন্যতম কাৰণ আছিল। পিছে ইংৰাজসকলৰ ঔপনিৱেশিক দৃষ্টিভংগী আৰু জনসাধাৰণৰ দুখ-দুৰ্দশাৰ প্ৰতি সম্পূৰ্ণ আওকণীয়া মনোভাৱে ঊনবিংশ শতিকাৰ প্ৰথমাৰ্দ্ধত অসমৰ জনসাধাৰণক প্ৰায় পংগু কৰি পেলাইছিল। সেয়ে, এই সময়ছোৱাত অসমত সাহিত্য-সংস্কৃতি বিকাশৰ কোনো উদ্যম স্বাভাৱিক কাৰণতে চকুত নপৰে। তথাপি, আধুনিক অসমীয়া সাহিত্যৰ পৃষ্ঠভূমি স্বৰূপে ঊনবিংশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ গুৰুত্ব আছিল অপৰিসীম। কাৰণ, এই সময়ছোৱাতে অসমীয়া জন-মানসত জাতীয়তাবাদী চেতনাৰ উন্মেষ ঘটিছিল আৰু এনে চেতনাই পৰৱৰ্তী কালৰ অসমীয়া সাহিত্য-সংস্কৃতিৰ গতি নিৰ্ণয়ত এক ইতিবাচক ভূমিকা গ্ৰহণ কৰিছিল।

পাশ্চাত্য শিক্ষা-ব্যৱস্থাৰ প্ৰৱৰ্তনে অসমৰ জনসাধাৰণক পাশ্চাত্য সভ্যতা-সংস্কৃতিৰ লগত পৰিচিত হোৱাৰ সুযোগ প্ৰদান কৰিলে। অৱশ্যে, ইংৰাজী শিক্ষৰ প্ৰতি আগ্ৰহহীন মনোভাৱ, সামাজিক বিধি-নিষেধ, স্ত্ৰী-শিক্ষাত বাধা আদি নানা কাৰণত এই সুযোগৰ ব্যৱহাৰ আছিল নিচেই সীমিত। অসমৰ বৌদ্ধিক জাগৰণৰ ক্ষেত্ৰত এই সন্দৰ্ভত আমেৰিকান মিছনেৰীসকলৰ ভূমিকাহে আছিল তাৎপৰ্যপূৰ্ণ। আধুনিক অসমীয়া ভাষাৰ গঠন আৰু বিকাশৰ ক্ষেত্ৰত তেওঁলোকে গ্ৰহণ কৰা ব্যৱস্থাই অসমীয়া ভাষা-ভাষীসকলক এক বিশেষ উদ্দীপনাৰ

যোগান ধৰিলে। অসমীয়া ভাষাৰ প্ৰতি এক মমত্ববোধৰ গঠন আৰু অসমীয়া ভাষাৰ জৰিয়তে অসমীয়া মানুহখিনিৰ মাজত এক ভাষিক আৰু সাংস্কৃতিক জাতীয়তাবোধৰ জন্মৰ গুৰিতে আছিল মিছনেৰীসকলেই। ১৮৪৬ খ্ৰীষ্টাব্দত 'অৰুনোদই'ৰ প্ৰকাশ অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ঘটনাৰূপে চিহ্নিত। অৰুণোদয়েই পোন প্ৰথমে অসমীয়া মানুহখিনিৰ মানসিক দিগন্তৰ পৰিধি বিস্তৃত কৰি দিলে আৰু শিক্ষাৰ প্ৰসাৰ, অন্ধ বিশ্বাস-কু-সংস্কাৰৰ অবসান আদি বিভিন্ন সামাজিক-সাংস্কৃতিক আঁচনিৰে মিছনেৰীসকলে অসমীয়া ভাষা-সাহিত্য. সমাজ-সংস্কৃতিৰ ভেটিটো দৃঢ় কৰি দিলে।

অসমীয়া কাব্য-সাহিত্যৰ এক সোণালী বৈভৱপূৰ্ণ ঐতিহ্য আছিল যদিও প্ৰকৃততে আধুনিক অসমীয়া কবিতা তথা অসমীয়া ৰোমাণ্টিক কবিতা নতুন যুগৰহে দান। প্ৰাচীন ধৰ্মীয় কবিতাৰ পৰা ঐহিক কবিতালৈ উত্তৰণৰ প্ৰক্ৰিয়াটো আৰম্ভ হয় অৰুণোদয়ৰ পাততে। অৰুণোদয়ৰ বুকুতে অসমীয়া ৰোমাণ্টিক কবিতাই জন্ম লাভ কৰিলে বুলি ক'ব পৰা নাযায় যদিও কবিতাৰ বিষয়বস্তু আৰু আংগিকত নতুনত্বৰ সূচিত হ'ল অৰুণোদয়তে। সাহিত্যত ধৰ্মীয় দৃষ্টিভংগীৰ পৰিৱৰ্তে এক মানৱতাবাদী দৃষ্টিভংগীৰ পৰিচয় প্ৰকাশ পাবলৈ আৰম্ভ কৰে অৰুণোদয়তে, আৰু সেয়ে ক'ব পাৰি অৰুণোদয়ে এই ক্ষেত্ৰত অসমীয়া কাব্য-সাহিত্যৰ ভৱিষ্যতৰ এক নতুন বাটৰ পটি কাটি দিলে। অৰুণোদয়ে সৃষ্টি কৰা আদৰ্শৰ অনুপ্ৰেৰণাতে 'জোনাকী' কাকতৰ প্ৰকাশৰ সময়লৈকে কে'বাখনো অসমীয়া আলোচনী প্ৰকাশিত হ'ল। এই আলোচনীসমূহৰ জীৱনকাল ক্ষণস্থায়ী আছিল যদিও আধুনিক অসমীয়া সাহিত্যৰ ভেটিটো নিৰ্মাণ কৰাত ইবোৰৰ অৱদান আছিল যথেষ্ট। এই আলোচনীসমূহতে আধুনিক অসমীয়া কবিতাৰ 'অনুশীলন' পৰ্ব এটাৰ আৰম্ভ হ'ল আৰু এই অনুশীলনৰ পূৰ্ণ আৰু যথাৰ্থৰূপৰ প্ৰকাশ ঘটিল ১৮৮৯ খ্ৰীষ্টাব্দত প্ৰকাশিত 'জোনাকী' কাকতত।

উনবিংশ শতিকাৰ তৃতীয় দশকত অসমীয়া ভাষাৰ পৰিৱৰ্তে অসমৰ পঢ়াশালি আৰু আদালতত বাংলা ভাষাৰ প্ৰচলনে অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰ অন্তৰত এক ভাষিক জাতীয়তাবোধৰ জন্ম দিলে। ভাষাৰ বিপৰ্যয়ৰ পৰা উদ্ভূত এই ভাষিক জাতীয়ত্বৰ প্ৰেৰণাই অসমৰ নব্যশিক্ষিত শ্ৰেণীটোৰ অন্তৰত দেশ আৰু জাতিৰ হৈ কাম কৰাৰ এক মানসিকতাৰ সৃষ্টি কৰিলে। ইতিমধ্যে উনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধৰ পৰা বংগদেশত সৃষ্টি হোৱা নৱজাগৰণৰ ঢৌৱে কলিকতাত শিক্ষা গ্ৰহণ কৰিবলৈ যোৱা মুষ্টিমেয় অসমীয়া ছাত্ৰসকলক স্পৰ্শ কৰিছিল। নৱজাগৰণে বংগদেশত সৃষ্টি কৰা পৰিৱৰ্তনসমূহ প্ৰত্যক্ষ কৰি অসমীয়া ছাত্ৰসকলে অসম তথা অসমীয়াৰে অনগ্ৰসৰতাৰ স্বৰূপটো উপলব্ধি কৰিছিল। সমকালীন বংগদেশৰ সামাজিক, সাংস্কৃতিক আৰু বৌদ্ধিক পৰিবেশৰ লগত অসমৰ পৰিবেশৰ তুলনাই এই ছাত্ৰসকলৰ অন্তৰত সাংস্কৃতিক জাতীয়তাবোধ এটিৰ জন্ম দিলে আৰু ইয়েই তেওঁলোকৰ অন্তৰত মাতৃভাষাৰ উন্নতিকল্পে কিবা এটি কৰাৰ আকাংক্ষাৰ জন্ম দিলে। নৱ-উপলব্ধ এই জাতীয় চৈতন্যই অসমৰ প্ৰাচীন ঐতিহ্যক নতুনকৈ চোৱাৰ হেঁপাহ এটাৰ সৃষ্টি কৰিলে। এনে চেতনাৰে আনুষ্ঠানিক প্ৰকাশ ঘটিল 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ত (চমুকৈ অ.ভা.উ.সা) আৰু সেই সভাৰে মুখপত্ৰস্বৰূপে প্ৰকাশিত হ'ল 'জোনাকী' কাকত।

অসমীয়া ৰোমাণ্টিক কবিতাৰ শুভাৰম্ভ ঘটিল 'জোনাকী'ত। পাশ্চাত্য ৰোমাণ্টিক কাব্যাদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত আৰু বঙলা কবিতাৰ দ্বাৰা অনুপ্ৰাণিত অসমীয়া কবিসকলৰ কাব্য-প্ৰচেষ্টাই অসমীয়া সাহিত্যত 'জোনাকী যুগ'ৰ জন্ম দিলে। 'জোনাকী'ৰ জীৱিত কাল আছিল মাথোন ন বছৰ। কিন্তু 'জোনাকী'য়ে জন্মৰ লগে লগে যিটো সাহিত্যিক আন্দোলনৰ গুৰি ধৰিলে সিয়েই অসমীয়া সাহিত্যৰ পৰৱৰ্তী অৰ্ধ শতিকাৰ সাহিত্যৰ গতি-প্ৰকৃতিৰ নিৰ্ণায়ক শক্তি হৈ থাকিল। 'জোনাকী'ৰ পাছত 'বিজুলী', 'বাঁহী', 'আলোচনী', 'মিলন', 'আৱাহন' আদি কে'বাখনো আলোচনীৰ প্ৰকাশ ঘটিল আৰু এই সকলোবোৰ আলোচনীৰ সাহিত্যিক-আদৰ্শ আছিল 'জোনাকী' কাকতেই।

অসমীয়া ৰোমাণ্টিক কবিতাই তাৰ প্ৰধান গতি আৰু শক্তি লাভ কৰিছিল ইংৰাজী শিক্ষা, ইউৰোপীয় সাহিত্যৰ লগত পৰিচয় আৰু বংগদেশৰ নৱজাগৰণৰ পৰা লাভ কৰা অনুপ্ৰেৰণাৰ পৰা। 'জোনাকী' কাকতৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত প্ৰকাশিত চন্দ্ৰকুমাৰ আগৰৱালাৰ 'বনকুঁৱৰী' কবিতাটিৰেই অসমীয়া ৰোমাণ্টিক কবিতাৰ শুভাৰম্ভ ঘটিল। উল্লেখযোগ্য যে মালিতা চানেকিৰ এই কবিতাটিয়েই অসমীয়া কবিতাত লোকসাহিত্য তথা লোকসংস্কৃতিৰ প্ৰভাৱৰো সূচনা কৰিলে। চহা বা আদিম জীৱনধাৰাৰ প্ৰতি আকৰ্ষণ ৰোমাণ্টিক কবিতাৰ এটি সাধাৰণ লক্ষণ ৰূপে পৰিগণিত হৈছিল। অসমীয়া ৰোমাণ্টিক কবিসকলৰ কবিতাতো এনে লক্ষণে ভুমুকি মাৰিবলৈ আৰম্ভ কৰিলে আৰু তাৰ ফলত গাঁৱৰ সহজ-সৰল জীৱনৰ প্ৰতি তেওঁলোকৰ কবিতাত এক গভীৰ মমত্ববোধৰ প্ৰকাশ ঘটিল আৰু তাৰ ফলতেই অসমৰ লোকজীৱন আৰু লোকসংস্কৃতিৰ প্ৰভাৱ তেওঁলোকৰ কবিতাত পৰিলক্ষিত হ'ল। তাৰ উপৰি ঐতিহ্য সচেতনতা আৰু প্ৰবল জাতীয়তাবোধ অসমীয়া ৰোমাণ্টিক কবিসকলৰ কবিতাৰ সাধাৰণ লক্ষণৰূপে চিহ্নিত হ'ল আৰু ইয়েই অসমীয়া ৰোমাণ্টিক কবিসকলক লোকজীৱন তথা লোকসাহিত্যৰ সমল তেওঁলোকৰ কবিতাত প্ৰয়োগ কৰাত অনুপ্ৰেৰণাৰ যোগান ধৰিলে।

অসমীয়া ৰোমাণ্টিক কবিতাত লোকসংস্কৃতিৰ প্ৰতিফলনৰ আঁৰত বিশেষভাৱে ক্ৰিয়া কৰিছিল এক দেশাত্মবোধৰ প্ৰেৰণাই। ইংৰাজ শাসন-ব্যৱস্থাৰ আৱৰ্তণিত অসমৰ ৰাজনৈতিক আৰু সাংস্কৃতিক প্ৰেক্ষিতত সৃষ্টি হোৱা অৱস্থাই নব্যশিক্ষিত অসমীয়া শ্ৰেণীটোৰ অন্তৰত সৃষ্টি কৰিলে এক জাতিসত্তাগত চেতনাৰ। এনে চেতনাৰ আলোকেৰে উজ্জীৱিত অসমীয়া কবি-সাহিত্যিকসকল পৰম্পৰাগত ঐতিহ্য-সংস্কৃতিৰ প্ৰতি স্বাভাৱিকভাৱেই সজাগ আৰু সচেতন হৈছিল। আৰু সেয়ে অসম আৰু অসমীয়া সাংস্কৃতিক মৰ্যাদাৰ পুনৰ প্ৰতিষ্ঠাৰ লক্ষ্য আৰু আদৰ্শই তেওঁলোকৰ সৃষ্টিৰ আঁৰত প্ৰধান প্ৰেৰণাৰূপে কাম কৰিছিল। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে অসমৰ লোকসংস্কৃতিৰ বিজ্ঞানভিত্তিক অনুসন্ধানৰ কাম আৰম্ভ হয় এই সময়তেই আৰু তাৰ প্ৰকৃষ্ট প্ৰতিফলন ঘটিছে বেজবৰুৱাৰ 'বুঢ়ী আইৰ সাধু' (১৯১১) প্ৰমুখ্যে সাধুকথাৰ পুথিকেইখনিত। বেজবৰুৱাৰ নিৰ্দেশিত পথেৰেই বাট বুলি পৰৱৰ্তী কালত হেমচন্দ্ৰ গোস্বামীয়ে 'অসমীয়া সাহিত্যৰ চানেকি' (১৯২৮)ত অসমৰ লোকসাহিত্যক যথাযোগ্য স্থান দিয়া কাৰ্যও এই প্ৰসংগত স্মৰণ কৰিব পাৰি। পৰৱৰ্তী কালত ভাৰতীয়

মুক্তি সংগ্ৰাম আন্দোলনৰ অনুষংগী হিচাপে নিজস্ব পৰম্পৰাৰ প্ৰতি অনুৰাগ আৰু শ্ৰদ্ধাৰ বিষয়টো জড়িত হোৱাত কবিতাত লোকসংস্কৃতিৰ প্ৰতিফলনৰ ক্ষেত্ৰত এক নতুন মাত্ৰা সংযোজিত হ'ল। স্বাধীনতাকামী কবি-সাহিত্যিকসকল থলুৱা সংস্কৃতিৰ প্ৰতি অধিক সচেতন হ'ল আৰু অসমীয়া সংস্কৃতিৰ নিজস্ব বৈশিষ্ট্য তেওঁলোকৰ সৃষ্টিৰ মাজত ফুটাই তুলিবলৈ যত্নপৰ হ'ল আৰু এনেদৰেই অসমৰ লোকসংস্কৃতিয়ে অসমীয়া ৰোমাণ্টিক কবিতাৰ মাজত তাৰ নিজস্ব স্থান উলিয়াই ল'বলৈ সক্ষম হ'ল।

১৮৮৯ খ্ৰীষ্টাব্দৰ পৰা ১৯৪০ খ্ৰীষ্টাব্দ পৰ্যন্ত আধুনিক অসমীয়া সাহিত্যৰ কেন্দ্ৰীয় ব্যক্তিত্ব আছিল লক্ষ্মীনাথ বেজবৰুৱা। অসমীয়া ৰোমাণ্টিক কবিতাত লোকজীৱনৰ সাৰ্থক প্ৰকাশ লক্ষ্য কৰা যায় বেজবৰুৱাৰ কবিতাতেই। তেওঁৰ কবিতাৰ ভাববস্তু, ছন্দৰীতি আৰু শব্দচয়নত লোকজীৱনৰ ব্যঞ্জনা এক লক্ষণীয় বিশেষত্ব। অসমীয়া লোকগীতৰ সুৰেও বেজবৰুৱাৰ কবিতাতে পোনপ্ৰথমে ভুমুকি মাৰিবলৈ আৰম্ভ কৰে। পৰৱৰ্তীকালৰ পাৰ্বতিপ্ৰসাদ আৰু জ্যোতিপ্ৰসাদৰ গীত আৰু কবিতাত সি এক বিশেষ মাত্ৰা লাভ কৰে। এনেদৰে লোকজীৱন আৰু লোকসাহিত্যৰ সুৰ-সৌন্দৰ্যৰ প্ৰতি নব্যশিক্ষিত অসমীয়া শ্ৰেণীটোৰ প্ৰথম দৃষ্টি আকৰ্ষণ কৰে বেজবৰুৱাই। বেজবৰুৱাৰ সৃষ্টি-কৰ্মত সৰ্বাতোকৈ লক্ষণীয় বিশেষত্ব আছিল আধুনিক অসমীয়া মানসৰ লগত অতীতৰ এক প্ৰেৰণাময় প্ৰাণৱন্ত সংযোগ। বেজবৰুৱা-নিৰ্দেশিত এই পথেৰে বাট বুলি পৰৱৰ্তী অসমীয়া ৰোমাণ্টিক কবিসকলে তেওঁলোকৰ কবিতাৰ মাজেদি অসমৰ লোকজীৱনৰ ছবি অংকনৰ প্ৰয়াস কৰিছে। লোকজীৱনৰ এই প্ৰভাৱ যে গভীৰ, ব্যাপক আৰু সুদূৰপ্ৰসাৰী সেই কথা পদ্ধতিগত বিশ্লেষণৰ দ্বাৰা প্ৰতীয়মান হৈছে।

জাতীয় উৎসৱ-অনুষ্ঠানৰ নৱ মূল্যায়ন আনকথাত পৰম্পৰাগত সংস্কৃতিক এক নতুন ৰূপত প্ৰত্যক্ষ কৰাৰ আকাংক্ষাও ঊনবিংশ শতিকাৰ শেষ দশকৰ এই কবিসকলৰ কাব্য-সৃষ্টিত ধৰা পৰে। এই প্ৰসংগত বিশেষভাৱে স্মৰণ কৰিব পাৰি বিহু উৎসৱৰ কথা। আধুনিক সভ্যতা-সংস্কৃতিত দীক্ষিত এদল অসমীয়াই বঙালী বিহুৰ আচাৰ-অনুষ্ঠান বিশেষকৈ বিহু নৃত্য-গীতক অশ্লীল বুলি যি উন্নাসিক মনোভাৱ প্ৰদৰ্শন কৰিছিল সেই মনোভাৱ বিপৰীতে গৈ অসমীয়া ৰোমাণ্টিক কবিসকলে নিজৰ সাংস্কৃতিক উত্তৰাধিকাৰ হিচাপে বিহুক প্ৰতিষ্ঠা কৰি বিহুক জাতীয় উৎসৱত পৰিণত কৰাত অগ্ৰণী ভূমিকা গ্ৰহণ কৰে। এই প্ৰসংগত বিভিন্নজন ৰোমাণ্টিক কবিৰ কবিতাত বিহুৱে সৃষ্টি কৰা আনন্দজনক পৰিবেশৰ কথা স্মৰণ কৰিব পাৰি। দেশৰ সাংস্কৃতিক সম্পদৰ প্ৰতি এনে শ্ৰদ্ধাপূৰ্ণ দৃষ্টিয়েই পৰৱৰ্তী কালত বিহুগীত, বনঘোষা আদিৰ সংগ্ৰহ আৰু সংকলন কৰাত ডিম্বেশ্বৰ নেওগ, নকুলচন্দ্ৰ ভূঞা আদিক অনুপ্ৰাণিত কৰিছিল।

দেখা গৈছে, ইউৰোপৰ ৰোমাণ্টিক আন্দোলন আৰু বংগৰ নৱজাগৰণৰ দ্বাৰা প্ৰভাৱিত বা অনুপ্ৰাণিত হোৱা সত্ত্বেও অসমীয়া ৰোমাণ্টিক কবিসকলৰ কাব্যসৃষ্টিত তেওঁবিলাকৰ নিজৰ দেশৰ ঐতিহ্য, সামাজিক প্ৰমূল্য, বিশ্বাস আৰু নন্দনতাত্ত্বিক দৃষ্টিভংগীৰ এক স্বাভাৱিক প্ৰকাশ ঘটিছে। ভাববস্তুৰ ক্ষেত্ৰত তেওঁবিলাকে নতুন মানৱিকতাবাদী দৃষ্টিভংগী আৰু দেশাত্মবোধৰ পৰিচয় দিলেও, ঐতিহ্যলব্ধ আদৰ্শবাদিতা আৰু সামাজিক মনোভংগীয়েও তেওঁবিলাকৰ

ৰচনাত প্ৰভাৱ পেলাইছে। কবিসকলৰ চেতন আৰু অৱচেতনত ক্ৰিয়াশীল হৈ থকা ঐতিহ্যলব্ধ জীৱন-দৃষ্টিয়ে তেওঁলোকৰ ৰচনাৰ মাজত কলাত্মক অভিব্যক্তি লাভ কৰিছে।

অসমৰ জাতীয় সাংস্কৃতিক চেতনা গ্ৰামীণ জীৱন তথা সংস্কৃতিৰ মাজত সদা ক্ৰিয়াশীল হৈ আছে। অসমীয়া ৰোমাণ্টিক কবিসকলৰ উত্তৰৰ কালছোৱাত এই চেতনা অধিক ক্ৰিয়াশীল আৰু সৰ্বাত্মকভাৱে প্ৰভাৱশালী হৈ আছিল। বাক্‌ভংগীৰ মাজতে এনে প্ৰভাৱৰ ব্যঞ্জনা অনুভূত হয়। কবিসকলে স্বাভাৱিকভাৱে আহৃত এনে ব্যঞ্জনা তেওঁবিলাকৰ ৰচনাৰ মাজত অনায়াসে প্ৰয়োগ কৰিছে। বাক্‌ভংগী, শব্দচয়ন, উপমাদি অলংকাৰ আৰু চিত্ৰকল্পৰ মাজত অসমৰ গ্ৰামীণ লোকসাংস্কৃতিক উপাদানবোৰৰ প্ৰভাৱ আৰু স্থিতিয়ে ৰোমাণ্টিক কবিসকলৰ ওপৰত লোকজীৱন তথা লোকসংস্কৃতিৰ স্বাভাৱিক অপ্ৰতিৰোধ্য প্ৰভাৱৰ পৰিচয় প্ৰমাণ কৰিছে। দ্বিতীয় মহাযুদ্ধৰ আগলৈকে লিখিত অসমীয়া কবিতাৰ মাজত এনে বিশিষ্টতা উজ্জ্বলভাৱে প্ৰতিভাত হৈছে। সেয়ে, অসমৰ জনজীৱন আৰু জনসংস্কৃতিৰ লগত অন্তৰংগ পৰিচয়ৰ অবিহনে এই সময়ৰ কবিতাৰ মৰ্ম হৃদয়ংগম কৰা সম্ভৱ নহয়। অসমৰ লোকজীৱন তথা লোকসংস্কৃতিৰ বিশেষত্বই, অসমীয়া ৰোমাণ্টিক কবিতাক, পাশ্চাত্য ৰোমাণ্টিক কবিতা বা অন্যান্য ভাৰতীয় ভাষাৰ ৰোমাণ্টিক কবিতাৰ পৰা পৃথক কৰি মৌলিকত্ব প্ৰদান কৰিছে।

---- ---

## পৰিশিষ্ট

### ১৮৮৯-৯০ খ্ৰীষ্টাব্দৰ পৰা প্ৰকাশিত অসমীয়া ৰোমাণ্টিক কবিতাৰ গ্ৰন্থৰূপৰ সময়ানুক্ৰমিক সূচী।

| ক্ৰমিক নং | কাব্যগ্ৰন্থৰ নাম | কবি | প্ৰকাশ-কাল |
|---|---|---|---|
| ১. | চিন্তানল (আগছোৱা) | কমলাকান্ত ভট্টাচাৰ্য | ১৮৯০ |
| ২. | পঞ্চ কবিতা | বেণুধৰ ৰাজখোৱা | ১৮৯৫ |
| ৩. | উজু কবিতা | দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা | ১৮৯৫ |
| ৪. | জ্ঞান মালিনী | মফিজুদ্দিন আহমদ হাজৰিকা | ১৮৯৭ |
| ৫. | ল'ৰা কবিতা | দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা | ১৮৯৭ |
| ৬. | ফুল | ঐ | ১৮৯৭ |
| ৭. | লীলা | পদ্মনাথ গোহাঞিবৰুৱা | ১৮৯৯ |
| ৮ | দশগীত | বেণুধৰ ৰাজখোৱা | ১৮৯৯ |
| ৯. | সৰু ল'ৰাৰ গীত | ঐ | ১৮৯৯ |
| ১০. | জুৰণি | পদ্মনাথ গোহাঞিবৰুৱা | ১৯০০ |
| ১১. | কবিতা চন্দ্ৰিকা | ধনাই বৰা | ১৯০০ |
| ১২. | অসমীয়া ভাই | বেণুধৰ ৰাজখোৱা | ১৯০১ |
| ১৩. | ঢোপাকলি | হিতেশ্বৰ বৰবৰুৱা | ১৯০২ |
| ১৪. | বাঁহী | বেণুধৰ ৰাজখোৱা | ১৯০৬ |
| ১৫. | ফুলৰ চাকি | হেমচন্দ্ৰ গোস্বামী | ১৯০৭ |
| ১৬. | পদাৱলী | বিষয়চন্দ্ৰ বিশ্বাসী | ১৯০৯ |
| ১৭. | অঞ্জলি | দুৰ্গেশ্বৰ শৰ্মা | ১৯১০ |
| ১৮. | সাদৰী | ৰঘুনাথ চৌধাৰী | ১৯১০ |
| ১৯. | চুপহি | কেশৱকান্ত বৰুৱা | ১৯১২ |
| ২০. | কমতাপুৰ ধ্বংস | হিতেশ্বৰ বৰবৰুৱা | ১৯১১ |

| ক্ৰমিক নং | কাব্যগ্ৰন্থৰ নাম | কবি | প্ৰকাশ-কাল |
|---|---|---|---|
| ২১. | বিৰহিণী বিলাপ | হিতেশ্বৰ বৰবৰুৱা | ১৯১২ |
| ২২. | কবিতা হাৰ (আগছোৱা) | ৰত্নেশ্বৰ মহন্ত | ১৯১৩ |
| ২৩. | কদমকলি | লক্ষ্মীনাথ বেজবৰুৱা | ১৯১৩ |
| ২৪. | তিক্ততাৰ আস্বাদান | হিতেশ্বৰ বৰবৰুৱা | ১৯১৩ |
| ২৫. | প্ৰতিমা | চন্দ্ৰকুমাৰ আগৰৱালা | ১৯১৪ |
| ২৬. | আভাস | হিতেশ্বৰ বৰবৰুৱা | ১৯১৪ |
| ২৭. | তুমি | স্বৰ্ণকামিনী ৰায়চৌধুৰী | ১৯১৫ |
| ২৮. | যুদ্ধক্ষেত্ৰত আহোম ৰমণী | হিতেশ্বৰ বৰবৰুৱা | ১৯১৫ |
| ২৯. | ফুলনি | পদ্মধৰ চলিহা | ১৯১৫ |
| ৩০. | ৰহঘৰা | দণ্ডিনাথ কলিতা | ১৯১৬ |
| ৩১. | কাব্যকলি | তুলসীচন্দ্ৰ হাতীবৰুৱা | ১৯১৬ |
| ৩২. | অঙ্কিলা | হিতেশ্বৰ বৰবৰুৱা | ১৯১৭ |
| ৩৩. | ডেৰ্চডিমোনা | ঐ | ১৯১৭ |
| ৩৪. | কবিতালহৰী | সিংহদত্ত দেৱ অধিকাৰী | ১৯১৮ |
| ৩৫. | নিৰ্মালি | সূৰ্যকুমাৰ ভূঞা | ১৯১৮ |
| ৩৬. | বেণু | সিংহদত্ত দেৱ অধিকাৰী | ১৯১৮ |
| ৩৭. | মালচ | হিতেশ্বৰ বৰবৰুৱা | ১৯১৮ |
| ৩৮ | ফুলৰ মালা | হৰিদয়াল পাঠক | ১৯১৯ |
| ৩৯. | অৰুণ | যমুনেশ্বৰী খাটনিয়াৰ | ১৯১৯ |
| ৪০. | গীতি মালিকা | সিংহদত্ত দেৱ অধিকাৰী | ১৯১৯ |
| ৪১. | মণিমালা | ঐ | ১৯২০ |
| ৪২. | অৰ্চনা | হৰিদয়াল পাঠক | ১৯২০ |
| ৪৩. | জিলিকনি | আনন্দচন্দ্ৰ আগৰৱালা | ১৯২০ |
| ৪৪. | ফুলকলি | কালীপ্ৰসন্ন দাস | ১৯২০ |
| ৪৫. | নিবেদন | দুৰ্গেশ্বৰ শৰ্মা | ১৯২০ |
| ৪৬. | কুঁহি | লক্ষেশ্বৰ শৰ্মাবৰুৱা | ১৯২০ |
| ৪৭. | স্বৰাজ সঙ্গীত | পদ্মধৰ চলিহা | ১৯২১ |

| ক্ৰমিক নং | কাব্যগ্ৰন্থৰ নাম | কবি | প্ৰকাশ-কাল |
|---|---|---|---|
| ৪৮. | মুৰলী | সৰ্বেশ্বৰ শৰ্মাকটকী | ১৯২১ |
| ৪৯. | মালিকা | ডিম্বেশ্বৰ নেওগ | ১৯২১ |
| ৫০. | চকুলো | হিতেশ্বৰ বৰবৰুৱা | ১৯২২ |
| ৫১. | চিন্তানল (শেহছোৱা) | কমলাকান্ত ভট্টাচাৰ্য | ১৯২২ |
| ৫২. | কাৰ | দণ্ডিনাথ কলিতা | ১৯২২ |
| ৫৩. | প্ৰেম পট | দৈৱচন্দ্ৰ তালুকদাৰ | ১৯২২ |
| ৫৪. | সংসাৰী | কমলেশ্বৰ চলিহা | ১৯২২ |
| ৫৫. | গীতি-লহৰী | পদ্মধৰ চলিহা | ১৯২৩ |
| ৫৬. | সোণতৰা | বিষয়চন্দ্ৰ বিশ্বাসী | ১৯২৩ |
| ৫৭. | কুঁহিমলা | দৈৱচন্দ্ৰ তালুকদাৰ | ১৯২৩ |
| ৫৮. | কেতেকী | ৰঘুনাথ চৌধাৰী | ১৯২৩ |
| ৫৯. | নক্সা | বিষয়চন্দ্ৰ বিশ্বাসী | ১৯২৩ |
| ৬০. | বীণ ব'ৰাগী | চন্দ্ৰকুমাৰ আগৰৱালা | ১৯২৩ |
| ৬১. | সঁফুৰা | ডিম্বেশ্বৰ নেওগ | ১৯২৩ |
| ৬২. | কাৰবালা | ৰঘুনাথ চৌধাৰী | ১৯২৩ |
| ৬৩. | মানসী | নীলমণি ফুকন | ১৯২৪ |
| ৬৪. | মৌ সিতা | মহম্মদ পজিৰুদ্দিন আহমদ | ১৯২৪ |
| ৬৫. | সেৱা | ভৈৰৱচন্দ্ৰ খাটনিয়াৰ | ১৯২৪ |
| ৬৬. | ধূপিতৰা | ডিম্বেশ্বৰ নেওগ | ১৯২৫ |
| ৬৭. | শঙ্খধ্বনি | বিনন্দচন্দ্ৰ বৰুৱা | ১৯২৫ |
| ৬৮. | দীপ্তি | দণ্ডিনাথ কলিতা | ১৯২৫ |
| ৬৯. | কমল কলি | সীতানাথ ব্ৰহ্মচৌধুৰী | ১৯২৫ |
| ৭০. | ওমৰ তীৰ্থ | যতীন্দ্ৰ নাথ দুৱৰা | ১৯২৬ |
| ৭১. | বনকাণী | দণ্ডিনাথ কলিতা | ১৯২৬ |
| ৭২. | কবিতা পুথি (আগছোৱা) | মহম্মদ চুলেমাইন খাঁ | ১৯২৭ |
| ৭৩. | বন্ধন | চন্দ্ৰধৰ বৰুৱা | ১৯২৭ |
| ৭৪. | মুকুতি | কমলেশ্বৰ চলিহা | ১৯২৭ |

| ক্ৰমিক নং | কাব্যগ্ৰন্থৰ নাম | কবি | প্ৰকাশ-কাল |
|---|---|---|---|
| ৭৫. | পূৰ্ণিমা | যোগেন্দ্ৰনাথ বৰা পাৰ্টাগাঁৰ | ১৯২৭ |
| ৭৬. | মালতী | ডিম্বেশ্বৰ নেওগ | ১৯২৭ |
| ৭৭ | ধূলি | কমলেশ্বৰ চলিহা | ১৯২৭ |
| ৭৮ | সন্ধিয়াৰ সুৰ | নলিনীবালা দেৱী | ১৯২৮ |
| ৭৯. | গীতি মঞ্জুৰী | তাৰাপ্ৰসাদ বৰুৱা | ১৯২৮ |
| ৮০. | শৰাই | পদ্মধৰ চলিহা | ১৯২৮ |
| ৮১. | অৰ্পণা | জগতচন্দ্ৰ শইকীয়া | ১৯২৮ |
| ৮২. | ফুলৰ শৰাই | ধৰ্মেশ্বৰী দেৱী বৰুৱানী | ১৯২৮ |
| ৮৩. | আৱেগ | সীতানাথ ব্ৰহ্মচৌধুৰী | ১৯২৯ |
| ৮৪. | চকুলো | ঐ | ১৯২৯ |
| ৮৫. | তটিনী | অম্বেশ্বৰ চেতিয়া ফুকন | ১৯২৯ |
| ৮৬. | জীৱন সন্ধিয়া | বেণুধৰ ৰাজখোৱা | ১৯২৯ |
| ৮৭. | সুতুলি | মহানন্দ বৰুৱা | ১৯২৯ |
| ৮৮. | দেহাৰ প্ৰলয় | বেণুধৰ ৰাজখোৱা | ১৯২৯ |
| ৮৯. | সিপুৰীৰ বাতৰি | ঐ | ১৯২৯ |
| ৯০ | বিহুৱতী | ডিম্বেশ্বৰ নেওগ | ১৯২৯ |
| ৯১. | ইন্দ্ৰধনু | ঐ | ১৯৩০ |
| ৯২. | পৰাগ | আনন্দচন্দ্ৰ বৰুৱা | ১৯৩০ |
| ৯৩. | মুকুতামালা | অতুলচন্দ্ৰ হাজৰিকা | ১৯৩০ |
| ৯৪. | গুণ-গুণ | কমলেশ্বৰ চলিহা | ১৯৩০ |
| ৯৫. | সৌন্দৰ্য | দৈৱচন্দ্ৰ তালুকদাৰ | ১৯৩০ |
| ৯৬. | পুনৰুত্থান | বেণুধৰ ৰাজখোৱা | ১৯৩১ |
| ৯৭. | দহিকতৰা | যদুনাথ চৌধাৰী | ১৯৩১ |
| ৯৮. | পাঞ্চজন্য | অতুলচন্দ্ৰ হাজৰিকা | ১৯৩১ |
| ৯৯. | কণমৌ | কমলেশ্বৰ চলিহা | ১৯৩১ |
| ১০০. | শেৱালি | ৰত্নকান্ত বৰকাকতি | ১৯৩২ |
| ১০১. | মুকুতা | ডিম্বেশ্বৰ নেওগ | ১৯৩২ |

| ক্ৰমিক নং | কাব্যগ্ৰন্থৰ নাম | কবি | প্ৰকাশ-কাল |
|---|---|---|---|
| ১০২. | চিন্তা তৰঙ্গ | কমলাকান্ত ভট্টাচাৰ্য | ১৯৩৩ |
| ১০৩. | হাফিজৰ সুৰ | আনন্দচন্দ্ৰ বৰুৱা | ১৯৩৩ |
| ১০৪. | পাপৰি | গণেশচন্দ্ৰ গগৈ | ১৯৩৪ |
| ১০৫. | পুষ্পক | আনন্দচন্দ্ৰ বৰুৱা | ১৯৩৪ |
| ১০৬. | নিজৰা | শৈলধৰ ৰাজখোৱা | ১৯৩৫ |
| ১০৭. | মালঞ্চ | কৰুণাধৰ বৰুৱা | ১৯৩৬ |
| ১০৮. | মুকুতি | কমলেশ্বৰ চলিহা | ১৯৩৭ |
| ১০৯. | দৰদী | তিলক দাস | ১৯৩৭ |
| ১১০. | অসমা | ডিম্বেশ্বৰ নেওগ | ১৯৩৭ |
| ১১১. | আপোন সুৰ | যতীন্দ্ৰ নাথ দুৱৰা | ১৯৩৮ |
| ১১২. | জ্যোতিকণা | নীলমণি ফুকন | ১৯৩৮ |
| ১১৩. | প্ৰতিধ্বনি | বিনন্দচন্দ্ৰ বৰুৱা | ১৯৩৮ |
| ১১৪. | দীপালী | অতুলচন্দ্ৰ হাজৰিকা | ১৯৩৮ |
| ১১৫. | প্ৰতিধ্বনি | উমেশচন্দ্ৰ চৌধাৰী | ১৯৩৯ |
| ১১৬. | সন্ধানী | নীলমণি ফুকন | ১৯৩৯ |
| ১১৭. | অগ্নিশিখা | জমিৰুদ্দিন আহমদ | ১৯৩৯ |
| ১১৮. | ত্ৰিবেণী | উমেশ চন্দ্ৰ চৌধাৰী | ১৯৩৯ |
| ১১৯. | অমৃত মন্থন | ঐ | ১৯৩৯ |
| ১২০. | শ্বহীদ কাৰাবালা | ডিম্বেশ্বৰ নেওগ | ১৯৪০ |
| ১২১. | মন্দাকিনী | উমেশচন্দ্ৰ চৌধাৰী | ১৯৪০ |
| ১২২. | মন্থগুল | শিপ্ৰা বৰুৱা | ১৯৪০ |
| ১২৩. | ফুলকলি | বিনন্দচন্দ্ৰ বৰুৱা | ১৯৪০ |
| ১২৪. | স্বপ্নভঙ্গ | গণেশচন্দ্ৰ গগৈ | ১৯৪০ |
| ১২৫. | মানস গীতি | দীনবন্ধু তালুকদাৰ | ১৯৪০ |
| ১২৬. | ফুলৰ চানেকি | পদ্মনাথ গোহাঞিবৰুৱা | ১৯৪১ |
| ১২৭. | মণিমালা | অতুলচন্দ্ৰ হাজৰিকা | ১৯৪১ |
| ১২৮. | ছন্দিতা | কমলেশ্বৰ চলিহা | ১৯৪১ |

| ক্ৰমিক নং | কাব্যগ্ৰন্থৰ নাম | কবি | প্ৰকাশ-কাল |
|---|---|---|---|
| ১২৯. | চকু-লো | হৰিনাথ দাস | ১৯৪১ |
| ১৩০. | চেনেহী | যতিনাৰায়ণ শৰ্মা | ১৯৪১ |
| ১৩১ | আজলি | ঐ | ১৯৪১ |
| ১৩২ | ঋতা | কমলেশ্বৰ চলিহা | ১৯৪১ |
| ১৩৩ | ব'হাগী | যতিনাৰায়ণ শৰ্মা | ১৯৪১ |
| ১৩৪ | কবি-কবিতা | ঐ | ১৯৪২ |
| ১৩৫. | প্ৰণয় গীতি | মহম্মদ পিয়াৰ | ১৯৪২ |
| ১৩৬. | মেঘদূত | ডিম্বেশ্বৰ নেওগ | ১৯৪২ |
| ১৩৭. | কবৰ | আব্দুছ ছাত্তাৰ | ১৯৪২ |
| ১৩৮ | সপোনৰ সুৰ | নলিনীবালা দেৱী | ১৯৪২ |
| ১৩৯. | নীল পখী | মহম্মদ পিয়াৰ | ১৯৪৩ |
| ১৪০ | ব্যথাৰ লগৰী | যতিনাৰায়ণ শৰ্মা | ১৯৪৩ |
| ১৪১. | সৰগ | আব্দুছ ছাত্তাৰ | ১৯৪৩ |
| ১৪২. | নতুন সুৰ | ঐ | ১৯৪৭ |
| ১৪৩ | ৰূপজ্যোতি | গণেশচন্দ্ৰ গগৈ | ১৯৪৭ |
| ১৪৪. | সাগৰ দেখিছা | দেৱকান্ত বৰুৱা | ১৯৪৭ |
| ১৪৫. | অসমা | ডিম্বেশ্বৰ নেওগ | ১৯৪৭ |
| ১৪৬. | অপৰ্ণা | দিব্যপ্ৰভা ভৰালী | ১৯৪৭ |
| ১৪৭. | বিচিত্ৰা | ডিম্বেশ্বৰ নেওগ | ১৯৪৮ |
| ১৪৮. | থাপনা | ঐ | ১৯৪৮ |
| ১৪৯ | অসম সন্ধ্যা | দণ্ডিনাথ কলিতা | ১৯৪৮ |
| ১৫০. | মাণিকী মধুৰী | অতুলচন্দ্ৰ হাজৰিকা | ১৯৪৯ |
| ১৫১. | গুটি মালী | নীলমণি ফুকন | ১৯৫০ |
| ১৫২. | অগ্নিমন্ত্ৰ | প্ৰসন্নলাল চৌধুৰী | ১৯৫০ |
| ১৫৩. | বীণাৰ ঝঙ্কাৰ | দণ্ডিনাথ কলিতা | ১৯৫০ |
| ১৫৪. | শ্বহিদান | ডিম্বেশ্বৰ নেওগ | ১৯৫১ |
| ১৫৫. | চন্দ্ৰমল্লিকা | ইন্দ্ৰেশ্বৰ বৰঠাকুৰ | ১৯৫১ |

| ক্ৰমিক নং | কাব্যগ্ৰন্থৰ নাম | কবি | প্ৰকাশ-কাল |
|---|---|---|---|
| ১৫৬. | জিঞ্জিৰি | নীলমণি ফুকন | ১৯৫১ |
| ১৫৭. | শুৱনী | ডিম্বেশ্বৰ নেওগ | ১৯৫১ |
| ১৫৮. | বনফুল | যতীন্দ্ৰনাথ দুৱৰা | ১৯৫২ |
| ১৫৯. | অমিত্ৰা | নীলমণি ফুকন | ১৯৫২ |
| ১৬০ | প্ৰাণৰ পৰশ | ধৰ্মেশ্বৰী দেৱী বৰুৱানী | ১৯৫২ |
| ১৬১. | সন্ধানী | নীলমণি ফুকন | ১৯৫৩ |
| ১৬২. | তৰ্পণ | ৰত্নকান্ত বৰকাকতি | ১৯৫৩ |
| ১৬৩. | মালঞ্চ | দিব্যপ্ৰভা ভৰালী | ১৯৫৪ |
| ১৬৪. | সোণৰ সোলেঙ | পাৰ্বতিপ্ৰসাদ বৰুৱা | ১৯৫৫ |
| ১৬৫. | ৰণ জেউতি | ইন্দ্ৰেশ্বৰ বৰঠাকুৰ | ১৯৫৫ |
| ১৬৬ | অনুভূতি | অম্বিকাগিৰী ৰায়চৌধুৰী | ১৯৫৫ |
| ১৬৭. | তপোবন | অতুলচন্দ্ৰ হাজৰিকা | ১৯৫৫ |
| ১৬৮. | পৰশমণি | নলিনীবালা দেৱী | ১৯৫৫ |
| ১৬৯. | ৰংপুৰে কথা কয় | পদ্মধৰ চলিহা | ১৯৫৬ |
| ১৭০. | গুণ-গুণনি | পাৰ্বতিপ্ৰসাদ বৰুৱা | ১৯৫৭ |
| ১৭১. | তই স্থাপন কৰ, স্থাপন কৰ | অম্বিকাগিৰী ৰায়চৌধুৰী | ১৯৫৮ |
| ১৭২. | বন্দো কি ছন্দেৰে | ঐ | ১৯৫৮ |
| ১৭৩. | যুগদেৱতা | নলিনীবালা দেৱী | ১৯৫৮ |
| ১৭৪. | ঘৰৰ লখিমী | পদ্মকুমাৰী গোহাঁই | ১৯৫৯ |
| ১৭৫. | ভঙা টোকাৰীৰ সুৰ | পাৰ্বতিপ্ৰসাদ বৰুৱা | ১৯৫৯ |
| ১৭৬. | লুইতী | ঐ | ১৯৫৯ |
| ১৭৭. | তীৰ্থযাত্ৰী | নবীনচন্দ্ৰ বৰদলৈ | ১৯৫৯ |
| ১৭৮. | মিলনৰ সুৰ | যতীন্দ্ৰনাথ দুৱৰা | ১৯৫৯ |
| ১৭৯. | গুঞ্জন | মুক্তিনাথ বৰদলৈ | ১৯৬০ |
| ১৮০. | আহুতি | অম্বিকাগিৰী ৰায়চৌধুৰী | ১৯৬১ |
| ১৮১. | সোণালী সপোন | লক্ষ্মীনাথ ফুকন | ১৯৬১ |
| ১৮২. | জাগৃতি | নলিনীবালা দেৱী | ১৯৬২ |

| ক্ৰমিক নং | কাব্যগ্ৰন্থৰ নাম | কবি | প্ৰকাশ-কাল |
|---|---|---|---|
| ১৮৩ | চন্দ্ৰহাৰ | বসুকান্ত বৰকাকতি | ১৯৬৩ |
| ১৮৪. | মৰ্মবাণী | নীলমণি ফুকন | ১৯৬৩ |
| ১৮৫ | আহিনৰ হাঁহি | কমলেশ্বৰ চলিহা | ১৯৬৩ |
| ১৮৬. | শুকুলা ডাৱৰ ঐ কজলা ফুল | পাৰ্বতিপ্ৰসাদ বৰুৱা | ১৯৬৩ |
| ১৮৭. | ঝঙ্কাৰ | অতুলচন্দ্ৰ হাজৰিকা | ১৯৬৪ |
| ১৮৮. | বেদনাৰ উল্কা | অম্বিকাগিৰী ৰায়চৌধুৰী | ১৯৬৪ |
| ১৮৯. | দেশেই ভগৱান | ঐ | ১৯৬৫ |
| ১৯০ | মৰা ডালৰ কুঁহি পাত | নীলমণি ফুকন | ১৯৬৫ |
| ১৯১ | শেষ নাই | নীলিমা দত্ত | ১৯৬৫ |
| ১৯২ | কুমকুম | মুক্তিনাথ বৰদলৈ | ১৯৬৫ |
| ১৯৩ | চানেকি কবিতা | প্ৰসন্নলাল চৌধুৰী | ১৯৬৫ |
| ১৯৪ | মানুহ | ডিম্বেশ্বৰ নেওগ | ১৯৬৫ |
| ১৯৫. | পদুমণি | পদ্মধৰ চলিহা | ১৯৬৫ |
| ১৯৬. | ফুল চন্দন | মুক্তিনাথ বৰদলৈ | ১৯৬৭ |
| ১৯৭ | চন্দ্ৰামৃত | চন্দ্ৰকুমাৰ আগৰৱালা | ১৯৬৭ |
| ১৯৮ | অলকানন্দা | নলিনীবালা দেৱী | ১৯৬৭ |
| ১৯৯ | পদুমকলি | লক্ষ্মীনাথ বেজবৰুৱা | ১৯৬৮ |
| ২০০. | স্বপ্নতৰী | ৰাজীৱলোচন বৰুৱা | ১৯৬৯ |
| ২০১. | খেল ভঙা খেল | পাৰ্বতিপ্ৰসাদ বৰুৱা | ১৯৬৯ |
| ২০২. | পাপৰিৰ পৰিমল | আনন্দচন্দ্ৰ বৰুৱা | ১৯৬৯ |
| ২০৩. | তত্ত্ব পাৰিজাত | মফিজুদ্দিন আহমদ হাজৰিকা | ১৯৭০ |
| ২০৪. | মানস প্ৰতিমা | নীলমণি ফুকন | ১৯৭১ |
| ২০৫. | মণিকূট | অতুলচন্দ্ৰ হাজৰিকা | ১৯৭১ |
| ২০৬. | সুইতৰ পাৰৰ অখিসুৰ | জ্যোতিপ্ৰসাদ আগৰৱালা | ১৯৭১ |
| ২০৭. | বৈজয়ন্তী | অতুলচন্দ্ৰ হাজৰিকা | ১৯৭১ |
| ২০৮. | জয়ধ্বনি | বিনন্দচন্দ্ৰ বৰুৱা | ১৯৭৪ |
| ২০৯. | পদুমণি | আনন্দচন্দ্ৰ আগৰৱালা | ১৯৭৪ |

| ক্ৰমিক নং | কাব্যগ্ৰন্থৰ নাম | কবি | প্ৰকাশ-কাল |
|---|---|---|---|
| ২১০. | শৰতৰ সুৰ | অতুলচন্দ্ৰ হাজৰিকা | ১৯৭৬ |
| ২১১. | ঐকতান | ঐ | ১৯৭৬ |
| ২১২. | মৰমৰ সুৰ | যতীন্দ্ৰনাথ দুৱৰা | ১৯৭৬ |
| ২১৩. | ফুলেশ্বৰী দৈমাৰী | সীতানাথ ব্ৰহ্মচৌধুৰী | ১৯৭৬ |
| ২১৪. | বকুল বনৰ কবিতা | আনন্দচন্দ্ৰ বৰুৱা | ১৯৭৬ |
| ২১৫. | কবিতা হাৰ (মাজ, শেষ ছোৱা) | ৰত্নেশ্বৰ মহন্ত | ১৯৭৭ |
| ২১৬. | শিশুধ্বনি | বিনন্দচন্দ্ৰ বৰুৱা | ১৯৭৭ |
| ২১৭. | সোণৰ অসম | যতিনাৰায়ণ শৰ্মা | ১৯৭৭ |
| ২১৮. | অন্তিমৰ সুৰ | নলিনীবালা দেৱী | ১৯৭৭ |
| ২১৯. | গগণাৰ সুৰ | অতুলচন্দ্ৰ হাজৰিকা | ১৯৭৮ |
| ২২০. | উপাসনা | দুৰ্গেশ্বৰ শৰ্মা | ১৯৭৮ |
| ২২১. | ভাৰত তীৰ্থ | দিব্যপ্ৰভা ভৰালী | ১৯৭৮ |
| ২২২. | মৰুমায়া | ভৱপ্ৰসাদ ৰাজখোৱা | ১৯৮০ |
| ২২৩. | ৰুণজুনৰ জিলমিল | অতুলচন্দ্ৰ হাজৰিকা | ১৯৮০ |
| ২২৪. | ময়াপী | পাৰ্বতিপ্ৰসাদ বৰুৱা | ১৯৮১ |
| ২২৫. | মৌ টোকাৰী | ঐ | ১৯৮১ |
| ২২৬. | কাব্যসম্ভাৰ | সীতানাথ ব্ৰহ্মচৌধুৰী | ১৯৮১ |
| ২২৭. | সেই নিমাতী পুৰাৰ পৰা | আনন্দচন্দ্ৰ বৰুৱা | ১৯৮২ |
| ২২৮. | সুন্দৰৰ আৰাধনা | অতুলচন্দ্ৰ হাজৰিকা | ১৯৮৫ |
| ২২৯. | চেতনাৰ কণ্ঠ | অম্বিকাগিৰী ৰায়চৌধুৰী | ১৯৮৫ |

---